# পঞ্চতপা

তৰুলতা দত্তবৰুৱা






দত্তবৰুৱা এণ্ড কোম্পানী
গুৱাহাটী-১

**Panchatapa, an Assamese Social Novel written by Smt Tarulata Dutta Baruah and published by Sri M N Dutta Baruah, M A. Dutta Baruah & Co College Hostel Road, Gauhati 1 1st Publication, 1972 Price Rs 5 00 only**

প্ৰকাশক

শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা, এম-এ,

দত্তবৰুৱা এণ্ড কোম্পানী

কলেজ হোষ্টেল ৰোড

গুৱাহাটী-১



প্ৰথম প্ৰকাশ

১৯৭২ চন



মূল্য—পাঁচ টকা।



মুদ্ৰক

শ্ৰীতাৰা প্ৰেছ

৩৯।৪, ৰামতনু বোস লেন

কলিকতা-৬

বেটুপাতত মোৰ নাম দেখি আপোনালোকে ভাবিছে মই এইখন উপন্যাস জাতীয় কিবা লিখিছো বুলি।

কিন্তু আচলতে এইখন মই লিখা নাই। স্বপ্ননয়নাই তেওঁৰ কাহিনীটো মোৰ নামত লিখি গৈছিল- গল্প উপন্যাস কিবা এটা লিখি—লিখনিৰে তেওঁক জীয়াই ৰাখিবলৈ। মই তেওঁ লিখা এই কাহিনীটো আপোনালোকৰ আগত দাঙি ধৰিলো।

গল্প উপন্যাসনো কি— ?

মানৱ জাতি আৰু মানৱ সমাজৰে প্ৰতিচ্ছবি নহয় জানো— ? সেয়ে কৈছো—এইটো এটা জীৱন—

ফুলে সুগন্ধ বিলোৱা -শিশুৰে অৰ্থহীন ভাবে ধুনীয়াকৈ হঁহা পৃথিৱীত—এই জীবনেও এদিন হাঁহিছিল।

পেটৰ প্ৰচণ্ড ক্ষুধাত বনৰ বনৰীয়া গুটিলৈ হাত মেলিছিল। কেতেকীৰ সুগন্ধত—এই জীৱনৰ পিপাসিত প্ৰাণটি চঞ্চল হৈ পৰিছিল। ফুল চিঙো বুলি গৈ—সৰ্পৰাজৰ তিৰবিৰাই উঠা চকুহাল দেখি—ভয়ত আৰ্ত্তনাদ কৰি চিঞৰ মাৰি ঘূৰি আহিছিল।

আকাশৰ জোন-তৰাৰ পৰা এই জীৱনে শিকিছিল— নোপোৱাৰ বাবে মাকান্দি দিয়াৰ বাসনাৰে আগবাঢ়ি গৈ থাকিবলৈ।

আপোনালোকৰ মাজেদি তেওঁ আগাবাঢ়ি গৈ আছিল।

তেওঁক আপোনালোকে বহুবাৰ বহুত ঠাইত লগ পাইছে।

তেওঁৰ ৰূপৰ প্ৰশংসা কৰিছে— ? গুণৰ প্ৰশংসাও কোনো কোনোৱে কৰিছে। স্ব-জাতি কোনোবা নাৰীয়ে যদি— মুখখুলি প্ৰশংসা কৰা নাই বা কিনো ধুনীয়া বুলিছে তেন্তে ঈৰ্ষাতে তেনেকৈ কৈছে।

আপুনি তাইক বেয়া বুলি অর্থাৎ চৰিত্ৰ বৰ ভাল নহয় বুলি কৈছিল ? কিন্তু কিয় কৈছিল ?

আপুনি 'বৰ ভাল' বুলি কৈছিল। সচাকৈ বৰ ভাল জানো ?

তেওঁ নিজে নিজক কেইবাবাৰো 'মই বৰ সৎ আছিলো' বুলি কৈছিল। এইদৰে দৃঢ় স্বৰে আপোনালোকৰ কোনে পাৰিব, ওপৰলৈ চকুকৰি—ঈশ্বৰৰ নামত মই বৰ সৎ বুলি কব। পাৰিলে কব। কণ্ঠতে যদি ওঁঠ কঁপি উঠিছে তেন্তে কব পাৰিবলৈ চেষ্টা কৰিব। কব পাৰিলে চাব—পৃথিৱী-খনত যিবোৰ দুখ বুলি ভাবি আছে আচলতে সেইবোৰ কোনো দুখ নহয়।

দেৱজিতৰ লগত পৰিচয় হৈ কেনে লাগে নাজানো। কোনোবাই যদি কাবোবাক প্ৰাণেৰে বিচাৰে প্ৰযোজন হলে হাতত ধৰি টান মাৰি কব পাৰিব লাগিব—'বলা —উঠা। এই বহল পৃথিৱীখনত আমাৰ বাবে ঠাই হব'। —বুলি ইমান আত্মত্যাগ কিতাপে পত্ৰই পঢ়িহে ভাল লাগে। বাস্তৱত ভাল নালাগে নেকি—॥

জয়ন্তৰ বিষয়ে একো নজনা সুবুজাকৈ তেওঁক গালি নাপাৰিব।

স্বপ্ননয়নাক তেওঁ মাৰ-ধৰ অত্যাচাৰ কৰিছিল কিয়—?

স্বপ্নন্যনাক তেওঁ বেযা নাপায।

কোনো দিন তেওঁৰ চৰিত্ৰৰ বিষযে সন্দেহো কৰা নাই। জযন্তই স্বপ্নন্যনাক ভাল পায—বিশ্বাসো কৰে। তথাপি এনে হয়। কিয—?

তাৰ মানে তেওঁ সুস্থ নহয।

তেওঁ যে অসুস্থ এইকথা তেওঁ নিজেও নাজানে। আপোনালোকেও নাজানে। মাথোন জানিছিল স্বপ্নন্যনাই। স্বপ্নন্যনাৰ মুখে শুনিছিলো মই। পাচত লগ ধৰি আপোনালোকক মই জযন্তৰ কথা কম। সকলো

জানিলে আপোনালোকে—তেওঁক 'আহা বেচেৰা' বুলি কব পাৰিব।

স্বপ্ননয়নাক আপোনালোকে মৰিল বুলি ভাবিছে নেকি—? টোপনি অহা পিল খাই আত্মহত্যাৰ চেষ্টা কৰা স্বপ্ননয়নাক চিকিৎসা বিজ্ঞানে বচাবওতো পাৰে—। যদি বাচি আছে—আপোনালোকে নিশ্চয় তেওঁক আকৌ লগ পাব।

ধন্যবাদ

তৰুলতা দত্তবৰুৱা

এদিন মোৰ হাঁহি ভৰা মুখলৈ চাই তুমি মোক কৈছিলা—'তোক এটা মধুৰ মাদকতাৰে ভৰা সাধুকথা যেন লাগে স্বপ্ন। কিন্তু এই সাধু, মিছা সাধু।'

এৰা মই বিধাতা পুৰুষে স্ৰজন কৰা এটা মিছা সাধু। সেয়েহে মই থমকি ৰৈ ভাবিছো মোৰ এই অসুন্দৰ খলাবমা পৃথিৱীখনত মিছা সাধু এটা হৈ উজটি খাই খাই গৈ থকাৰ একো মানে নাই।

তুমি 'আৰতি' ,'ভায়োলেট' 'মনোৰমা' 'মায়া' আদিৰ কাহিনী লিখিলা। তেওঁলোকৰ কাহিনী কাল্পনিক কাহিনী। এইবাৰ মোৰ জীৱনৰ সত্য কাহিনীৰ দুটামান অধ্যায় লৈ বিয়োগান্ত কাহিনী লিখিবা। মই যাতে তোমাৰ লিখনিত এটা সচা সাধু হৈ জীয়াই থাকিব পাৰো।

এজন লিখকে বহুত দিনৰ আগতে মোক প্ৰকাশ কৰিছিল—'পলাশৰ ৰঙা ৰং' নাম দি এখন আলোচনীত। সেই গল্পটো তুমিয়েই প্ৰথম মোক দেখুৱাই কৈছিলা—'তোৰ কাহিনী স্বপ্ন'। মই পঢ়ি চাই কৈছিলো। তেওঁ ভাল লিখে। লিখাত নাম আছে। কিন্তু সচা মনৰ পৰিচয় দিব নোৱাৰিলে। পৃথিৱী নামৰ ৰঙ্গমঞ্চৰ মোৰ

মিছা অভিনয় সোপাকে, তেওঁ মোক অঁকা বুলি আঁকিলে হয়,- মুখাৰ তলতহে থাকিল আচল মানুহজনী। আচলতে তেওঁ অন্ধকাৰত থকা মোৰ প্ৰকৃত স্বভাৱ-চৰিত্ৰৰ কথা নাজানে। মোক তেওঁ কোনো ঠাইত দোষাৰোপ কৰা নাই। মহাবীৰ মদন, আদিৰ ইতিহাসো প্ৰকাশ কৰিলে, কিন্তু মোক বচাই কলে—বয়সৰ দোষ। কিন্তু ?

সেয়া জানো বয়সৰ দোষ— ?

তেওঁৰ দোষ নাই। দোষ মাথোন এইটোৱেই, মানুহে মিছা অহংকাৰ কৰি কয়, মানুহ চিনিব পাৰো বুলি। আচলতে মানুহে কোনোদিন কাকো চিনি পোৱা নাই আৰু কোনো দিন নাপাবও। লিখক-লিখিকাসকলক বোলে ঈশ্বৰে এক শক্তি দিছে। তেওঁলোকে বোলে মানব মনৰ অলিয়ে গলিয়ে ঘূৰিব পাৰে। কিন্তু অন্ধকাৰত থকা আচল পৰিচয পাবলৈ তেওঁলোকে জানো অন্তৰ দৃষ্টিৰে অন্তৰালৈ সূক্ষ্ম দৃষ্টিৰে লক্ষ্য কৰে ? হৃদয় যমুনা পাৰত পৰিথকা শামুকৰ খোলাবোৰৰ মাজতে এটি জীৱন্ত শামুকো থাকিব পাৰে। আৰু সেই শামুকৰ গৰ্ভতে এটি বহুমূলীয়া মানিকো থাকিব পাৰে। ওপৰে ওপৰে চকু এটি ফুৰাই সকলোবোৰ শামুকৰ খোলা বুলি কলে—নিজকেইহে ঠগা হব।

লিখাত হাত থকা হলে মই নিজেই মোৰ জীৱনৰ চৰম ব্যৰ্থতাৰ দিশটো গল্পৰ আকাৰেৰে লিখি মই মোৰ সচা পৰিচয় দি গলোহেঁতেন।

ভগৱানে বোলে প্ৰথমে শোক দিছিলে গছক। নিদাৰুণ শোকত গছৰ বকল খহি গল। পাতবোৰ সৰিল। তাৰ পাচত সেই গছেই এদিন মৰিল। এইবাৰ সৃষ্টিকৰ্তাযে শোকৰ ভাৰ ববলৈ দিলে বসুমতীক। সুজলা সুফলা পৃথিৱীও ফাটি-চিটি অৱস্থা তথৈবচ। শোক ভাৰ ববলৈ দিলে এইবাৰ মানুহক। সেয়েহে দুঃসহ বেদনা লৈ মানুহ নমৰি জীয়াই থাকে।

ময়ো সহ্য কৰিছিলো। দুঃসহ বেদনা সংগোপনে বুকুত লৈ,

অকণমান কিবা পালে, পোৱাৰ আনন্দত প্ৰাণভৰি হাঁহিছিলো। "কেনেকৈ যে হাঁহি থাক ?" বুলি এদিন অবাক ভাবে মোৰ হাঁহি ভৰা মুখলৈ চাই তুমি মোক প্ৰশ্ন কৰিছিলা। সিদিনা মই তোমাৰ প্ৰশ্নৰ উত্তৰ দিয়া নাছিলো। আজি দিছো শুনা—ইচ্ছা কৰিলে দুখবোৰ মই পাহৰি যাব পাৰো বা দুখবোৰক এইবোৰনো দুখনে—বুলিও ভাবিব পাৰো। সেই শক্তি মই আহৰণ কৰি লৈছিলো।

মই জানো মোৰ বাবে তোমাৰ মনটো নিশ্চয় কেনেবা কেনেবা লাগিব। এইকণ বৰ ডাঙৰ লোভ। মানুহৰ চৰিত্ৰ অদ্ভুত। বিচিত্ৰ মানুহৰ মন। সন্তানৰ চকুলো মাতৃৰ কাম্য নহয়। কিন্তু মাতৃৰ বাবে যদি সন্তানে নাকান্দে মাতৃয়ে সন্তানক অভিশাপ দিয়ে। মই মৰিলে কান্দিবৰ বাবে কোনো নাই। সন্তানে হয়তো মোক ইতিমধ্যে পাহৰিছে। মই তাৰ ওচৰত থাকিও সদায় তাৰপৰা দূৰত আছিলো। তাতে এতিয়া বহুত দিন সি মোক দেখা নাই।

তুমি সম্বন্ধত মোৰ কোনো নোহোৱা। তথাপি তোমাৰ বাদে কাকো মোৰ আপোন যেন নালাগে। কিয় জানানে –? এদিন মোৰ যন্ত্ৰণাত তোমাৰ চকুত এটোপাল চকুলো বিৰিঙি উঠা মই দেখা পাইছিলো। সেই চকুলো আছিল সচা মৰমৰ সাক্ষৰ। সেয়ে শেষ সময়ত তোমাৰ নামতে মোৰ আত্মকথাখন লিখি যোৱাটো সিদ্ধান্ত কৰিলো। মই প্ৰাণভৰি ভালপোৱা মোৰ জীৱনটো কি বিশ্বাসেৰে কাৰ ওচৰত এৰি যাম ? বিশ্বাস হেৰাই যোৱা পৃথিৱীত, এতিয়াও অকণমান বিশ্বাস ৰাখিছো, সিদিনা তোমাৰ চকুত তিৰ্‌বিৰাই উঠা চকুলোৰ টোপালত। তুমি যেতিয়া মোৰ এই লিখা পাবা, তেতিয়া মই আন্ধাৰত জিলিকি উঠিম। পোহৰত হেৰাই যাম। পৃথিৱীত মিলি যাম। মুকলি বায়ুৰ মৰমৰ আহ্বানত মই অধৈৰ্য্য হৈ পৰিছো। এই মধুৰ আহ্বান চাৰিও ফালৰ পৰাই আহিছে। আকাশ, বতাহ, মাটি, পানী, আনকি সৌ ৰাজপথে অহা যোৱা কৰা ৰেল, মটৰেও মোক হাত বাউল দি মাতিছে জীৱনটো

অপমৃত্যুৰ পদতলত বিসৰ্জ্জন দিবলৈ। সকলোৱে মিলি মোক শান্তিৰ সন্ধান দিছে। পৃথিৱীয়ে মোক মৰমৰে বিচাৰিছে।

চমুৱাই মাথোন দুটামান উল্লেখযোগ্য কথা কম বুলি ভাবি বাহিৰা কথাৰে পাততনি মেলিছো। এতিয়া আচল কথালৈ আহো। কোন ডোখৰৰ পৰা কলে ভাল হৰ বাৰু? শৈশৱটো বাদ দিলে, বা মা-দেউতাহঁতৰ বিষয়ে দুআষাৰ মান নকলে ভাল নহব যেন লাগে। ভাই-ভনী-মা-দেউতা-আত্মীয়-স্বজন-বন্ধু-বান্ধৱ। সকলোকে লৈহে মোৰ জীৱনটো সম্পূৰ্ণ, নহয় জানো—? মই যেনে তেনে কৈ যাওঁ তুমি সজাই-পৰাই লবা।

এটি দুখীয়া পৰিয়ালত জন্ম মোৰ। ধনে-মানে এসময়ত এই বংশৰ বিশেষ নাম আছিল। কোনোৱে কৈছিল মুকুট বিহীন ৰজাৰ ঘৰ। কোনোৱে কৈছিল লক্ষ্মী সৰস্বতী দুয়ো বাস কৰা ঘৰ। কোনো কোনোৱে হমুনীয়াহ পেলাইছিল বৃহস্পতি পোন বুলি। কোনোৱে নাক কোচাইছিল, দাম্ভিকৰ ঘৰ বুলি। দম্ভ কি আছিল নাছিল নাজানো। চখ্ হলে প্ৰত্যেকৰে আছিল। আমাৰ বোলে আজুককাৰ থিয়েটাৰ গীত বাদ্য আদিত বৰ নিচা আছিল। তেখেতে বিহু পূজা আদি কিবা এটা ওলালেই কলিকতা, লক্ষ্ণৌ আদিৰ যাত্ৰা থিয়েটাৰ আদিৰ পাৰ্টি অনাই হাজাৰ হাজাৰ টকা চখ্ কৰি উৰাই নিজে আনন্দ উপভোগ কৰিছিল—আনক চমক্ লগাইছিল।

ককাৰ আছিল চিকাৰত নিচা। চিকাৰ কৰিবলৈ আটাই কেইটা যে হাতী আছিল! হাতীটোৱে প্ৰতি মাউত। ফলত চিকাৰৰ পাচত হাজাৰ হাজাৰ টকা খৰচ কৰি মাউতৰ পৰিয়াল আৰু হাতী পুহিছিল। এবাৰ কোনো এজন চিকাৰত ৰাপ থকা বিদেশী মহাৰজাক অসমত চিকাৰ কৰিবলৈ মাতি আনি এসপ্তাহ নিজৰ ঘৰত ৰাখিছিল। এই সপ্তাহত মহাৰজাৰ পাচত চিকাৰৰ নামত দহটি হাজাৰ টকা খৰচ হৈছিল। লোকে কৈছিল 'বাহাদুৰি দেখুৱাইছে'। মায়ে কৈছিল 'লক্ষ্মীৰ ওচৰত অপৰাধ কৰিছে।'

ককা ঢুকুৱাৰ পাচত দেউতাৰ হাতত সামান্য ধন অলপ আৰু মাটি সম্পত্তি অলপ পৰিল। দেউতাই বোলে সাচি ৰাখি চলিব জনাহলে সেই সামান্য ধন-সম্পত্তিৰে আৰু দুই-তিনি পুৰুষলৈকে খাব পাৰিলহেঁতেন। দেউতাৰো আছিল এটা চখ্। দেউতাই খোৱাত বেচি পৰিমাণে খৰছ কৰিছিল। মাজে মাজে দেউতাই, আত্মীয়-স্বজন বন্ধু-বান্ধৱক ভোজ-ভাত খুৱাইছিল। মাহেকত দুই-চাৰিটা এনে ভোজ-ভাতৰ খৰচ থাকেই। আধুনিক বা ভদ্ৰ ভাষাত কবলৈ হলে দেউতাই সঘনাই 'পাৰ্টি' দিছিল। যি 'পাৰ্টিৰ' খৰচ নাই নাই বুলিও হাজাৰ টকা হয়। দেউতাৰ দ্বিতীয় দুৰ্ব্বলতা হল, দেউতাই কাৰোবাৰ দুখ-কষ্ট দেখিলে সহায় কৰিবলৈ নাপালে শান্তি নাপায়।

*  *  *  *

দেউতাৰ দদায়েকৰ নাম বসন্ত চৌধুৰী। ককাহঁতৰ ভাই ককাই আছিল দুজন। অনন্ত চৌধুৰী আৰু বসন্ত চৌধুৰী। ককায়েকৰ কুলক্ষণীয়া স্বভাৱ বুলি, ভায়েক বসন্ত চৌধুৰীয়ে সম্পত্তি ফালি লৈছিল। তেখেতক বোলে, তেখেতৰ পৰিবাৰ পাৰ্ব্বতীয়ে সম্পত্তি ফালি লোৱা কথাত উদগাই দিছিল। সম্পত্তি ফালি লৈছিল যদিও চক বেলেগ কৰা নাছিল। খোৱা লোৱা কৰিছিল নবৌয়েকৰ চকত। (পাৰ্ব্বতীৰে বুদ্ধি) নবৌয়েকৰ হাতৰ অন্নক বোলে তেওঁ প্ৰসাদ জ্ঞান কৰিছিল।

বসন্ত চৌধুৰীক আমি সৰুককা বোলো। সৰুককাই এদিন দেউতাক কলে—'তইতো তেনেই দাতা কৰ্ণই জন্ম ললি। সিচি থাকিলে সাগৰো শুকায়। এনেকৈ হলে খুব সোনকালেই তই পথৰ ভিখাৰী হবি। টকা-কড়িবোৰ দান দক্ষিণাতে শেষ কৰিলি হয়তো। যি আছে—আছে যদি তাৰ সৎ ব্যৱহাৰ কৰ। অৰ্থাৎ ইমানতে কিবা এটা নকৰিলে পৰিয়ালটো শেষত চলাবি কেনেকৈ ?'

খুড়াকৰ কথামতে বাগান কিনিবলৈ দেউতাই সকলো ধন (মাটি বাৰী বেচিও) খুড়াকৰ হাতত তুলি দিলে। খুড়াকে কৈছিলে 'মইেই

চাম। তই একো জঞ্জাল নাপাব। সাত পুৰুষলৈ আৰু চিন্তা নাই।' দুবছৰৰ পাচত দেউতাই সঠিক ভাবে বুজিলে—একান্ত বিশ্বাসেৰে খুড়াকৰ হাতত সকলো তুলি দি এতিয়া পথৰ ভিখাৰী হোৱাদি হ'ল। থাকিল মাথোন ছমহলীয়া ঘৰটো আৰু অলপ মাটি। সোনকালে চাকৰি বাকৰি এটা বিচাৰি নললে ভাই-ভনী-ভাৰ্য্যাক লঘোনে মাৰিব লাগিব বুলি, দেউতাই চাকৰি বিচাৰিলে।

চাকৰিত সোমাই দেউতাই আকৌ আগৰ জীৱন যাত্ৰা আৰম্ভ কৰিলে। দৰমহাৰ সকলো টকা দিয়া আৰু খোৱাত খৰচ কৰিবলৈ ললে। নিয়মিত ভাবে খৰচ কৰা হলে বোলে দৰমহাৰ আধা আধা টকা ভৱিষ্যতলৈ সাচি যাব পাৰিলহেঁতেন। দেউতাৰ সাচ্ বান্ধ নোহোৱা চৰিত্ৰৰ বাবে মা দেউতাৰ মাজত প্ৰায়েই কাজিয়া হৈছিল। মাৰ কোনো কথা দেউতাৰ অন্তৰত নালাগে। দেউতাৰ চাকৰি কৰিবলগীয়া হোৱাতোহে একমাত্ৰ দুখ।

এইযা আমাৰ বংশৰ ইতিহাস। এতিয়া মই মোৰ কথালৈ আহো।

মা দেউতাৰ মই দ্বিতীয় কন্যা। মোৰ ওপৰত বাইদেউ এজনী আৰু তলত সাতজনী ভনী দুটা ভাই। বাইদেউ কলিকতাত থকা ইন্দ্ৰজিৎ খুড়াৰ লগত থাকে। খুড়াৰ মুঠেই ল'ৰা এটা। টকা পইছা অপাৰ। ককা ঢুকুৱাৰ পাচত দেউতাৰ স্বভাৱ বৰ ভাল নহয় বুলি ভাই ককাইৰ মাজত সম্পত্তি ভাগ কৰি লোৱাৰ কথা প্ৰথম উত্থাপন কৰিছিল ইন্দ্ৰজিৎ খুৰায়ে। নিজৰ নিজৰ ভাগ লৈ এজন এজন কৈ তিনিজন ভায়েক ফাটি গল। লগত মাথোন বৈ গল বিশ্বজিৎ খুড়া। বৈ যোৱা মানে সম্পত্তি ভাগ হোৱা সময়ত বিশ্বখুড়াৰ বয়স আছিল বোলে মাথোন তেৰ বছৰ।

আমাৰ ওচৰৰ মানুহ এগৰাকীয়ে মোৰ নাম দিছিল জোন। আনে সেই নামেৰে নামাতিলেও তেওঁ 'জোন' বুলি মাতিছিল। আন্ধাৰত বোলে মোৰ গাৰ উজ্জ্বলতাই মোৰ চৌদিশ পোহৰাই ৰাখিব পৰা মোৰ দেহবৰ্ণ। প্ৰকৃততে এইটো মিছা কথা। মানুহৰ দেহৰ

উজ্জ্বলতাৰ পোহৰ বিলোৱা ৰশ্মি থাকিব নোৱাৰে। মোৰ দেহৰ উজ্জ্বলতাৰ পৰিমাণ বুজাবলৈহে তেনেকৈ কৈছিল। মোৰ গাৰ উজ্জ্বল বৰ্ণ দেখি দেউতাই নাম ৰাখিছিল 'পূৰ্ণিমা'। মায়ে নাম থলে 'আভা'। সপোন সপোন লগা, মধুৰ মাদকতাৰে ভৰা বোলে মোৰ চকুদুটা। সেয়ে মায়ে মোৰ ভাল নাম ৰাখিছিলে 'স্বপ্ননয়না'।

মোৰ নামৰখা পৰ্বটো দেখি বিধাতা পুৰুষজনে নিশ্চয় সেই সময়ত বেঁকাকৈ হাঁহিছিল। যাৰ জীৱন অমাবস্যাৰ অন্ধকাৰতেই আদি আৰু অন্ত—সেই জনক পোহৰ নামে নামকৰণ কৰি দিব পাৰিবনে পোহৰৰ এধানি ৰশ্মি বুলি। কণাক পদ্মলোচন বুলিলেও অন্ধৰ দৃষ্টিদান নহয়।

সৰু কালৰে পৰা মই নিজকে নানান ধৰণেৰে গঢ় দিয়াৰ কল্পনা কৰা আজিও মনত পৰে। এবাৰ আমাৰ সৰু চহৰখনলৈ জৱাহৰলাল নেহেৰু আহিছিল। সেই উপলক্ষে এখন বিৰাট সভা আয়োজন কৰা হৈছিল। সেই সভাৰ এচুকত মযো উপস্থিত আছিলো। মোৰ লগত আছিল 'মধুনিতা'। আমি দুযো সমবয়সীয়া। সেই সময়ত আমাৰ বয়স ছয়-সাতৰ ভিতৰত আছিল। এতিয়াও মোৰ খুব বঢ়িয়াকৈ মনত আছে জৱাহৰক চাবলৈ যাবৰ বাবে মই মোৰ একমাত্ৰ পোছাকী চোলাটো আগদিনা ৰাতি ধুই দিছিলো। মোৰেই দুৰ্ভাগ্য পাচদিনা কিন্‌কিনাই বৰষুণ দি থাকিল। চোলাটো নুশুকালে। উপায় নাপাই শেষত চোলাটো জুইত সেকিলো। মা আৰু পেহীয়ে নেদেখাকৈ সেমেকি থকা চোলাটোকে পিন্ধি ওলাই গৈছিলো।

জৱাহৰৰ উত্তপ্ত বক্তৃতা শুনি এনে লাগিছিল মযো এসময়ত এনেকৈ বক্তৃতা দিম। মোকো মানুহে খেদি খেদি চাব। ফুলৰ মালা পিন্ধাব।

আন এদিনৰ কথা। নাম থকা এজন গায়কৰ গান শুনিবলৈ হাজাৰ জনতাৰ মাজত মযো সোমাই পৰিছিলোগৈ। গীতৰ অৰ্থ পদাৰ্থ একো বুজা নাছিলো। কিন্তু তেওঁৰ কণ্ঠস্বৰ, তেওঁৰ সুৰধ্বনিত কাৰোবাৰ বাবে যেন কিবা দুখ লাগিছিল। অজান সেই দুখত মোৰ

বুকুখন কেনেবা কেনেবা লাগিছিল। ওলাই আহিব খোজা কান্দোন খিনি ডিঙিত চেপাখাই লাগি ধৰিছিল। সেইবাবে ডিঙিটো কেনেকুৱা যে লাগিছিল। বাৰে 'বাৰে হাতেৰে ডিঙিটো মোহাৰি মই ভাৰিছিলো, ময়ো গান শিকিম। এইদৰে গান গাই মযো মানুহক কন্দুৱাম।

এনে এখন সভা নাছিল (লাগিলে ধৰ্ম সভাই হওক) যত মই উপস্থিত নাছিলো। থিয়েটাৰ ভাওনা মৌ-মেল আদি যিবিলাকত প্ৰৱেশ মূল্য দিব নালাগে এই সকলোতে উপস্থিত থাকো।

ঘূলবা—'মই সক কালৰে পৰা কি বিচাৰি ফুৰিছিলো বাৰু? যুজিব পাৰিছানে? বিখ্যাত দাৰ্শনিক 'কান্‌টে' কৈছিলে—'মানুহে নিজৰ বন্ধু-বান্ধৱৰ মাজত নিজৰ স্থান বিচাৰি উলিয়াবলৈ সদায়েই চেষ্টা কৰি আহিছে। যাৰ লগত শান্তিৰে থাকিবও নোৱাৰে আৰু যাৰ অভাৱত জীয়াই থাকিবও নোৱাৰে'।

বাহিৰত কিনকিনীয়া বৰষুণ। এইদৰে বৰষুণ দি থকা আজি পোন্ধৰ দিন হল। ডাৱৰীয়া বতৰতে মই শেষ হৈ যাম। মোৰ মনে কৈছে মই শেষ হৈ যোৱালৈকে বতৰ এনেকৈয়ে থাকিব। বৰষুণত মই মোৰ মৃত্যুৰ পদধ্বনি শুনিবলৈ পাওঁ। শ্ৰুতিকটু সেই পদধ্বনি শুনি ভয় আতঙ্কত এদিন যিদৰে মন শিয়ৰী উঠিছিল, আজি তেনে ভয়ৰ শিহৰণ অহা নাই। বৰষুণত শুনা মৃত্যুৰ পদধ্বনি আজি মোৰ এনে লাগিছে মই যেন স্বৰ্গৰাজ্যৰ প্ৰৱেশ দ্বাৰত। মোক আদৰি নিয়া সেযা আৱাহনী সঙ্গীতৰ তাল।

সময়বোৰ বৰ বেগতে গৈছে যেন লাগিছে। এতিয়ালৈকে তোমাক দেখোন একো কোৱা হোৱা নাই। এইবাৰ চমুৱাই কৈ যাওঁ।

* * *

আমি ইমানেই দুখীয়া আছিলো যে কেতিয়াবা একে লেঠাৰিৰে তিনি সাজলৈকে লঘোন দিব লগীয়াও হৈছিল। তেনে সময়ত

পেটৰ ক্ষুধা দূৰ কৰিবলৈ কচু ঢেকীয়া ( বাভীত একো নাথাকিলে ) সিজাই খাওঁ। কেতিয়াবা এনে হয় তুসাজৰ মূৰত এসাজ হয়—সিও হয় আধাপেটী।

ঘৰত টকা পইছা বা চাউল পাত নহলে প্ৰায়েই মহন্ত উকীলে বজাৰ কৰিবলৈ দুই এটকা দিয়ে। কেতিয়াবা হয়তো দেউতাৰ হাতত অলপ চাউলকে দি পঠায়। কিন্তু এই অলপে আমাৰ পোন্ধৰটা প্ৰাণীৰ বৃহৎ সংসাৰখনত একোৱেই নহয়। কেতিয়াবা ভাতৰ নিসনিখিনি কোনে খাব, কোনে সদায় খায় এই কথাৰে ভাই ভনী কেইটাৰ মাজত কুৰুক্ষেত্ৰ বণহে পৰে। দেউতাৰ পেঞ্চনৰ টকা কেইটাৰে, এমাহ নালাগে পোন্ধৰ দিনেই চলা টান। দিনে দিনে বস্তুৰ দাম বাঢ়ি গৈ থকা বাবে যদি পেঞ্চনৰ অঙ্কৰ সংখ্যাও বাঢ়ি গৈ থাকিলহেঁতেন, তেন্তে অনাহাৰে বিনা চিকিৎসাৰে তত্ৰাজনী মৰিব-লগীয়া নহলহেঁতেন !!

আমাৰ পৰিয়ালত দহটা ল'ৰা-ছোৱালী, মা দেউতা বিশ্বজিৎ খুড়া ৰীতা পেহী আৰু মনোহৰ বৰ পিতাই। মনোহৰ বৰ পিতাই দেউতাহঁতৰ বাহিৰা মানুহ। বুলবা—এই মানুহজনক বাহিৰা মানুহ বুলি লিখিবলৈ অন্তৰত লাগিছিল। সত্য নিদাৰুণ হলেও প্ৰকাশ কৰিবই লাগিব বুলি কোনো মতে মনক প্ৰবোধ দি কঁপা কঁপা হাতেৰেহে লিখিছো। বাহিৰা বুলি আনে ভাবিলেও আমি বৰ পিতাইক আমাৰ ভিতৰৰে এজন বুলি মনেপ্ৰাণে ভাবো। আমি দহোটা ভাই-ভনীয়ে তেওঁক মানি চলো। ভক্তি কৰো আৰু ভাল পাওঁ।

কিবা কথাৰ পৰা কিবা কথা ওলাল। মহেও বৰ আমনি কৰিছে। মহকে মাৰিমনে - কলমকে চলাম। হাতৰ মনিবন্ধটোও বিষাইছে। বৰ আশাকৈ মই মোক লিপিবদ্ধ কৰি যাবৰ বাবে বহিছিলো। কিন্তু সি হৈ নুঠিব যেনহে লাগিছে। মই কোৱা কথা হয়তো আধা কোৱা হব।

আমাৰ অভাৱগ্ৰস্ত পৰিয়ালটোৰ কথা কৈছিলো নহয় জানো? এবা দেউতাৰ অচল প্ৰায় সংসাৰখনৰ কথা কৈছিলো। শুকান বালি তিয়াব নোৱাৰি বুলি কথা এষাৰ আছে। এই কথাষাৰ আমাৰ

ক্ষেত্ৰতেই ভালকৈ খাপ্ খাই পৰে। ইমান কৰিও দেউতাই কোনো মতেই জোৰা মাৰিব নোৱাৰে।

কেতিয়াবা হয়তো দেউতাই মৃগেন খুড়াৰ পৰা টকা কেইটামান খুজি আনে। টকা দহোটা লেঠা শটা। ইটো লেঠাই বোলে মোৰ প্ৰয়োজন বেচি। সিটো লেঠাই বোলে মোৰ প্ৰয়োজন আৰু বেচি। হাতৰ মুঠিত টকা দহোটা লৈ মায়ে মনে মনে হিচাপ কৰি যায় কোন ফালৰ পৰা কেনেকৈ মিলাব পৰা যায়।

নিকুমৰ যিবা এটা পেণ্ট আছিল সিও ফাটি-চিটি পিন্ধিব নোৱৰা হল। প্ৰতিভাৰ স্কুললৈ যোৱা ব্ৰেগ নাই। স্কুলৰ মাচুল দিয়া নাই। অঞ্জুমৰ তলে তলে নিশ্চয় কিবা অসুখ হৈছে ল'ৰাটো শুকাইছে। মনটো মাৰি থাকে। হাস্পতালত দেখুৱাই আনিলে হব কি, লিখি দিয়া দৰৱ জাতি কিনি খুৱাব পৰিলেহে। ডাক্তৰৰ স্পৰ্শ আৰু গন্ধত বা ডাক্তৰে লিখি দিয়া ( দৰৱৰ নাম, কেনেকৈ কেতিয়া খুৱাব লাগে ) কাগজখন ধুই পানী টোপা খালে যদি ৰোগ আৰোগ্য হলহেঁতেন, তৎপ্ৰয়োজনী নমৰিলহেঁতেন।

' যোৱা বছৰেই বতাহে মূধচ উৰুৱাই নিলে। যেনে-তেনে সকলো বাদ দি হলেও মূধচটো চোৱাব লাগিব। মাটিৰ খাজনাটোও পৰি আছে। মদন দোকানীটো পাওনা পইছা বিচাৰি ঘনাই আহে।

নিকুমৰ ভূগোলখন কিনিব লাগিছিল। ল'ৰাটোৰ পঢ়াত আগ্ৰহ আছিল। ভূগোল এখন সি শ্ৰেণীৰ কাৰোবাৰ পৰা চুৰ কৰি আনিছিল। ধৰা পৰি, আৰু চৰটো, তাৰ ভুকুটো খাই মুখ ফুলাই আহি দুদিন বিষত তৎ হেৰুৱাই বিছনাত পৰি থাকিল।

স্কুলত প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলে মাষ্টৰে মাৰে। মাষ্টৰৰ মাৰৰ ভয়ত স্কুললৈ নগলে ঘৰত মাৰ খায়। নিৰুপায় হৈ সি চুৰ কৰিছিল। সি কৈছিল—'প্ৰভাত ধনী ল'ৰা। পানী খোৱা ছুটীত সদায় বহুত বহুত পইছা খৰচ কৰে। সি আকৌ এখন কিতাপ কিনি লব পাৰিব বুলিহে তাৰ কিতাপ চুৰ কৰিছিলো।' যি কাৰণতেই—যাৰেই কিতাপ চুৰ নকৰক লাগিলে। চুৰ কৰি সি চোৰ

নাম ললে। তাক দেখিলে এতিয়াও তাৰ লগৰ সমনীয়াবোৰ ফূৰ্ত্তিতে 'চোৰ চোৰ' বুলি চিঞৰে।

দীঘল নিশ্বাস এৰি মায়ে মনতে নিজকে কয় তাৰ নাম অমৃত অঞ্জন চৌধুৰী। এই অমৃত শব্দটোৰ আৰত মোৰ কিমান যে আশা লুকাই আছিল।

বুঢ়া কালত দেউতাই টকা ত্ৰিশটাত মাৰোৱাৰীৰ গোলাত কাম বিচাৰি লৈছে। পেঞ্চনৰ টকা কেইটাৰ লগত এই কেইটা যোগ কৰিলে এশ দহ টকা হয়। এই কেইটা টকা, একালে চালে একালে নহয। সিফালে চালে ইফালে নহয়।

যোৱা দ্বিতীয় মহাযুদ্ধৰ আগতে আমাৰ ঘৰৰ অৱস্থা বেয়া নাছিল। দদায়েকৰ কু-চক্ৰান্তত পৰি যদিও দেউতাই প্ৰায় সৰ্ব্বস্ব হেৰুৱাই সৰ্ব্বস্বান্ত হৈছিল, তথাপি খোৱা পিন্ধাৰ কোনো দুখ নাছিল। বৰং খোৱা পিন্ধাৰ সুখ আছিল বুলিহে কব পাৰি। সেই সুখ ভোগৰ কথাবোৰ মাৰ মুখত প্ৰায়ে শুনিছিলো। বজাৰৰ ৰৌ-চিতল মাছৰ বোলে দেউতাই ভালৰ ভালটো ডাঙৰৰ ডাঙৰটো গোটেৰেহে কিনিছিল। কিনি আমোদ পায়—কিনে, ইমানেই। খাওতা যে মুঠেই পাঁচটা, ইমানটো মাছ খাব কোনে এই ভাব দেউতাৰ মনলৈ নাহে। মনলৈ আহিলে হযতো ভাবে মহন্তৰ ঘৰ আছে। দুৱৰাৰ ঘৰ আছে। ভূঞাৰ ঘৰ আছে। এওঁলোকেতো আক মোৰ ঘৰৰ পৰা দিয়া মাছ নাখাওঁ বুলি শপত খোৱা নাই। কেতিযাবা এনে হয মাছ মাংস থকাৰ ওপৰতে আকৌ দি পঠাইছে কাৰোবাৰ হাতত মাগুৰ মাছ এগাল ( জীয়াই ৰাখিবলৈ বুলি ) বা পাভ মাছ এগাল। ফলত মাযে কটা ভজা কৰি দিনটো পাকঘৰত সোমাই থাকিবলগীয়া হয়। এখন মাছৰ টেঙা, এখন জলা, এখন ভজা। মাছৰ বড—অলপ সৰিয়হ দিয়া জোল। কেঁচা জলকীয়া ধনীয়াশাক পিয়াজ দি পাভ মাছ হলে পাতত দিয়া, মাছ বিধে বিধে কৰিব লাগে। মায়ে দিনটো পাকঘৰতে সোমাই থাকিব লাগে বুলি ভোৰ ভোৰাই ভোৰ ভোৰাই কাম কৰে।

এদিন দেউতাই জোনাকীবাইৰ হাতত গোট কাছ এটাদি কৈ পঠাইছিল, ভালকৈ ৰান্ধি-বাঢ়ি থবলৈ। কোনোবা এজন বোলে ভাত খোৱা আলহী আহিব। মায়ে বন্ধা-বঢ়া কাম সমাপ্ত কৰাৰ পাচত গোট কাছ দেখি 'মোক খালে' বুলি মূৰে কপালে হাত থৈ বহি পৰিল। তাৰ পাচত দাঁত কামুৰি কলে—'মই মাইকী মানুহ-জনীয়ে কাটি-বাচি ৰান্ধিবলৈ জীয়া ছাগলী যে পঠোৱা নাই মোৰ পৰম ভাগ্য।' মাযে দাঁত কৰচি কৈ গল—'বাই। এইখন মোৰ বৃহৎ কপাল। তাঁত এখন লগাই লোৱা ছমাহ হল। গামোছা তুখন বৈ উলিযাব পৰা নাই। তাঁত শালত মোক বহিবলৈ নিদিযা মানুহজনে কিবা প্ৰতিজ্ঞা কৰি থৈছে যেনহে পাওঁ। কিয আলহীক মানুহেৰেই ভাত খুৱাব নোৱাৰিলহেঁতেন নেকি?'

জোনাকীবাযে নিজে কাছটো কাটি-কুটি দিবলৈ লৈ কৈছিল 'নাপায় ৰোৱাৰী। এইদৰে থেকেচ্ নেকেচ্ কৈ কাম কৰিব নাপায। ঈশ্বৰে দিছে প্ৰসন্ন মনে গ্ৰহণ কৰিব লাগে। তিকতাৰ জীৱন 'সোৱামী' সেৱাৰ বাবেই। ল'ৰাই আনি দিছে হাঁহি মুখে ৰান্ধ বাঢ —খা। তই বিধে বিধে ৰান্ধিবলৈ পায থেকেচ্ নেকেচ্ কৰিছ, হা হুমুনীয়াহ কাঢিছ, একোবোৰে ৰান্ধিবলৈ নাপায় হা-হুমুনীযাহ কাঢিছে।'

এবাৰ দেউতাৰ দূৰ সম্পৰ্কৰ আত্মীয় এজনে সহায় বিচাৰি অহাত দেউতাই বোলে জাৰি জোকাৰি ঘৰ উদং কৰি চিকাক্ষপ এমোনা দি পঠাইছিল। টকা মোনা উলিযাই দি মাৰ বোলে বুকুখন উদং উদং লাগিল। মাযে বোলে গোটেই দিনটো একেটা কথাকে ভোৰ ভোৰাই আছিল—'ভবিষ্যত নভবা মানুহে সংসাৰ কৰিছিল কিয়। হঠাৎ যদি মানুহজনৰ কিবা এটা হয়—তেতিয়া? তেতিয়া কোনে চাব? কোনে নিজৰ বুলি, ল'ৰা-ছোৱালী বুকুত চপাই লবলৈ লৰৰি আহিব?'

'হঠাৎ যদি কিবা এটা হয়,' মাৰ মুখত এই কথাষাৰ শুনি উৰি উৰি মাৰ ওপৰত পৰি পেহীয়ে কৈছিল—"স্বামী মৰিলে কেনেকৈ

সুখেৰে ভাত গিলিব পাৰিবা, ভাবিব যে পাৰিলা ? ধন্য নাৰী তুমি !’ মায়ে-উত্তৰ দিছিল—‘সংসাৰ কৰাৰ আগতে প্ৰত্যেকেই ভবা উচিত হঠাৎ যদি তেওঁ বিধবা হয় বা ব্যাধি আদিত স্বামী পঙ্গু হয়, আৰ্জন উপাৰ্জন কৰিব পৰা তেওঁৰ তেনে কোনো যদি শিক্ষা বিদ্যা নাথাকে। যদি সা-সম্পত্তিও একো নাথাকে, তেন্তে তেওঁ সন্তানক কেনেকৈ মানুহ কৰিব ? তুমিও জানি থোৱা নিস্বাৰ্থৰে কোনেও কাৰো কথা নাভাবে। সেইবাবেই নাৰীক শিক্ষা লাগে। মইতো ছোৱালীক নিজৰ ভৰিত নিজে থিয় হব পৰা নকৰাকৈ বিয়া নিদিওঁ। পিতৃ-মাতৃয়েই যদি সন্তানৰ নিৰাপত্তাৰ বিষয়ে নাভাবে, বাটৰ মানুহে ভাবিবনে ? যদি ভাবে লাজ কাৰ ?’

এখন সংসাৰৰ সংসাৰত মানুহৰ দৰে থাকিবলৈ বা জীয়াই থাকিবলৈ প্ৰযোজন বহুত। সন্তানৰ প্ৰতি পিতৃ-মাতৃৰ কৰ্ত্তব্যও বহুত। নিজৰ নহলে আত্মীয়-স্বজন লৰি আহিবনে ?

লৰি কোনো নাহিল আমাৰ দুৰ্দিনত সহায় কৰিবলৈ। সককাৰ (বসন্ত চৌধুৰী) পাঁচ-জন পুত্ৰ। এখন এখনকৈ বাগানো কৰিলে পাঁচখন। বিদেশৰ ইঞ্জিনীয়াৰ আনিলে, ভাগে ভাগে ঘৰ সজাবলৈ। পুতেক জীয়েকৰ বিয়া পাতিলে দিল্লীৰ খিলি পান, কলিকতাৰ ‘সন্দেস’ আৰু বেগুপাটি’ৰে।

তেতিয়া তেওঁলোকে আমাক চিনি নাপায়। আমি আমাৰ দুৰ্দিনত আত্মীয়হীন হৈ পৰিছিলো।

চাহ একাপ খাবৰ মন গৈছে। মই চম্পাক মাতি চাহ একাপ খোজো। মই যেতিয়া কোঠাৰ দুৱাৰ মাৰি মনে মনে থাকো, তেতিয়া চম্পাইঁতে মোক চাহ ভাত খাবলৈও আহ্বান নকৰেহি। এইয়া মোৰ কাঢ়া আদেশ।

মই বোধহয় ভাতো খোৱা নাই। ভোকো অনুভৱ কৰিছো। বুলবা—মই মোত সম্পূৰ্ণ হেৰাই গৈছিলো। এতিয়া অনুভৱ হৈছে মই জীয়াই আছো।

সময়নো কিমান হল এই কথালৈ মোৰ খিয়াল নাছিল। চম্পা

কাঙ্কাইঁত, খাই বৈ শুলে। এতিয়া নিশা ভালেমান হল। তাহাঁতক মোৰ জগাবৰ মন নগল। বান্ধনী ঘৰৰ দুৱাৰ মুখৰ পৰা মই ঘূৰি আহিলো। দুৱাৰত তলা মৰা নথকা হলে মই নিজে চাহ একাপ কৰি খালোহেঁতেন।

স্তব্ধ অন্ধকাৰে মোৰ বিৰাট ঘৰটো গিলি পেলাইছে। অন্ধকাৰত নিতালে থিয় দি থকা এই ঘৰটো ভয় ভয়ঙ্কৰ দৈত্য এটা যেনহে লাগিছে। মই দৈত্যৰ গৰ্ভত। উদ্ধাৰৰ পথ বিচাৰি নোপোৱাত মোৰ হাহাকাৰ অৱস্থা। অন্ধকাৰত খেপিয়াই খেপিয়াই মই পথ বিচাৰিছো।

মুক্তিৰ পথ।

শান্তিৰ পথ॥

* * *

দ্বিতীয় মহাযুদ্ধৰ আগৰ আমাৰ ঘৰৰ অৱস্থাৰ কথা কোৱা নাছিলো জানো? এই মহাযুদ্ধখনে ভীষণ ভয়াল ৰূপ লৈ এশ্ৰেণী মানুহৰ মেৰুদণ্ড ভাঙি দি গল। টকাত পোন্ধৰ বিশ সেৰ চাউলৰ পৰা গৈ গৈ এতিয়া দহ টকাৰ চাউল কাষলতি তলত লুকুৱাই আনিব পৰা হল। আন আন বস্তুৰ অৱস্থাও তথৈবচ।

আমিও এটি এটি কৈ এঘাৰটা প্ৰাণী সংসাৰলৈ আহিলো। দেউতাৰ সৰু সংসাৰ খন বৃহৎ সংসাৰলৈ ৰূপান্তৰিত হল। এতিয়া দেউতাই গোটে গোটে নিতৌ বৌ চিতল অনা দূৰৰ কথা, মাহেকৰ মূৰত এসাজ সৰু মাছ খাবলৈ পোৱাও ভাগ্যৰ কথা হয়।

বাহিৰা কথালৈ নাহো নাহো বুলিও ক'ৰবাৰ পৰা ক'ৰবাত ওলাইছোগৈ। মোৰ কোঠাৰ পুবফালৰ খিড়িকী এখন খোলা আছে। হঠাৎ সেইফালে চকু যোৱাত আকাশৰ তৰাবোৰ দেখি মোৰ এনে লাগিল তৰাবোৰে যেন মোলৈকে চাই আছে। বতাহৰ লগত সোমাই অহা শেৱালীৰ সুগন্ধয়ে মোৰ চৌদিশ ভৰি পৰিছে। বুলবা—

মোৰ দেখোন জীয়াই থাকিবৰ মন গৈছে। যুগ যুগ যেন মই এইদৰে অকলে নিৰলে এই শীতল পৰিবেশত বহি থাকিম। মোৰ কোঠাৰ এই সুগন্ধ মিশ্ৰিত বায়ুৱে মোক পৱিত্ৰ পৱিত্ৰ কি এক ভাবেৰে উদগাই দিছে জীয়াই থাকিবলৈ আৰু নোপোৱাবোৰ বিচাৰি লবলৈ। মোলৈ মোৰ ভয়েই লাগিছে। মই তেন্তে ক্লান্ত হৈ পৰা নাই॥ আকৌ নিৰল্লে আগবাঢি গৈ থাকিবলৈ মই থিয় হম নেকি ?

ভগৱানে যেতিয়া দুখৰ বোজা বলৈ দিলে মানুহক, নিদাৰুণ দুঃসহ বেদনাত সেই মানুহ গৃহত্যাগী হল। খোৱা শোৱা এৰি বনে বনে ঘুৰি ফুৰিলে। তিনি দিন তিনি ৰাতিৰ পাচত সেই মানুহজনে এটা হৰিতকী আৰু নিজৰাৰ চেঁচা পানী পি তেওঁৰ কণ্ঠত ফুটিল তৃপ্তিৰ মাত 'আঃ'। মানুহজনে শোক তাপ হজম কৰিলে। তাৰ পাচৰ পৰা মানুহেই পৃথিৱীৰ দুখৰ ভাৰ বৈ আহিছে। দুখ সহ্য কৰিবলৈ মযো প্ৰস্তুত।

কিন্তু মই জীয়াই থাকিব নোৱাৰো।

দুখত নহয়।

শোকত নহয়।

এটি পৱিত্ৰ শক্তিক মই ধ্বংসৰ পথলৈ টানি নিব নোৱাৰো। সেযেহে মই জীযাই থকাৰ কথা আৰু ভাবিব নোৱাৰো। মই মোৰ সন্তানৰ কথা কৈছো। মানুহৰ শক্তিক মই পৱিত্ৰ শক্তি বুলিছো। মানুহ মানুহ হলে পৃথিৱীখনেই স্বৰ্গ হয়।

বুলবা -। সন্ধান এই ঘৰখনত মানুহ হলে কেনে শিক্ষা পাব তুমি জানা। মই মৰিলে সি গৌৰাঙ্গৰ ওচৰত মানুহ হব। গৌৰাঙ্গৰ অমৃত হৃদয়ৰ আদৰ্শত তাৰ হৃদয়ো অমৃতময় হব। ডাঙৰ হৈ সি তাৰ চৌদিশে অমৃত ছটিয়াব। মই মৰাৰ পাচত সি যাতে প্ৰতিভা গৌৰাঙ্গৰ ওচৰতে থাকে এই কথা মই জয়ন্তলৈ অনুৰোধ কৰি লিখি যাম। মানুহে জীয়াই থকা মানুহৰ কথা নাৰাখিলেও মৃতকৰ শেষ অনুৰোধ ৰাখে। মৃত্যু বৰ পৱিত্ৰ—। পৱিত্ৰতাবেই এই শক্তি। জয়ন্তই নিশ্চয় মোৰ কথা ৰাখিব। আনহাতে মোৰ মৃত্যুতে

(পৱিত্ৰতাত) মোৰ সচা মিছা সকলো অপবাদেই ইমানতে লুকাব। মোৰ ভালেখিনি মানুহে স্বীকাৰ কৰিবলৈও বেয়া নাপাব। ভৱিষ্যতে সি মোৰ স্মৃতি মোৰ নাম পৱিত্ৰ ভাবে স্মৰণ কৰিব পাৰিব।

বুলবা—গোটেই পৃথিৱী নিতাল মাৰি শুই আছে। মই মাথোন সাৰে আছো। আৰু মোৰ লগত সাৰে আছে এবুকু জীয়া মৰম আৰু সাৰে আছে মোৰ মেজত থকা কেতেকীপাহৰ স্নিগ্ধ সুগন্ধ-খিনি। এই ফুলপাহ মই হাস্পাতালত থাকোঁতে স্কুলীয়া ছোৱালী এজনীয়ে ৰঙালী বিহুৰ প্ৰীতি জনাই মোক দিছিল। ফুলপাহ চিঙা এসপ্তাহ মান হল। ফুলপাহ মৰহিল। বৰণ বিবৰ্ণ হল। তথাপিও তাৰ সুগন্ধ সজীৱ। এই সুগন্ধত মাজে মাজে মই থমকি ৰওঁ। পৃথিৱীত জীয়াই থাকিবলৈ সকলো জীৱৰে সমান অধিকাৰ বুলি মনতে কৈ ভাবো—মই কিয় মৰিম।

কিন্তু জয়ন্তৰ মুখ মোৰ চকুত ভাঁহিলেই মোৰ কলম চলে। অলপ আগতে মই কেতেকী পাহৰ সুগন্ধত থমকি ৰৈছিলো। জয়ন্তৰ মুখ মোৰ চকুত ভাহি উঠাৰ লগে লগে আকৌ কলম চলাবলৈ ললো।

* * *

কোন ডোখৰত এৰিছিলো পাহৰিলো। যোৱা মহা-যুদ্ধৰ আগৰ আৰু পাচৰ অৱস্থাৰ কথা কৈছিলো বোধহয়। এই যুদ্ধই একশ্ৰেণীৰ মেৰুদণ্ড যি দৰে ভাঙিলে, একশ্ৰেণীৰ ভঙা মেৰুদণ্ড সেইদৰে পোনালে। যুদ্ধত টকাৰ ঢল উঠিছিল। উটাই অনা টকাৰ ঢল দেউতাই চপাব নাজানিলে। পৃথিৱীৰ একা বেঁকা পথবোৰৰ দেউতাই একো ভু-ভা নাপায়। কোনোবাই দেখুৱাই দিলেও 'নাচাওঁ' বুলি চকু মুদি ধৰে। এক কথাত কবলৈ হলে দেউতা আছিল যুধিষ্ঠিৰৰ দ্বিতীয় সংস্কৰণ। মায়ে খঙত কেতিয়াবা 'ধৰ্ম যুধিষ্ঠিৰ' বুলি কোৱা আমি শুনিছিলো। জীৱনত বোলে দেউতাই মিছা এষাৰো মাতি নাপালে। মিছা মাতিবলগীয়া হোৱা পৰিস্থিতি দেউতাই সৃষ্টি হবলৈ নিদিছিল।

এই ভোখৰতে কথা এবাৰ মনত পৰিল। লক্ষধৰ নামৰ দেউতাৰ বন্ধু এজনে বোলে ভায়েকলৈ দেউতাইতৰ চুবুৰিৰে ছোৱালী এজনী পচন্দ কৰিলে। বিয়াৰ দিন বাৰ ঠিক হোৱাৰ পাচত লক্ষধৰে ছোৱালী জনীৰ চৰিত্ৰৰ বিষয়ে কিবা শুনিলে। দেউতাই যে মিছা নকয় এই বিষয়ে লক্ষধৰ নিশ্চিত। তেখেত আহি দেউতাক সুধিলেহি 'হয় নেকি ?' বুলি। দেউতা বিবুদ্ধিত পৰিল। কথাটোযে সত্য দেউতাই জানে। কিন্তু সঁচা বুলিলে, বিয়াখন ভঙা হব। মিছা বুলি কলে মিছা মাতিব লাগিব। বিবুদ্ধি হৈ দেউতাই হুপি থকা 'খঁপাতৰ হোকাত জোৰে জোৰে হোপা দিলে। হোকাৰ টোবোক্ টোবোক্ মাতৰ মাজত "মই নাজানো বুলি" দেউতাই বিৰ্‌বিৰালে। দেউতাই কি কলে মুগুনি, দেউতাৰ মুখৰ চেহেৰা চাই ধৰি ললে মিছা কথা শুনি দেউতা বিৰক্ত হৈছে বুলি।

দেউতাই প্ৰায়েই আমাক কৈছিল, খোৱা-পিন্ধা, ৰোগ-তাপ আদিৰ দুখ, প্ৰকৃত দুখ নহয়। প্ৰকৃত দুখ দেউতাই বোলে পোৱাই নাই। বুলবা। মোৰ জীৱনলৈও বিভিন্ন ধৰণৰ দুখ আহিল। এই দুখ-বোৰ আহোতে প্ৰত্যেকবাৰেই দুঃসহ বেদনাত দহি ভাবো দেউতাই কোৱা প্ৰকৃত দুখ এইটোৱেই নিশ্চয় বুলি। কিন্তু সেই দুখ হজম হোৱাৰ পিচত ভাবো—ওহো নহয়। মোৰ হৃদয়ত কোনো দুখেই পদচিহ্ন দি যাব নোৱাৰিলে। সেয়ে মই জীৱনৰ অগ্ৰগতিত হাঁহি হাঁহি আগবাঢিছিলো। মোৰ হাঁহিয়ে জগতক কৈছিল মই বিজয়িনী বুলি।

* * * *

স্কুলত যেতিয়া বাইদেউৱে পাঠ্য বুজাই মই তেতিয়া মোৰ জীৱন পুথিৰ পাতবোৰ এখিলা এখিলাকৈ লুটিয়াই যাওঁ। 'স্বপ্ন। তইঁতৰ ঘৰলৈ মহাবীৰ আহি থকা বাবে যে বাহিৰৰ বতাহ তোৰ বদনামেৰে গধুৰ তই জাননে নাজান ? মই বাহিৰত নাক উলিয়াব নোৱাৰা হৈছো।' বিৰক্তভৰা দেবজিতৰ কথা।

'আই পূর্ণিমা কালিৰে পৰা পেটত খুদকণ এটা নাই, এনেকৈ ফুললৈ ওলালি। আজি নালাগে যাব আই। মই কিবা এটা সুবিধা কৰিব পাৰোনে চাওঁ।' দেউতাৰ অপৰাধী অপৰাধী ভাবৰ অনুতপ্ত কণ্ঠ।

'তোমাৰ বাবে মহাবীৰে লাখ টকা খৰছ কৰিব।' বৃদ্ধ দম্বৰু দাসৰ ঘৃণিত অৰ্থপূৰ্ণ মিহ্‌মিহিয়া মাত।

'কোৱা, কোন দিনা সুবিধা হ'ব? শ্বিলং দেখিছা? যাবা? দাৰ্জ্জিলিঙলৈ যাওঁ বলা। ইযাত মানুহক কবা যোৰহাটৰ খুড়াৰ তালৈ যোৱা বুলি।' মহাবীৰৰ কু-অভিপ্ৰায়পূৰ্ণ কুচ্ছিত ইঙ্গিত।

'আগৰ বাকী কেইটাকে পোৱা নাই। নতুনকৈ বাকী দিব নোৱাৰো। মই তোমাৰ কথা ভাবো। তুমি জানো মোৰ কথা ভাবা?' মদন দোকানীৰ মাত।

দেউতাই জানো কিবা সুবিধা কৰিব পাৰিলে? সুবিধা আৰু ক'ত কি হব। আৰু ওচৰলৈ আশাৰে গৈ নিৰাশ হৈ ঘূৰিছে, তাৰ ওচৰলৈ আশাৰে গৈ নিৰাশ হৈ ঘূৰিছে নিশ্চয়। মহন্ত উকীল নথকা অৱস্থাত তেখেতৰ ঘৰলৈ নগলেই ৰক্ষা। দুখীয়া মানুহক সন্মান জনাই কথা কবলৈ তেওঁলোকতো পাগল নহয়। লাগিলে নিচলাজনৰ গাত কাম, ক্ৰোধ, লোভ, মোহ, আদি এটিও দোষ নাথাকি সাধুলোকেই হওঁক। মহন্ত উকীলৰ অনুপস্থিতিত সিদিনা সুবিধা বুজি মহন্ত উকীলৰ পৰিযালে (দেবজিতৰ বাদে) ভালকৈ দু-আষাৰ মান শুনালে। কোনোবা এটাই পিচফালৰ পৰা চিঞৰি সুৰ ধৰি গাইছিল 'ভেকুলীৰ নোম নাই, নিলাজৰ লাজ নাই'। মহন্ত উকীলে আমাৰ ঘৰখনক সহায় কৰা ঘৰখনে ভাল চকুৰে চাব নোৱাৰে।

ঘৰখনত চাউল-পাত নহলে, চৌকাত জুই নজ্বলিলে মায়ে পুৰণি কথা এসোপা উলিয়াই ঘৰখন অশান্তিৰে ভৰাই তোলে। বকি বকি মুখ মুৰ বিষালে এসময়ত মূৰে গায়ে কাপোৰ এখন লৈ নিতাল মাৰি বিছনাত পৰি থাকে। জেঠ আহাৰ মাহৰ গৰম হলেও মুৰলৈকে ঢাকি গাত কাপোৰ এখন লবই। সেই সময়ত মাকে হাজাৰবাৰ মাতিলেও

হো-হা শব্দ এটাও নকৰে। দেউতাও চোতাল বা পিৰালিৰ এচুকত নিৰয়ে বহি থাকে। কেতিয়াবা হাতত, কেতিয়াবা ওচৰত পৰি থাকে নুমাই যোৱা আওঠাৰ ধপাতৰ চিলিমটো। কেতিয়াবা হয়তো ধপাতৰ চিলিমটো হাতত লৈ, এডাৰ কেইডোখৰ আতৰাই থৈ, পোৰা ধপাততে আকৌ অঙঠা ছুটামান লৈ, ছুইহোপামান মাৰিবলৈ জুহাললৈ উঠি যায।

নিতালমাৰি মা বিছনাত পৰি থাকিলে সক ভাই ভনী কেইটাই ঘৰখনত পিঙ্‌পিঙাই ঘূৰি ফুৰে। নহলে মাৰ লগত শাৰীপুৰাই বিছনাত পৰি থাকে। তাহাঁতি অৱশ্যে মাৰ দৰে কাপোৰেৰে গা-মূৰ ঢাকি নলয়। কিবা কথা পাতিলেও তাহাঁতি ফুচ্‌ফুচাইহে কথা পাতে। মাৰ মুখখন বন্ধ হোৱাৰ লগে লগে ঘৰখনত মৰিশালিৰ নিস্তব্ধতাযে বিৰাজ কৰে। এই নিস্তব্ধতা আৰু অসহ্য।

এদিনৰ কথা। সেই সাজৰে আমাৰ ছুসাজ লঘোন। নিশালৈ যদি দেউতাই একো সুবিধা কৰিব নোৱাৰে, বা মহন্ত উকীলে যদি দুই-চাৰি টকা নিদিয়েহি, তেন্তে একেলেঠাৰিয়ে তিনিসাজ লঘোন হব। তৃতীয় সাজৰ চিন্তাত দেউতা পুৱাৰে পৰা বাহিৰত ঘূৰি ফুৰিছে। মাযে পুৰণি কথা পাগুলি থকা শুনি শুনি অসহ্য হোৱাত পেহীয়ে মাক কলে—'তুমি সতী লক্ষ্মী আছা যেতিয়া তোমাৰ যহতে আমিও মুক্তি পাব লাগিছিল।'

পেহীৰ কথাৰ মাযে উত্তৰ নিদিলে। পেহীৰ ফালে এবাৰ মাথোন চাই মাটিত চুচৰি ফুৰা নিভাক কোলালৈ তুলিলৈ পিন্ধি থকা মলিয়ন সাজপাৰেৰেই ওলাই গ'ল। আমি ভাবিছিলো ওচৰৰে কাৰোবাৰ ঘৰলৈ গৈছে। কিন্তু পিচত গম পাওঁ সেই সাজপাৰেৰে মা ছুমাইল আতৰত থকা বানু জেঠাইৰ ঘৰ ওলালগৈ।

পেটত প্ৰচণ্ড ক্ষুধা লৈ মোৰ এনে লাগিছিল পেটত কিবা এটা নপৰিলে যেন মৰি যাম। মুখেদি পানী ওলাইছে। জলণ্ডা এটোপা পানী ওলোৱাৰ লগে লগে পেটটো মোচোকা খোৱাৰ দৰে লাগে। ইয়াকে হয়তো পেট পকোৱা বুলি কয়। পাকঘৰলৈ সোমাই গলো।

নাই বুলি জানিও পাক ঘৰত থকা টিং টেকেলীবোৰত আকৌ এবাৰ হাত ভৰাই চালো। সেইদিনা উদং টিং—টেকেলীবোৰত ইয়াৰ আগতেও দহবাৰ মান হাত ভৰাই চাইছিলো। পাকঘৰৰ মাজতে থিয় হৈ থাকি কি কৰা যায় ভাবি অৱশেষত ঢেকীয়া শাক অলপকে আনোগৈ বুলি ওলাই আহিলো।

ঢেকীয়া শাক মুঠি হাতত লৈ জাৰ্মানি বনে ভৰা লুঙ্ লুঙীয়া হাবি-ডৰাত থিয় হলোগৈ। এনেযে এবাৰ আকাশলৈ চালো। গধূলি হবৰ হল। বিদায়-মগা সুৰুযৰ ৰঙা বং অলপ মোৰ সমুখৰ জাৰ্মানি-বনৰ ওপৰত পৰি আছিল। মই তৰ্কিব নোৱাৰাকৈ হঠাৎ পাচফালৰ পৰা মোক কোনোবাই গবা মাৰি ধৰিলে। যদিও দেখাত ডাঙৰ যেন দেখি ( আনে 'বাৰ-তেৰ বছৰীয়া যেন দেখি' বুলি কোৱা শুনো ) সেই সময়ত মোৰ বয়স আছিল মাথোন দহ বছৰ। তই যে ইমান ধুনীয়া! বৰ মৰম লাগে বুলি আক্ৰমণ কৰোতাজনে মোক নিজৰ ফালে ঘূৰালে। মই চিৎকাৰ কৰিছিলো। কিন্তু সি তৎক্ষণাৎ মুখত সোপা দি ধৰিলে। মই মুক্ত হবলৈ টনা আজোৰা লগোৱাত সি তৎক্ষণাৎ জাপ মাৰি ঢাপৰ খাল পাৰ হৈ একেলৰে ঘৰ পালেগৈ। এই ল'ৰাটো আছিল আমাৰ কাষৰ ঘৰৰ। নাম ৰূপক। বয়স সেই সময়ত পোন্ধৰ মান আছিল। সেই সময়ত সি কিবা কিবি ছবি আঁকিছিল শিল্পী হোৱাৰ বা শিল্পী নাম লোৱাৰ আশাৰে। অৰ-তৰ পৰা দুই এটা কবিতাৰ লাইন বুটলি আনি তাতে নিজেও এলাইন দুলাইন যোৰা তাপলি দি কবিতা লিখি আনি প্ৰায়েই মোক পঢ়ি শুনাইছি। কবি-কবি, শিল্পী-শিল্পী ভাবেৰে থাকে বাবে ল'ৰাটো দেখিলেই মোৰ খং উঠি আহে।

ৰূপক যোৱা ফালে চাই ছিঃ ছিঃ কৈ থুৱাই অলপ সময় সেই ঠাইতে থিয় হৈ থাকিলো। চোলাটোৰে মুখখন পাৰোমানে মোহাৰি-ছিলো। জোৰে জোৰে শুকান কাপোৰেৰে মোহৰা বাবে গালৰ আঁখি ছাল চিগিছিল। সেই যন্ত্ৰণা আৰু ঘিণত দাঁত কৰচি ৰূপকক শাও দিছিলো। ঢেকীয়া খিনি মোৰ চাৰিও ফালে সিচৰিত হৈ পৰি

আহিল। কিছুমান ৰূপক আৰু মোৰ ভবিৰ গচকত চেপেটা লাগিল। যি কেইদাল ভালে আছিল সেই কেইদাল ৰূপকৰ আক্ৰোশত জোৰে জোৰে ভবিৰে মোহাৰিবলৈ ধৰিলো।

ঘৰলৈ আহি মুখখন চাবোনেৰে ঘহি ঘহি ধুলো। কেইবাবাৰো ধুলো। তথাপি মোৰ ঘিণ নমৰে।

পেহীয়ে মই চিঞৰা শুনিছিল। দ্বিতীয়বাৰ মুগুনাত নিজৰ শুনাত ভুল হৈছিল বুলি ভাবিছিল। পেহীৰ ওচৰৰ পৰা ততাতৈয়াকৈ আতৰি গৈছিলো। পাচফালৰ পৰা পেহীয়ে থাপ মাৰি মোৰ চোলাটোত ধৰি তীক্ষ্ণ সৃন্ধানী দৃষ্টিৰে মোৰ মুখলৈ চালে। তাৰ পিচত দাঁত কৰচি কলে—'ককাইদেউৰ জীৱনত এইজনী সকলোতকৈ ডাঙৰ অভিশাপ। তই মৰ আভা। তই মৰ। এনেযে সুখে শান্তিৰে ভবি পৰিছে তাতে তই জীয়াই থাকিলে আৰু আছে। আৰু আহিব। তই মৰ।

সেই নিশা ওৰে নিশা মই সপোন দেখিলো ৰূপক নামৰ বগা ধুনীয়া ল'ৰাটোৰ গাৰ ভিতৰৰ পৰা এটা কলা লেঙ্‌লেঙীয়া দৈত্য ওলাই তাৰ কলা দীঘল হাত দুখন মেলি মোৰ ডিঙি মোচোৰা মাৰি মোক মাৰিবলৈ খেদি আহিছে। চাৰিওফালৰ পৰা ক্ৰমাত এনে কলা দীঘল দীঘল হাত কিছুমান মোৰ ডিঙিটো লক্ষ্য কৰি আগবাঢ়ি আহিল। মই ৰক্ষা পাবৰ বাবে পলাবৰ চেষ্টা কৰি দেখো যিফালেই আগবাঢ়ো সেইফালেই কলা লেঙ্‌লেঙীয়া দৈত্যবোৰ থিয় দি মোলৈকে চাই আছে।

* * *

মহন্ত উকীল দেউতাৰ বাল্যবন্ধু। সকলোৱে দেখিছে মহন্ত উকীলৰ সম্পদ আছে আৰু দেউতাৰ লাউ লোৱা অৱস্থা। সকলোৱে জানে মহন্ত উকীলে আমাৰ ঘৰখন চলাই আছে। আৰু এটা কথা সকলোৱে জানে মহন্ত উকীলে যি কোনো কথাত দেউতাৰ পৰামৰ্শ লয়। মহন্ত উকীলৰ পৰিবাৰৰ এইটো হ'ল সকলোতকৈ ডাঙৰ আশা।

মহন্ত উকীলে প্রায়েই দেউতাক কয়—'বুঢ়া বয়সত সংসাৰ কৰাৰ পোতক পাইছা ? উচিত বয়সত বিয়া কৰোৱা বাবে মোৰ লৰা মোৰ সমানেই হল। ইচ্ছা কৰিলে মই কাছাৰিলৈ নগৈ ঠেঙৰ ওপৰত ঠেং তুলি নিচিন্তৰে খাব পাৰো। তোমাৰ পুত্ৰৰ সন্তৰ গাখীৰ খোৱা দাঁতেই সৰা নাই।

মোৰ কথা কবলৈ লৈ এতিয়ালৈকে কেৱল আনৰ কথাহে কোৱা হৈছে। এতিয়া দেখিছো এইদৰে হলে আৰু বা কাৰ কিমান কি কব নালাগিব। চকুৰ ৰশ্মি মোৰ বৰ কমিল। হাতখনো বৰ অবশ যেন লাগিছে। হয়তো আৰু বৰ বেচি লিখিব নোৱাৰিম।

তোমাক মহন্ত উকীলৰ আমাৰ প্ৰতি থকা মৰমৰ কথা কৈছিলোঁনেকি বাৰু ? মহন্ত উকীলে মোক মৰম কৰে। মৰমতে কেতিয়াবা কাপোৰ কানি, কেতিযাবা দুই এটকা দি কয়—'হো কিবা কিনি লবি।'

দেউতাকৰ দৰে দেবজিতেও ( মহন্ত উকীলৰ পুতেক ) মোক ভাল পায়। তেওঁ অৱশ্যে দেউতাকে মোক গালে পিঠিয়ে হাত ফুৰাই মৰম কৰাৰ দৰে মৰম নকৰে। বৰং হোৱাই নোহোৱাই অলপ ইফাল সিফাল হলেই তেওঁৰ পৰা চৰ ভুকু বা ধমক্ খাওঁ ( সককালত )। মাযে কয তেওঁ আমাক ভাল পায় বাবেহে খং ৰাগ কৰে। ভাল হোৱাতো বিচাৰে।

যিদিনা মই মধুনিতাৰ ঘৰলৈ গৈ ঘূৰি অহা পলম কৰো, সেইদিনা তেওঁ আহি মোক ইংৰাজী শব্দৰ অৰ্থ সোধেহি। টান অঙ্ক কৰিবলৈ দিযে। নোৱাৰিলে চুলিত ধৰি বহাৰ পৰা তুলি গটা মাৰি দি কয়—'যা মধুনিতাৰ ককাযেকৰ ফুলনিত পানী কঢ়িযাই পানী ঢালগৈ।' এদিন ফুলনিত পানী দিযা দেখিছিল। সেই দিনাৰ পৰাই এই কথা কবলৈ ললে।

দোক্ মোকালিতে লোকৰ বাৰীৰ ঢাপে ঢাপে ফল-ফুল বিচাৰি ফুৰা স্বভাব আছিল মোৰ। এই স্বভাব এৰিবৰ বাবে দেবজিতে বহুত দিনৰ পৰা কৈ থাকি এদিন অন্য সুৰৰে কৈছিল ইমানতে এই স্বভাবটি এৰা উচিত। নিশা এডোখৰতে উঠি লোকৰ বাৰীয়ে বাৰীয়ে ফুৰা

পৰিণাম হয়তো কেতিয়াবা ভাল নহব। তই কিজানি কেচুৱা হৈ থকা নাই। দ্বিতীয় দিনা মুখেৰে নকম। হাতেৰেহে কম।

বুলবা। তাহানিৰ বহু মধুসনা স্মৃতি মোৰ চকুৰ আগত ভাঁহি উঠিছে। ইয়াৰ পাচত যিদিনা আকৌ তেওঁ মোক বাটত দেখা পালে, সঁচাকৈয়ে সিদিনা তেওঁ কোৱামতেই কাম কৰিলে।

তেওঁ মোৰ হাতখনত থাপ মাৰি ধৰি- পিচফালে লুকুৱাই থোৱা হাতখনত কি আছে সুধিলে। মই 'একো নাই' বুলি কোৱাত গাৰ জোৰেৰে মোৰ ধৰি থকা হাতখন চেপি দিলে। দেৱজিতৰ দৃঢ় মুঠিৰ চেপাত মই 'উস্' বুলি আৰ্ত্তনাদ কৰি, পাচফালে লুকুৱাই থোৱা কচুপাতৰ টোপোলাটো পেলাই দিলো। 'বুটলি অনা বকুল ফুলবোৰ দেবজিতৰ ভৰিত আৰু ভৰিৰ চৌপাশে সিচৰিত হৈ পৰিল। সেইফালে লক্ষ্য কৰি এচাৰ মাৰি তেওঁ মোৰ হাতখন এৰি দিলে। দেবজিতৰ হাতৰ চেপাত থন্থন্কৈ মোৰ হাতত থকা চিচাৰ চুৰি কেইপাত ভাগি মাটিত সৰি পৰিছিল। তেওঁ হাতখন এৰি দিয়াৰ লগে লগে কেইটোপাল মান তেজ মাটিত পৰিল। তেওঁৰ হাতৰ তলুৱাতো তেজ লাগিছিল। নিজৰ হাতত তেজ দেখি তেওঁ মোৰ হাতখন কিমান কাটিলে চাবলৈ তুলি ললে। মই তৎক্ষণাৎ হাতখন আজুৰি আনি কলো—'কালিৰ পৰা মাজৰাতি গুলাম।' কৈয়েই মই ততাতৈয়াকৈ আতৰি আহিছিলো। অলপ দূৰ আহি ঘূৰি চাই দেখো মাটিত পৰা ফুলখিনি দেবজিতে বুটলি লৈছে।

খঙত ৰঙাহোৱা দেবজিতৰ চকুজোৰ ওৰে দিনটো মোৰ চকুত ভাঁহি থাকিল। কোমলতাৰে পৰিপূৰ্ণ তেওঁৰ কোমল চকুযোৰ যেতিয়া খঙত ৰঙা হয়, মোৰ বুকুৰে তেতিয়া ভয়ত ডবা কোবাবলৈ ধৰে। কিয় যে তেওঁলৈ মোৰ ইমান ভয় লাগে মই ভাবি নিজে অবাক হওঁ।

* * *

দেউতাৰ অসুখ। বিশ্বজিৎ খুড়া দেউতাই পঢ়ুৱাব নোৱাৰা বাবে ইন্দ্রজিৎ খুড়াৰ ওচৰলৈ গল। দোকান বজাৰ কৰাৰ পৰা বাহিৰা সকলো কামৰ ভাৰ পৰিল মোৰ ওপৰত।

সিদিনা দেউতাৰ দৰব আনিবৰ বাবে দুপৰীয়া যোগেন ডাক্তৰৰ ঘৰলৈ গলোঁ। ডাক্তৰ জন দেউতাৰ সমবয়সীয়া। তেওঁ দেউতাৰ বেমাৰৰ লক্ষণ আদি সুধি মোক ৰুগীচোৱা কোঠালৈ মাতি নিলে। তাৰ পাচত খিড়িকীৰ পর্দাখন মেলি দিলে আৰু দুৱাৰৰ ওচৰলৈ গৈ বাহিৰলৈ চালে। তাৰ পিচত মানুহজনে নিজে ডাঙি মোক ৰুগীচোৱা বিছনাখনত বহুৱাই দিলে—। তৎক্ষণাত মোৰ ৰূপকলৈ মনত পৰিল। বুঢা মানুহবোৰো ৰূপকৰ দৰেই বুলি ভাবি মই জাপ মাৰি বিছনাৰ পৰা নামি, লৰি পছুলি পালোগৈ। মানুহ জনৰ প্রতি খং আৰু ঘৃণাত উত্তপ্ত হোৱা উত্তেজনাত মই ফোপাইছিলো। মোৰতো বেমাৰ নহয়, মনতে মই অফুট সুৰে কৈছিলো। তেওঁ কিয় মোক পৰীক্ষা কৰিব খুজিছিল। পুৰুষৰ নাৰীৰ প্রতি থকা মৰম যে অন্য মৰম—যি মৰম খং উঠা আৰু ঘিণ লগা এই কথা মই ইতিমধ্যে বুজিছিলো। দৰব নিদিলে দেউতা মৰিব বুলি, মই ( পছুলিতে বৈ থাকি ) কান্দিছিলো। যোগেন ডাক্তৰ ওলাই আহি, হাতত দৰবৰ বটলটো দি, লগতে টকা এটা গুজি দিলে। টকাটো লবৰ অলপো ইচ্ছা নাছিল। কিন্তু এটা টকা পোৱা কম ভাগ্যৰ কথা নহয়। অনিচ্ছাৰ ভাওঁ ধৰি আগ্রহেৰে টকাটো ললো।

দেউতা পুৰা তিনি মাহ বিছনাত পৰি আছিল। এই সময় চোৱাত আমাৰ ঘৰত উল্লেখযোগ্য ঘটনা কেইবাটাও ঘটিছিল। প্রথম আৰু প্রধান হল অঞ্জুমে আৰ তাৰ ঘৰত্ত সোমাই ইটো সিটো চুৰ কৰি আনিবলৈ ধৰিলে। মোৰ খুব বটিয়াকৈ মনত আছে প্রথম দিনা সন্ধ্যাৰ পাচত সি ভয় ভয ভাবেৰে হাতত মূলা কেইটামান লৈ সোমাই আহিছিল। মা দেউতা আৰু পেহীয়ে গম নোপোৱাকৈ মই, প্রতিভা, অঞ্জুমে বাহিৰৰ আন্ধাৰত লুকাই সেই কেঁচা মূলা

চোৰাই খাইছিলো। কোনোবাই শুনে বুলি চোবাবলৈও ভয় লাগিছিল। সেই দিনা সেই কেচা মূলাই হৈছিল আমাৰ প্ৰথম আহাৰ।

দেউতাৰ কুলক্ষণীয়া চৰিত্ৰৰ বাবেই যে আজি এই অৱস্থা, এই কথা মায়ে ঘূৰাই পকাই দুদিন দুৰাতি সমানে বকিছে। দেউতাৰ শোকক্লিষ্ট মুখখনে মোৰ হৃদয়ত মোচৰ দিছিল। দেউতাক দেখি এনে লাগিছিল যেন দেউতা অনুতপ্ত।

কেনেকৈ মাৰ মুখখন বন্ধ কৰিম ? ভাবি ভাবি নাপায় অৱশেষত ৰাজপথত ভৰি দিলোহি। কিন্তু কাকেই বা কম আমি লঘোণে আছো আমাক আহাৰ লাগে বুলি। ৰাজভোগ বিচৰা নাই। দুবেলা দুমুঠি খাবলৈ নোপোৱাত আমাৰ ভাই-ভনী বোৰে পঢ়া শুনা এৰি আহাৰৰ চিন্তা কৰিছে। আমি পৃথিৱীত একো ভালকাম কৰিব নোবাৰিম। অগ্ৰ‍্ৰম পেটৰ ক্ষুধাত চোৰ হল।

মই গৈ মদনৰ দোকানত ভৰি দিলোগৈ। মদনে সকলো গ্ৰাহকক বিদায় দি মোৰ ফালে চাই তাৰ বিশেষ হাঁহিটো মাৰিলে। মই মোৰ উদ্দেশ্যৰ কথা কলো। তেওঁ আকৌ অৰ্থপূৰ্ণ হাঁহিটো মাৰি কলে— 'তোমাক দেখিযেই মই বুজিছিলো। বাকী বিচাৰিব লগীয়া যে হল, মহন্ত উকীল আজি যোৱা নাই নেকি ? তাৰ পিচত কলে—"মহন্ত উকীলৰ তোমালৈ বেচি মৰম নে মাৰবলৈ ?"

সুবিধা পালেই মানুহটোৱে মোক এই দৰে কথা কয়। খং ৰাগ দেখুৱালে নিজৰেই বিপদ হব বুলি সদায় নিৰ্বিকাৰ ভাবে এই কথাবোৰ সহ্য কৰি আহিছো। তেওঁ কেতিয়াবা বাকী দিয়ে (কালিয়নে) বাবে তেওঁৰ ওচৰত আমি কৃতজ্ঞ ভাবত থাকো।

কথা কৈ থাকোতে ইতিমধ্যে মদনে দোকানৰ জাপ পেলালে। মই উচ্পিচাই বাহিৰলৈ যাব খুজি কলো—'দোকান বন্ধ কৰিলে যে ?' 'তোমাক বাকী দিলে, আন মানুহেও বিচাৰিব বাবে। 'সৌ পাচফালৰ বাটটোৱেদি যাবা' বুলি কৈ মোৰ হাতৰ পৰা মোনাটো ললে। মোনাটোত চাউল অলপ আৰু হাঁহকণি চাৰিটা ভৰাই মোনাটো মোৰ

হাতত নিদি, নিজে হাতত লৈ, 'এইফালে বাট আছে' বুলি মোক হাতত ধৰি এন্ধাৰ কোঠাটোলৈ আগবাঢ়িল।

এবুকু ভয়-আতঙ্ক ঘৃণা আৰু আক্রোশৰ মাজত মই মোৰ দেহৰ পৱিত্রতা হেৰুৱাই কান্দিছিলো। (পৱিত্রতা হেৰাইছিল ?) শেষ মুহূর্ত্তত মোৰ চকুৰ আগত ৰূপক আৰু যোগেন্ ডাক্তৰৰ চেহেৰা দুটা ভাঁহি উঠিছিল কিন্তু পলম হৈ গল। উন্মাদ প্রায় হৈ নিজৰ হাতখনকে জোৰেৰে কামোৰ মাৰি দিছিলো। মূৰটো বেৰত খুন্দিয়াইছিলো। ওচৰত পোৱা বস্ত্র মদনৰ গালৈ দলিযাই গুৰিযাই মদনৰ গাত থুৱাই কৈছিলো — 'ৰ তোৰ কথা মই দেবুদাক নকও যদি। মোনাটো এৰি গুচি অহাত মদনে বিবুদ্ধি হৈ পাচফালৰো দুৱাৰখন বন্ধ কৰি জেপৰ পৰা টকা দুটা উলিযাই মোৰ হাতত গুজি দি কৈছিল—'দেবজিৎ তোমাৰ হিতৈষী লোক জানো। কিন্তু তোমাক ভুল বুজিবলৈ কেত্‌পৰ ?'

ঘৰ পোৱাৰ লগে লগে পেহীয়ে কৈফিযৎ বিচাৰিলে ইমান সময় কত আছিলো। স-প্রশ্ন দৃষ্টিৰে মোক লক্ষ্য কৰি কলে—'তোৰ মূৰৰ ওপৰেদি যেন বৰদৈচিলা পাৰ হৈ গল।'

দেউতাই ভাতৰ পাতত বহি কলে—'মদন মৰমীযাল মই জানো। মুখেৰে টান কথা কলেও বুকুৱে সহ্য নকৰে। এনে মৰম স্নেহতে পৃথিৱীখন জীযাই আছে।' দেউতাৰ কথা শুনি মনতে মই কৈছিলো— মানুহে মানুহক কিমান জানে ? মানুহে কাহানিও মানুহক চিনি পোৱা নাছিল। আৰু কোনো দিন নাপাবও।

অঞ্জুম নিকুমহতে কণীৰে ভাত খাবলৈ পাব বুলি আনন্দতে (মায়ে ভাত বান্ধি থাকোতে) ফূৰ্ত্তি কৰি ইটোৱে সিটোৱে গৱৰা গবৰি কৰিছিল।

সেই নিশা নিশ্চয পূর্ণিমা আছিল। চন্দ্রমায়ে পৃথিৱীত মৰম লগাকৈ কোমল পোহৰ সিচিছিল। চোতালৰ মূৰত থকা চন্দ্রমল্লিকা কেইপাহৰ সুগন্ধ আমাৰ চোতাল ঘৰত বাগৰি ফুৰিছিল। ফুলপুলি বা ফুলগুটি বিচাৰি ফুৰা মোৰ স্বভাব বাবে দেবজিতে কৰবাত ফুলপুলি

পালে বা ফুলগুটি পালে মোলৈ লৈ আহে। এই ফুলপুলিটো আনি তেওঁ নিজে কই দিছিল।

চাৰিওফালে মই অন্ধকাৰ দেখিছিলো। বুকুৰ অন্ধকাৰত মোৰ ভবিষ্যতৰ সকলো আশা আকাঙ্ক্ষা হেৰাই গৈছিল। মই বৰ দুৰ্ব্বল অনুভৱ কৰিছিলো। পৃথিৱীলৈ ভয় লাগিছিল। মই যেন আন্ধাৰ গহ্বৰত খহি পৰিলো। মোৰ এনে লাগিছিল, অসত্যৰ অন্ধকাৰে মোৰ লগত যুদ্ধ ঘোষণা কৰিছে। এই যুদ্ধত মোৰ মৃত্যু অনিবাৰ্য্য।

মই আঙুলি পাবত লেখি চাইছিলো, দেউতাৰ পেঞ্চনৰ টকা পাবলৈ আৰু কেইদিন বাকী আছে। টকা দুটা ইয়াৰ ভিতৰতে খৰচ কৰিবই লাগিব। মই ভাবি পোৱা নাছিলো টকা দুটা কোনে দিলে বুলি কম? কি বুলি কম। যোগেন ডাক্তৰে দিয়া টকাটো, বাটত হেৰাই পোৱা বুলি কৈ মাৰ হাতত দি দিছিলো। একেটা ফাকিকে দুবাৰ দিব পাৰিম জানো? ইয়াৰ তৃতীয় দিনা স্কুলত হেৰাই পালো বুলি স্কুলৰ পৰা আহিযেই মাৰ হাতত টকা দুটা উলিযাই দিলো আৰু অফুট স্বৰে নিজক নিজে কলো - কিমান নো আৰু ফাকি দিম ॥

আকৌ টকা দুটা হেৰাই পোৱা শুনি পেহীয়ে টিৰ্কুচি বিকুচি কলে— 'সঁচা ক তোক টকা কোনে দিলে?' সঁচা কথা কব নোৱাৰি প্ৰাণে মোৰ চট্‌ফটাই অফুট স্বৰে আৰ্ত্তনাদ কৰি ভগবানক মাতিলো — 'উস্ ৰাম।'

দেউতাৰ দৰে মযো এবাৰো মিছা নামাতো বুলি দৃঢ প্ৰতিজ্ঞ হৈছিলো পাঁচ কি ছয় বছৰ বযসত। দহ বছৰ বযসত বুজিব পাৰো এনে কিছু কথা থাকিব পাৰে যি কথা সঁচা কওঁ বুলিও কব নোৱাৰি কবাত বাধা পৰে। সি হযতো লজ্জাবোধ।

মাৰ কেইতোলামান সোণৰ দুই এপদ অলঙ্কাৰ আছিল। দেউতা বেমাৰত পৰি থাকোতে এপদ এপদকৈ মায়ে আটাই কেইপদ অলঙ্কাৰ আৰু তাৰ ওচৰত বন্ধকত থৈ টকা আনিলে। শেষ সোণ তোলা উলিয়াই দি সেইদিনা মায়ে পুৰণি কথা পাগুলি পাৰে মানে দেউতাক বকিলে। বাৰে বাৰে কৈছিল 'হোৱা দিনও ভবিষ্যত

ভাবি খৰচ কৰিব লাগে বুলিলত মই বেয়া হৈছিলো' (বীতা পেহীক উদ্দেশ্য কৰি) ধন, মানুহে কিয় সাচিব লাগে এতিয়াও বুজাই কব লাগিব নেকি? ধৰ্ম্ম যুধিষ্ঠিৰে মানুহক মিছা কব নোৱাৰিছিল। সঁচাকৈ সকলো উদং কৰি দি কৈছিল—'থাকিলে নাই কব নোৱাৰো।' সঁচা কোৱা পুণ্য সোপাৰ ফল এতিয়া মাটি বাৰী বন্ধকত থোৱা অৱস্থা।

ঠিক সেইদিনা পাচবেলা। মই চোতাল সাৰি আছো। ধুমুহাৰ দৰে মা আহি মোক অতৰ্কিতে আক্ৰমণ কৰিলেহি। জেওৰাৰ বাহ এদাল ভাঙি লৈ মোক কোবাবলৈ ধৰিলে। মাৰ হাত আৰু মুখ দুযোটা সমানে চলিছিল। আশীৰ্ব্বাদৰ সলনি অভিশাপ দি কয—'মৰি যা হেৰ। মৰ। মৰ। তই মৰ।'

ইতিমধ্যে দেবজিৎ আৰু পেহী আহি মাৰ গ্ৰাসৰ পৰা মোক এৰুৱাই নিদিয়া হলে মই হয়তো মাৰ হাততে সিদিনা মৰিলো-হেঁতেন। মোক মাৰা দেউতাই গম পোৱা নাছিল। দেউতাই গম পাব বুলি মই কন্দাও নাছিলো। মাৰ চিঞৰ-বাখৰ বিছনাৰ পৰা শুনিছিল যদিও পুৰ্ব্বণি মন্ত্ৰ সোপা পাঠ কৰি থকা বুলি হয়তো নিৰ্বিকাৰ হৈ আছিল।

মই শৰীৰৰ প্ৰহাৰৰ আঘাত পাহৰি গৈছিলো। মাৰ কি হল ভাবি অবাক হৈ ভয়ে ভয়ে দেবজিতক সুধিছিলো—

"দেবু দা মা বাৰু পাগল হলনেকি?"

'নাই হোৱা।' বুলি কৈয়েই দেবজিৎ আতৰি গৈছিল। মই আৰু অবাক হলো। তেন্তে মায়ে কিয় মোক মৰিয়াই মাৰি পেলাব খুজিছিল? প্ৰতিভা মোৰ কাষ চাপি আহি ইফালে সিফালে চাই সৰু সৰু মাতেৰে কলে—'জানা আভাবা পেহীয়ে মাৰ আগত তোমাৰ কিবা কথা লগাইছিল। তুমি বোলে জহন্নামে গলা। টকা হেৰাই পোৱা কথা মিছা। আৰু কিবা কৈছিল—।' মা তেন্তে বলীয়া হোৱা নাই বুলি মই সকাহৰ নিশ্বাস পেলালো। কিন্তু প্ৰতিভাৰ কথা শুনি মই চকু তুলি প্ৰতিভাৰ ফালে চাবলৈ সাহ কৰিব নোৱাৰিলো। মই অস্ফুট

কণ্ঠেৰে মনতে কলো—'ছিঃ কথাটো তেন্তে দেবুদায়েও গম পালে।'

বুলবা—। আমাৰ পেহীৰ বিষয়ে এই ভোখবতে তুআষাৰ মান কওঁ। পেহী দেখাত অলপো ভাল নাছিল। নিজৰ পেহী বাবে কুৰূপা বুলিবলৈ ভাল নালাগে। আনে কিন্তু কুৰূপা বুলি কয়। আনে ভাল বোলা ভাল পেহীজনীয়ে মোক দেখিব নোৱাৰে বাবে মইহে ভাল পাব নোৱাৰিলো। পেহীয়ে মুখ চকুৰ অগ্নিৰে মোক পুৰি ভষ্ম কৰিব যেন এনে ভাবে মোলৈ চায়। এনে ভাবে কথা কয়।

মই মন কৰো কোনোবাই মোৰ ৰূপৰ প্ৰসংসা কৰা শুনিলে প্ৰসংসা কৰা জনৰ প্ৰতি বিতুষ্ট হয। মোৰ ওপৰত তুগুণ জ্বলে। মোক শুনাই মাক মন্তব্য কৰি কয 'এইজনী আমাৰ ঘৰৰ অভিশাপ।' পেহীয়ে কেতিয়াবা কয় 'কি খাই জানো এইপাতে এই চেহেৰা কৰিছে। তেজনো কি নাচাবা। গাৰ সোপাই তেজ আহি গাল দুখনতহে থাকেহি হবলা।' এনেকৈ কোৱা শুনিলে জোৰে জোৰে মই গাল দুখন মোহাৰো। (তেজবোৰ আন ঠাইলৈ যাওঁক বুলি।) ফলত ৰঙা গাল আৰু ৰঙা হয। কেতিযাবা পেহীয়ে কয় 'ফুৰ্ত্তিৰ কোবেই বা কি নাচাবা। কথাই কথাই হাঁহি। টোপণিতো হাঁহিৰ খিকখিকনি।' কোনোবা এনিশা সপোনত হাঁহিছিলো। সিদিনাৰ পৰাই এই কথা কোৱা হল। ইঁহাবাবে পেহীয়ে দোষাৰোপ কৰে কাৰণে আৰু নাহাঁহো বুলি শপত খাওঁ। মনতে অস্ফুট স্বৰেৰে কওঁ—পেহী মোৰ সাতশক্ৰ নহয। মোৰ চৰিত্ৰৰ অশুভ লক্ষণ বোৰ দেখিহে পেহীৰ মোৰ ওপৰত খং উঠে। শপত খালেও পাহৰি আকৌ হাঁহো। হাঁহি থকাৰ মাজতে হঠাৎ যেতিয়া শপতৰ কথা মনত পৰে, লগে লগে হাঁহি বন্ধ হৈ যায়।

মোৰ বয়স বঢ়াৰ লগে লগে পেহীৰ মোৰ প্ৰতি থকা আক্ৰোশৰ মাত্ৰাও বাঢ়িবলৈ ধৰিলে। মোৰ এনে লাগে যেন পেহীৰ চকু দুটা সৰ্ব্বক্ষণ মোৰ পাচত ঘূৰে। কেৱল মোৰ দোষ খোচৰাতে পেহী ব্যস্ত থাকে। পেহীয়ে কয়—মই বোলে দিনটোত হাজাৰ বাৰ আইনা চাওঁ। নিজকে সজাই ৰাখি আনক আকৰ্ষণ কৰাৰ চেষ্টাত থাকো।

মুলবা।—তুমি বিশ্বাস কৰানে নকৰা নাজানো। কেতিয়াবা দুই তিনি দিন মই নিজৰ মুখখন নেদেখাকৈ যায়। সেইবাবে ভয়ত আইনা থকা মেজখনৰ ওচৰলৈ যাবলৈও ভয় লাগে। এদিন ধূলি বালি পৰি থকা আইনাখন মই মোহাৰিছিলো। মোহাৰি মোহাৰি কিমান চাফা হৈছে চোৱা সেইয়ে দূৰৰ পৰা দেখি আছিল। সিদিনাৰ পৰাই এনেকৈ কোৱা হল। মই প্ৰতিবাদ কৰা নাছিলো। শেষলৈ মই সেইৰ কোনো কথাৰেই প্ৰতিবাদ নকৰা হ'লো।

এদিন আইনা থকা মেজখন চাফা কৰোতে এনেকৈ কিবা কোৱাত মই 'ইয়াত আৰু থাকিব নোৱাৰি' বুলি ওলাই গৈ ৰাণু জেঠাইৰ ঘৰ পালোগৈ।

ৰাণু জেঠাইৰ ঘৰৰ আনফালৰ বাৰান্দাত এন্ধাৰে মুধাৰে বহি আছো। জেঠায়ে কেচুৱা শুৱাইছে। ডাঙৰ ল'ৰা-ছোৱালী কেইটা পঢ়া মেজত। ৰান্ধনী ল'ৰা ঘনশ্যাম ৰন্ধা বঢ়া কামত ব্যস্ত।

ৰীতা সেইয়ে মোৰ সৌন্দৰ্য্যক দোষাৰোপ কৰি কোৱা কথাবোৰ মোৰ কাণত ঠহৰ্ ঠহৰ্ বাজি আছে। মোৰ কিন্তু নিজকে সিমান সুন্দৰী যেন নালাগে। কেতিযাবা পানী আনিবলৈ গৈ পুখুৰীৰ ফট্-ফটীয়া পানীত নিজৰ ছাঁ পেলাই নিজক তন্ন তন্নকৈ পৰীক্ষা কৰি চাওঁ। কিন্তু নিজক সিমান সুন্দৰী বুলি মানি লব নোৱাৰো, যি সৌন্দৰ্য্যৰ বাবে মৰণ অনিবাৰ্য্য।

মোৰ চৈধ্য বছৰ বযস হওঁতে ন'হওঁতে দুঠাইৰ পৰা বিযাৰ প্ৰস্তাৱ আহিল। মই ভয় খাইছিলো বিযাৰ নামত। মই ভাবো মোক যেন কোনেও কাহানিও পছন্দ নকৰে। বিয়া মানে যেন ভয়ঙ্কৰ দুৰ্দশা। পুৰুষ জাতিটোৰ ওপৰত যি ঘৃণা আৰু ভযৰ ভাব সোমাল সি বৰ্ত্তমানো। কেতিযাবা এনে লাগে মই যেন এই ঘৃণাৰ পৰা হাত সাৰিবলৈ কৰবালৈ পলাই যাম। কৰবাত যদি এখন পুৰুষ বিহীন ৰাজ্যৰ সন্ধান পালোহেঁতেন, তেন্তে কুমাৰী কালতে মই সেই ৰাজ্যলৈ যাত্ৰা কৰিলোহেঁতেন।

কান্ধত পৰা হাতৰ স্পৰ্শত মই উচপ্ খাই জাপ মাৰি থিয় হলোঁ।

জেঠপেহায়ে মোক হাতত ধৰি আকৌ চোকাখনত বহুৱাই দিলে। তেওঁ নিজেও ওচৰতে বহিল। মোৰ হাতৰ ঠাৰিত হাত ফুৰাই তেওঁ সুধিলে—'তুমি বালা নিপিন্ধানেকি? তেওঁৰ মাতটো সৰু আৰু অস্পষ্ট আছিল। কি কৈছে একো নুশুনি মই সুধিলো (টান মাৰি হাতখন আতৰাই আনিলো) "কি—?"

"মই এযোৰ সোণৰ বালা গঢ়াই দিম। জেঠাইদেউৰাক নকবা।' মই একো নামাতিলো। তেওঁ আকৌ কলে—'টকা কেইটামান দিম লৈ যাবা। মই দিয়া বুলি কাকো নকবা।' এইবাৰো মই একো নকলো। তেওঁ মাতটো সৰু কৰি কলে 'তোমাৰ লগত বহুত কথা আছে। ভাত খাই উঠি পাতিম। জেঠায়েৰৰ বিছনাত পৰিলেই টোপনি আহে। তুমি বস্তিহঁতৰ লগত নুশুৱাবা। দুৱাৰখন বন্ধ নকৰিবা।' মই জোৰেৰে দাঁত দুপাৰী হেচি ধৰিছিলো। উশাহ ঘন হৈছিল। জেঠাপহাক একো কৰিব নোৱাৰি নিজৰ আঙুলি এটাকে জোৰেৰে কামুৰি দিছিলো। আন্ধাৰত জেঠাপেহাযে মোৰ এই ৰাক্ষসী ৰূপ দেখা পোৱা নাছিল। সেয়ে তেওঁ মই মনে মনে থকাৰ সুবিধালৈ তেওঁৰ হাত ন মোৰ কান্ধত থলে -।

ঠিক সেই সময়তে ৰাণু জেঠাইৰ কোঠাত খুট্‌কৈ শব্দ হল। জেঠাইমাৰ আহি পালে বুলি তৎক্ষণাত জেঠপেহা সেই ঠাইৰ পৰা চোৰ পলোৱাদি পলাল। মযো উঠি গৈ মোক শুবলৈ দিয়া কোঠাত সোমাই দুৱাৰ বন্ধ কৰিলো। বন্ধ খিড়কীবোৰ বন্ধ আছেনে নাই ঠেলি হেচি পৰীক্ষা কৰি চালো। তাৰ পাচত কোঠাৰ মাজত থিয হৈ ৰলো।

ভাত খাবলৈ জেঠাযে মাত দিযাত কলো—'মূৰটো বৰকৈ কামুৰিছে, ভাত নাখাও জেঠাই।'

"আন কিবা খাবা নেকি?" জেঠায়ে সুধিলে। মই 'নাখাও' বুলি কোৱাত আৰু জোৰ নকৰিলে। ভাত নাখাও বুলি কৈছিলো যদিও আৰু এবাৰ মান মতা হলেই গলোহেঁতেন। ভোক লাগি আছিল। তাতে চিতল মাছ-বিলাহী আদি মই ভাল পোৱা বস্তু বোৰেই বন্ধা দেখি আহিছিলো। ঘনশ্যামে ৰান্ধেও ভাল। আমাৰ

ঘৰত মাছ মঙহ দেখা পাবলৈ তপস্যা কৰিব লগীয়া অৱস্থা। এই সাজ ভাত হেকৱাতো কম দুখৰ কথা নহয়।

জেঠাপেহাৰ পৰাও এনে ব্যৱহাৰ পোৱাত মই স্তব্ধ পৃথিৱীক ওৰে নিশা বাৰে, বাৰে প্ৰশ্ন কৰিছিলো — মোৰ দৰে বাক সকলো ছোৱালীযেই এই অশ্ৰাব্য কথা শুনি অপমানিত হয় নেকি? স্তব্ধ পৃথিৱী স্তব্ধ হৈযেই ৰল। মোৰ মনৰ হাহাঁকাৰ বোৰে অন্ধকাৰত আৰু হাহাঁকাৰ কৰি উঠিল। এসময়ত মই মোৰ মনতে উত্তৰ বিচাৰি পালো দুখীয়াৰ ঘৰৰ অচল সংসাৰত এইৰূপ অভিশাপ। এই একেই ৰূপ ধনীৰ ঘৰত আশীৰ্ব্বাদ। দুখীয়াৰ ঘৰত ৰূপৱতী নাৰীযে জন্ম ললে ঘৰখনেই কেতিযাবা হৈ পৰে অভিশপ্ত ঘৰ।

ওৰে নিশা মোৰ টোপণি নাহিল। বিছনাখনত, ইকাতি-সিকাতি কৰি থাকি ইচাট্ বিচাট্ কৈ পুৱাৰ অপেক্ষাত থাকিলো। অস্ফুট স্বৰে মই প্ৰশ্ন কৰিছিলো বিশ্বাস কত? শুই থকা নিস্তব্ধ পৃথিৱীত কোনেই বা মোৰ বোবা যন্ত্ৰনা বুজিব। অসত্য আৰু অন্ধকাৰৰ বিৰুদ্ধে যুঁজি অকণি সঁচা পোহৰ আনি কোনে মোৰ মন কোঠালিৰ আন্ধাৰখিনি ঠেলি দিবহি।

বান পানীযে আমাৰ ঘৰ ভঙাত এবাৰ কিছুদিন আমাৰ বংশৰে খুড়া এজনৰ ঘৰত আছিলো। তাতো এনে এক ঘটনা ঘটিছিল। খুড়ীয়ে আমাক থাকিৰ্বলৈ দিযা বাবে, মই কৃতজ্ঞ হৈ খুড়ীৰো কাম বন কৰি দিও।·নিশা মই আজৰি হৈ আহো মানে সকলোৰে টোপনি আহে। এনিশাৰ কথা। আজৰি হৈ মই হাতভৰি ধুবলৈ কলৰ পাৰত থকা গা-ধোৱা ঘৰত সোমাইছোগৈ মাত্ৰ, খুড়াৰ বিশ বছৰীয়া পুতেক যতীন ঘপহ্কৈ গা-ধোৱা ঘৰত সোমাল আৰু মোক সাৱটি ধৰিলে। প্ৰথমে মই আক্ৰমণকাৰিনো কোন তৎ ধৰিব নোৱাৰি চিঞৰি দিব খুজি ব্যৰ্থ হৈছিলো। হাতৰ তলুৱাৰে আক্ৰমণকাৰিয়ে মোৰ মাত স্তব্ধ কৰি দিছিল। মোৰ বুকুৱে ডুম্ ডুম্ কৈ ডবা কোবাইছিল, আৰু তাৰ শব্দ মই নিজে শুনিছিলো। ভয় আতঙ্কত বিপদৰ পৰা ৰক্ষা কাৰবলৈ মই দুৰ্গা। দুৰ্গা। বুলি দুৰ্গা নাম জপিছিলো।

মই মুক্ত হবলৈ কৰা টনা-আজোৰাত স-শব্দে বাল্টি এটা বাগৰি পৰিল। (দুৰ্গাৰ কৃপা ?) পিচলখাই যতীনো মজিয়াত থেকেচ্‌কৈ পৰিল। সেই সুযোগতে মই লৰি আতৰি আহো।

বুলুবা! পুৱালৈ আৰু বেচি সময় নাই। বতাহ ববখুণ কোনোবা সময়ত বন্ধ হল। বৈ বৈ চেঁচা বতাহ এছাতি বলি আছে। শান্ত পৰিবেশ। পাচবাৰীত কেঁচা এটাই সেইযা কুকলীয়াইছে। মোৰ কোঠাৰ কাষৰ ফুলনিখনৰ পৰা স্নিগ্ধ গন্ধ এটি থমকি থমকি বৈ বৈ এছাটি এছাটিকৈ আহি আছে।

এবাৰ এৰি থৈ গলে, আহিব নোৱাৰা, এই পৃথিৱীখন মোহময়—মোহলগা। এৰি থৈ যাবলৈ ওলাইছো এই ভাবেই দেখোন অসহনীয় বেদনাদায়ক হৈ পৰিছে। মোৰ অনুভূতিবোৰে এইদৰে কাম কৰি থাকিলে, মই ভবা মতে, মই যাব নোৱাৰিম নিশ্চয়। সন্ধানে কোলাত লৈ ফুৰা, ৰঙা আৰু ফুটুকাক (কুকুৰা) মিনুক (নিজে আহি ঘৰ লোৱা মেকুৰী) আৰু মিণ্টুক (কুকুৰ) এৰি যোৱাৰ কথাও বৰ যন্ত্ৰণাদায়ক হৈছে। ইহঁতৰ বাবেও মই যেন জীয়াই থাকিম।

মোৰ বিয়াৰ পাচত দেৱজিতে মোলৈ মাত্ৰ এখন চিঠি দিছিল। মাথোন সাত লাইন আখৰৰ এই চিঠিখন—সাত সাগৰৰ মানিকৰ মূল্যৰেও কিনিবলৈ নোপোৱা এই সম্পদটি মই মৰমেৰে মোৰ লগত ৰাখিছিলো। কেতিয়াবা দুঃসহ বেদনা ভৰা মুহূৰ্ত্তত এই সৰু চিঠিখন পঢ়ো। শেষত এনে হল চকু মুদিয়েই চিঠিখন পঢ়িব পৰা হলো। এই চিঠিখনত মই জীৱন পথৰ পাথেয় বিচাৰি পাওঁ। তেওঁ লিখিছিল—'সুখ সকলোৰেই কাম্য। ইয়াত বিশেষত্ব নাই। পোৱাত মহত্ব নাই। নোপোৱাটোৱে জীৱনৰ ব্যৰ্থতা নুবুজায়। কান্দোনখিনি সগোপনে হাঁহিৰ ঢাকোনেৰে ঢাকি, আনৰ বাবে জীয়াই থাকা। জীয়াই থকাতো ধৰ্ম্ম। এই ধৰ্ম্মৰ পৰা ইচ্ছাকৃত ভাবে পিচলি পৰিলে (আত্মহত্যাৰে) সেয়েহে পাপ হয় বুলি কয়।' শেষত লিখিছিল 'সুখ বিচাৰিলে—সি কোনো উপায়েৰে সুখ বিচাৰি লব পৰা যায় কিন্তু এই সুখ যে ক্ষণস্থায়ী।'

বিস্ময়যুক্ত কথা বুলুবা। ইয়াকে হয়তো কয় ক্রিয়াৰ প্ৰতিক্ৰিয়া। দেৱজিতৰ চিঠিখন পোৱাৰ দুসপ্তাহ মানৰ আগৰ পৰা কেৱল জীৱনক বিদায় দিয়াৰ কথা ভাবি নিজৰ মনক বাৰে বাৰে এষাৰ প্ৰশ্ন কৰিছিলো —কিয় এইদৰে বৈ আছো ? লগে লগে মোৰ চকুত ভাঁহিছিল, সন্ধ্যানৰ সৰু কোমল মুখখন।

মানুহ জীয়াই থকাতো সকলোতকৈ সৌভাগ্যৰ কথা। সেযেহে ডাঙৰে সৰুক দীৰ্ঘায়ু হবলৈ আশীৰ্ব্বাদ কৰে। দেৱজিতৰ এই আশীৰ্ব্বাদ শিৰত লৈ ( মই চিঠিখন পোৱাৰ পাচত ) আৰু চাৰি বছৰ আয়ুস বাঢ়িছিল।

বহু পলম হৈ গৈছে আচল কথালৈ আহিব লগীয়া হল। ৰাতিপুৱালে ( অভিনয ভাবে ) শুই উঠি দুৱাৰ খুলিম। জগতে মোক দেখি বুজিব লাগিব – নিশা মোৰ ভাল টোপনি আহিছিল। সজীৱ ভাব আৰু নতুন দিনৰ উৎসাহেৰে ঘৰ সজাম। ফুলদানীত নকৈ ফুল সজাম। মেজৰ কাপোৰ ভাঙি জোকাৰি ন'কৈ পাৰিম। কুকুৰা পাৰ-বোৰক চোতালত চাউল সিচি দিম। মিন্টু-মিণ্টুক অকণ অকণ গাখীৰ দিম। তাৰ পাচত গা-ধোৱা ঘৰত সোমাই—গুণ গুণাই কিবা গাই গাই গা ধুম। গা ধুই কপাল আৰু শিৰত সেন্দুৰৰ ফোট লৈ চাহ খোৱা মেজত বহিমগৈ। দুপৰীয়াৰ সাজ কি ৰান্ধিব, বজাৰৰ পৰা কি আনিব লাগিব, এইবোৰ নতুন কাঞ্চাটোক বুজাই কম। এইবোৰ মোৰ নিত্য কৰ্ত্তব্য। কৰ্ত্তব্য নকৰিলে চম্পাজনী সজাগ হোৱাৰ ভয় আছে।

* * * *

পেহীক চাবলৈ মানুহ এজন অহাৰ কথা। মায়ে গা-ধুই তিতা গাৰে কিবা এটা মানস কৰি টোপোলা এটা বান্ধিছে। মায়া পেহীয়ে নেদেখাকৈ, ততাতৈয়াকৈ গোসাই থাপনাত সেৱা এটা কৰিলো।

মই সৰু থাকোঁতে পেহীয়ে বোলে মোক খুব মৰম কৰিছিল।

নিজৰ লগত গুৱাই খুৱাই চৌবিশঘণ্টা পেহী মোক লৈয়ে ব্যস্ত থাকে। সেই একেজনী পেহীয়ে আজি মোৰ নামত এপাক নাচি নোলোৱাকৈ কথাই নকয়। পেহীক কোনোবাই চাবলৈ অহাৰ পাচত যেতিয়া হবলগীয়া বিয়াখন ভাগে তেতিয়া আৰু পেহীক কোনে পায়। কথাই কথাই পেহীয়ে তেতিয়া মোৰ দোষকহে দেখে। ইয়াৰ পাচত বহু দিনলৈকে পেহীয়ে মোক শাওপাত আৰু কটুকথাৰে বুৰাই ৰাখে।

কিয় ? কি দোষ মোৰ? সহজ ভাবে উত্তৰ ওলাই আছে। মোৰ ৰূপ-যৌৱনে যেন পেহীক ইতিকিং কৰি কয়—ৰূপহীনা নাৰীৰ মূল্য ইমানেই। কেতিয়াবা দৈহিক সৌন্দৰ্য্য নোহোৱা বাবে এনেকৈয়ে অপমান পাবলগীয়া হয় ( পেহী দেখাত ভাল নহয় বাবেই সদায় বিয়া ভাগে ) মোৰ ভাব পেহীয়ে অজ্ঞাতে হলেও মোক ঈৰ্ষা কৰে।

পেহীক চাবলৈ অহা দেবেন ডুবৰা সেইৰাতি আমাৰ ঘৰত থকাৰ কথা। সেয়ে আমি গোটেই ঘৰ ব্যস্ত হৈ পৰিছিলো। বাঞ্ছিত অতিথি-জনে জানে বেয়া দেখি শুনি নাযায়। পুৱাতে উঠি মই গোটেই ঘৰটো পিৰালি, চোতাল আদি ৰঙামাটিৰে মচিলো। কাপোৰ কানি আগ-দিনাই ধোৱা হল। সৰু ল'ৰা-ছোৱালীবোৰক চাকাহৈ থাকিবলৈ কৈ বাৰে বাৰে বুজালো, মানুহৰ আগত সিহঁতে যাতে কাজিয়া কৰি বা হাঁহি ধেমালিৰে বৰ বেচি গোলমাল নকাৰে।

মনোহৰ বৰপিতাই দিনৰ এডোখৰতে বজাৰলৈ বুলি ওলাই গল। মাছ এডোখৰ, বিলাহী অলপ, ধনীয়া শাক এমুঠি ইত্যাদিৰ মোনাটো আনি মাৰ হাতত তুলি দি কলে—'জীয়া মাছ টেঙা জোল অকণ কৰিবা।'

দেউতাই দিনতে পালেংশাকৰ কোমল ফুল অলপ চিঙি থলে। দেউতাই নিজে পালেংশাকৰ কোমল কোমল ফুল ভাজি খাবলৈ ভাল পায় বাবে আনেও ভাল পায় বুলি ভাবে।

সকলোৰে শেষত পেহীয়ে লগালে গোলমাল। মাক দৃঢ়স্বৰে কলে - 'মোৰ বিয়াৰ ভাবনা এৰিবলৈ তোমাক কাহানিবাই কৈছিলো। মই বিয়াৰ বাবে প্ৰস্তুত নহওঁ। দিনো নাই মনো

নাই। তোমালোকৰ সাংসাৰিক সুখ দেখিয়েই মোৰ মন ভৰি আছে।

ছোৱালী দেখাৰ পাচত বিয়া ভঙা আঘাত আৰু অপমান সহ্য কৰিব আৰু নোৱাৰিব বুলিয়েই পেহীয়ে এই মূৰ্ত্তি ধাৰণ কৰিছে আমি বুজিছিলো।

দেবেন দুৱৰা আহি পোৱাৰ পাচতো পেহী নাচোৰবান্দা। মাক কলে আভাক দেখুৱা নবৌ। কিৰিলি পাৰি নিব। পেহীয়ে এনেকৈ কোৱাত আৰু কিবা কব বুলি ভয়ত ততাতৈয়াকৈ সেই ঠাইৰ পৰা আতৰি আহিলো।

আলহীয়ে ভাত খাই থাকোঁতে মই মোৰ স্কুলীয়া চাকা চাদৰখন আনি আলহীৰ বিছনাত পাৰি দিলোহি। ধান-খেৰ ভৰোৱা থৈলাৰ তুলিখন যাতে নোলায, চাদৰৰ পাৰি কেইটা যাতে ওলায নপৰে তালৈ খিযাল ৰাখি, এফালে ঢাকো আনফালে ওলায। সিফালে ঢাকো আকৌ ইফালে ওলাই পৰে। শেষত পেহীক খুজি পেহীৰ চাদৰ এখনো আনি কোনোৰকম খুচি কাতি দিলো।

শুবলৈ আহি দুৱৰা আৰু দেউতা আলহীক শুবলৈ দিযা কোঠাত বহিলহি। মই ধঁপাতৰ হোকাচিলিম দিবলৈ আহি দেখো দুৱৰাই কিবা থবলৈ তুলিখন দাঙিছে। তুলিখন দাঙিলত থৈলাৰ তুলিও ওলাল। চাদৰৰ পাৰিও ওলাল। দেখি মই লাজ পাইছিলো। দুখীয়া হোৱাতো যেন লাজ আৰু দোষৰ কথা। অপমানৰ কথা। দুখীযাৰ ঘৰৰ বুলি পেহীক পছন্দ নকৰিব বুলি ভয হৈছিল।

বাহিৰলৈ ওলাই আহি মই দেউতাইঁতে কি কথা হয শুনিবলৈ পিৰালিৰ আন্ধাৰত মনে মনে ৰৈ থাকিলো। দুৱৰাই দেউতাক সুধিলে 'আপোনাৰ ডাঙৰ ছোৱালীনো কোনটি? দুটি একে সমান দেখিলো।' কথা শুনি মই উচপ খাই উঠিলো (ডাঙৰ জনীৰ বিচাৰ কিয় বুলি) দেউতাই কলে—'ধঁপাতৰ চিলিমটো দি যোৱাজনী ডাঙৰ।'

'কোনেনো দি গল ধঁপাত—মই মনেই কৰা নাছিলো। মাতকচোন ছোৱালীটি। শুনিছো ছোৱালীটি বোলে বৰ সুন্দৰী। এনে সুন্দৰী

নাৰীয়ে বোলে মাজে মাজে আপোনালোকৰ বংশত জন্ম লয়। আৰু এই সুন্দৰীয়েই বোলে লক্ষ্মীৰূপে ভাগ্যৰ চকৰি ঘূৰায়। ঘৰখন পোহৰাই তোলে। নিজৰ জীৱন পূৰ্ণ হয় সুখ আৰু আনন্দৰে।' ছুৱৰাই কলে।

দেউতাই মোক মাত দিয়াত মই সাউৎকৈ পিৰালিৰ পৰা আতৰি গৈ শোৱা কোঠাত সোমাই 'গৈছো দেউতা' বুলি মাত দিলো।

মামুহজনৰ সমুখত থিয় হওঁতে মোৰ বুকুখন ধুক ধুক কঁপিছিল। অস্ফুট সুৰৰে মই ভগৱানক মিনতি জনাই কলো—'প্ৰভু মামুহজনে মোক যেন অলক্ষ্মী দেখে। "চাওঁ মা এইফালে আহচোন" বুলি মামুহজনে লেমৰ ফিটাডাল বঢ়াই মোক ওচৰলৈ মাতিলে। মোৰ মূৰৰ পৰা ভৰিলৈকে এবাৰ চকুফুৰাই চাই কলে—'সাক্ষাৎ লক্ষ্মী প্ৰতিমা। এই কোচা গোসানীৰ চুলি। তোৰ মঙ্গল হব আই।' দেউতাক কলে— 'আপোনাৰ মাকৰ চেহেৰা ললে। তেখেতৰ মুখমণ্ডলত কোমল স্নিগ্ধ ছাঁ পৰি থকাৰ দৰে, এইৰো মুখত স্নিগ্ধ ছাঁ পৰি আছে। এই ছাঁ— হৃদয়ৰ গভীৰ প্ৰদেশৰ কোমলতাৰ ছাঁ।' মোৰ ফালে চাই শেষত কলে—'বৰ বেচি মৰমিয়াল হলে বৰ কষ্ট হয় মা। অমৃতৰো অতি-মাত্ৰা বিহ। যাচোন পঞ্জিকাখন আনগৈ।'

পঞ্জিকাত শুভদিন বাৰ চাই তেন্তে লক্ষ্মীক এইবাৰ ঘৰত ভৰোৱাৰ দিন ধাৰ্য্য কৰিব খুজিছে বুলি মই উচপ্‌খাই উঠিলো। মোৰ এনে লাগিলে বিচাৰকে যেন বিচাৰৰ নামত অবিচাৰ কৰি কৈছে—'যোৱা মা নিচিন্তৰে শুই থাকাগৈ। দোকমোকালিতে তোমাক ফাঁচীকাঠত ওলোমাব লাগিব।

দেবেন ছুৱৰাৰ ঘৰ আছিল কোনো এখন গাঁৱত। ঘৰৰ অৱস্থা ভাল নাছিল। ল'ৰা পঢ়ুৱাবলৈ সমৰ্থ নাছিল ঘৰৰ। ল'ৰাৰ পঢ়াত বৰ আগ্ৰহ থকা বাবে ( ককাৰ চিনাকি আছিল ) ককাই আনি দেৱেন ছুৱৰাক নিজৰ লগত ৰাখি পঢ়ুৱাই।ছল। পুৰা চাৰি বছৰ তেখেতে দেউতাহঁতৰ লগত থাকি, আমাৰ আইতাক হাডে-হিমজুৱে চিনি গৈছে ( তেখেতৰ কথা ) তেখেতৰ মতে যি এবাৰ আইতাক পাইছে তেওঁহে বোলে প্ৰকৃত নাৰী বা মাতৃ কাক কয় বুজিছিল। সেই নাৰীৰ পেটৰ

সন্তানক বোলে বোৱাৰী ৰূপে পোৱা তেওঁৰ ভাগ্য। তুৱৰাৰ কথা শুনি মই আনন্দতে জপিয়াই দিছিলো। মই বুজিলো—তেখেতে পেহীৰ মনৰ অমৃত বিচাৰিছে। মাকৰ অমৃত গৰ্ভৰ পৰা পেহীয়ে হৃদয়ত অমৃতৰ পূৰ্ণপাত্ৰ লৈ আহিছে বুলি মানুহজনৰ দৃঢ় বিশ্বাস।

পিচদিনা দেবেন দুবৰা যোৱাৰ পাচত মনোহৰ বৰপিতাযে টকা অলপ আনি মাৰ হাতত দি কলে 'চাৰি শ, ন টকা আছে। যি আছে সকলো শেষ হল।'

বৰপিতাইৰ হাতত টকা থকা কথা আমি একো নাজানিছিলো। কেতিযাবা অগত্যা নোৱাৰাত (কাৰোবাৰ জ্বৰ বেমাৰত মৰো-মৰো হলে। কেতিযাবা অনাহাৰে মৰিবলগীযা হলে) দুই এটকা খৰছ কৰে।

তন্দ্ৰানযনা মৰাৰ পাচত বৰপিতায়ে চোতালত মূৰ ঠেকেচি ঠেকেচি কৈছিল তেওঁৰ দোষতে ছোৱালীজনী গল বুলি। তন্দ্ৰাৰ মৃত্যুৰ বাবেনো বৰপিতাই কেনেকৈ দোষী হল ভাবি পোৱা নাছিলো। মাৰ হাতত টকাৰ মোনাটো দিযা দেখি আজি বুজিব পাৰো সেই কথাৰ অৰ্থ? টকা থকা সত্বেও তন্দ্ৰাৰ বেমাৰত টকা খৰচৰ ভযত ডাক্তৰ নমগোৱা বাবে মানুহজনে নিজকে ক্ষমা কৰিব নোৱাৰিলে। টকাখিনি দেখি মা অবাক হল। বৰপিতাইৰো তন্দ্ৰাৰ কথা মনত পৰিল। চকু-দুটা তেওঁৰ সেমেকি আহিল। বহুদিনৰ পুৰণি করুণ স্মৃতিত মানুহজনৰ ওঁঠদুটা কঁপিল। আক্ষেপ কৰি কলে—'মই টকা খৰছ হোৱাৰ ভয়তেই ডাক্তৰৰ ওচৰলৈ যোৱা নাছিলো। ভৱিষ্যত নভবা মানুহৰ বিগত অনিবাৰ্য্য। এই কথাযাৰ আপোনাৰ মুখত শুনি শুনি কথাযাৰ মোৰ মনত লাগিছিল। সেযে মই মোৰ হাতত পৰা পইছা সাচি থৈছিলো। প্ৰকৃততে এই টকা সক দেউতাৰহে। (দেউতাক সক দেউতা বোলে) এওঁ মাজে সময়ে মোৰ হাতত দুই চাৰি টকা গুজি দি থৈছিল—'হো-ল। কিবা লবি।' কি মই লম॥ মোৰ প্ৰয়োজনীয় সকলো তেৱেঁই দিছিল। এই টকা আচলতে মোৰ টকা• বুলিব নোৱাৰো।

হাঁহি ভৰা সুখ ভৰা দিনবোৰৰ স্মৃতিত বৰপিতাইৰ চকুহুটা সেমেকিল। তাহানিৰ দেউতাহঁতৰ অৱস্থা আৰু আজিৰ অৱস্থালৈ চাই বৰপিতায়ে বোলে প্ৰায়েই কান্দে। এই কান্দোন বোলে দেউতাৰ মানুহৰ প্ৰতি থকা সচা মৰমে কন্দুৱা কান্দোন। বৰপিতায়ে কয়—'ভগবানে এনে মানুহকহে দুখ দিয়ে নেকি ?'

বৰপিতায়ে এইবাৰ চম্ভালিবই নোৱাৰিলে। তেওঁৰ চকুৰ পৰা টপ্ টপকৈ কেইটোপালমান পানী মাটিত সৰি পৰিল। মোৰো চকু ফাটি পানী ওলোৱাৰ উপক্ৰম হল। পাকঘৰৰ পাচফালে থকা ভীমকল জোপাৰ আঁৰতগৈ চকুহুটা মোহাৰিলোগৈ। মতা মানুহে কন্দা দেখিলে কেনে যে লাগে।

ত্ৰিশ বছৰ বয়সলৈকে পেহীৰ বিয়া নোহোৱাত বৰপিতায়ে ভাবিছিল মাক আছিল সাক্ষাৎ দেৱী। তেওঁৰ জীৱনত ভুল চুক থাকিব নোৱাৰে। দেউতাকৰ ক'ৰবাত কিবা অকণ নিশ্চয় আছিল। ডেকা-কালটো বিদেশত (কলিকতাত) পঢ়া-শুনা কৰি কটোৱা মানুহৰ কি বিশ্বাস। খাইছিলবা কি ? গৈছিলবা ক'লৈ ? আছিলবা কেনেকৈ কোনে জানে। তাতে টকাৰ ওপৰতে আছিল। মাক দেউতাকৰ পাপ পুণ্যৰ ফল সন্তানে ভোগে। এইয়া বৰপিতাইৰ দৃঢ়বিশ্বাস (অন্ধ বিশ্বাস ?)

দুৱৰা ওলাই যোৱাৰ পাচতে দেউতা চিঠি লিখিবলৈ বহিল। আটাই কেইটা ভায়েকলৈকে লিখিলে—'ৰীতাৰ বিয়াৰ দিন বাৰ ঠিক হল। তহঁতে আহি তাইৰ বিয়াখন পাতহি। টকা পইছাৰ বাবে যেন হোৱা বিয়াখন নাভাগে।'

দেউতাই কাকুতি কৰি লিখা এই চিঠিৰ সময়মতে উত্তৰ নোপোৱাত আমি ৫কা ঘৰখনৰ এভাগ বেচি দিলে। আমাৰ বাৰীৰ সিমূৰেই দেৱজিতহঁতৰ ঘৰ। বাৰীখনৰ হাবি হোচোং কাটি পৰিষ্কাৰ কৰি দিলে, দেৱজিতহঁতৰ ঘৰটো ভালকৈ দেখা যায়। আমাৰ লগত দেৱজিতহঁতৰ ভাল থকাঁোতে কমেও আমি দিনটোত দহবাৰ মান এইফালে অহা-যোৱা কৰিছিলো। আমি অহা-যোৱা কৰা পথটোত জাৰ্মানিবন ঢেকীয়া

চোৰাত আদি গজিব পৰা নাছিল। হাবিৰ মাজৰ লুঙ্‌লুঙীয়া সেই পথটো মোৰ চকুত পৰিষ্কাৰ ভাবে ভাঁহি উঠিছে।

এদিন এই লুঙ্‌লুঙীয়া বাটটোৰেদি মই দেৱজিতহঁতৰ ঘৰলৈ লৰি গৈছিলো। সিফালৰ পৰা দীপ্তিও দেৱজিতৰ ভনী ) লৰি আহিছিল। আমি দুয়ো কোবত মূৰে মূৰে খুন্দা মাৰি 'আস্' বুলি চিঞৰি উঠিলো। সেই পথটোৰ কাষত থকা মধুৰি জোপাৰ পৰা জাপ মাৰি দেবজিত আমাৰ আগত পৰি দুয়োজনীকে দুটা চৰ মাৰি কলে 'গাত হুচ নাথাকে কিয় ?'

দীপ্তিয়ে কপালত দুখ পাইছিল। মই পাইছিলো নাকত। নাকেৰে তেজ বৈ আহিছিল। নাকটো ধৰি থাকি মই দেৱজিতক কলো—'সদায় তুমি মোক মাৰি বীৰত্ব দেখুৱাইছা। বৰমাক কৈ নিদিওঁ যদি চাবা।'

মই দেৱজিতৰ মাকক গোচৰ দিলোগৈ দেৱজিতে চৰ মাৰি তেজ উলিযাইছে বুলি। দেৱজিতে প্ৰতিবাদ কৰি কলে "নিজে মৰিছে।" বৰমাযে ততাতৈযাকৈ পানী আনি মোৰ নাক মুখত পানী দিলেহি। বহু সময়লৈকে তেজ গৈ থকা বাবেই নে মোলৈ বেযা লগা বাবে, ভয় ভয় ভাবৰে দেৱজিত মোৰ কাষলৈ আহিল। মাকক কলে 'মা বৰকৈ তেজ গৈছে যে ? কি হব এতিযা ? অলপ বৈ আকৌ কলে 'চেনি দিলে বোলে তেজ ৰয়' কৈযেই পাক ঘৰলৈ লৰ দিলে। চেনি এমুঠি আনি·মোক ধৰি লৈ নাকত ভৰাবলৈ চেষ্টা কৰিলে। মাকে ঠেলা মাৰি দেৱজিতক আতৰাই ধমক্ দি কলে—'যাও ভাগ যহাসে।'

মানুহ গৰাকীৰ যেতিযা খং উঠে মুখেৰে একো নামাতে। কিবা যদি কবলগীযা হয, সেই কথা হিন্দী ভাষাৰে কয। ধমক্ খাই দেৱজিতৰ উঠিল মোৰ ওপৰত আক্ৰোশ। মোলৈ চাই গৰজি উঠিল— "তেজ বেচি। তেজৰ বলত লাহে লাহে খোজ দিবই নোৱাৰে। এই মৰতি দীপ্তিৰ মূৰত খুন্দা মাৰি মৰিছনে—'মোৰ চৰত ? ওলাওঁক। এই দৰেই তেজ কমক।"

ইযাৰ পাচত বহুত দিন দেৱজিত আৰু মোৰ মাতবোল নাছিল।

দেৱজিতে 'দীপ্তৰবি' নাম ৰাখি, মইনামেল এখন গঠন কৰিছিল। সেই-বাৰ সদৌ অসম মইনামেলৰ বাৰ্ষিক অধিবেশন আমাৰ চহৰত বহিছিল। অধিবেশনৰ কামত কিছুদিনৰ পৰা দেৱজিত বৰ ব্যস্ত। মইনাৰ নামত কিবা কিবি এসোপা ইতিমধ্যে সাজি গঢ়ি উলিয়ালেও। সকলোৰে আগতে ছবি এখন আঁকিলে। ছবি মানে— দৃশ্য এটা। ৰঙা ফ্ৰগ পিন্ধা সৰু এজনী ছোৱালী। ছোৱালীজনীৰ গাৰ বৰণ গাখীৰত সেন্দুৰ গোলা ৰং। সমুদ্ৰ যেন অপাৰ পানীৰ মাজত ফুলি থকা পদুমফুল এপাহলৈ তন্ময় হৈ চাই আছে। ছোৱালীজনীৰ ওঁঠ দুটা শুকান। চকুত অদমনীয় হেপাহ। কপালত কি কৰো কেনেকৈ আনো চিন্তাৰ চিহ্ন।

ছবিখন দেখুৱাই এইবোৰ কথা দেৱজিতে মোক বুজাই দিছিল। দেৱজিতে কোৱা কথাবোৰ সচা সচা লাগিছিল। দেৱজিতে মোক সুধিছিল 'ভাল হৈছেনে— ?'

'বাঃ ভাল নহব কিয ? তাতে মইনাই আৰু ইযাতকৈ কি ভাল আঁকিব।' মই কলো।

'মইনাই ?' দেৱজিতে প্ৰশ্ন কৰিলে।

'তুমিযেই তো মইনামেলৰ প্ৰধান মইনা। তাৰ মানে মইনাৰ কামবোৰতো তুমিযেই কৰিছা, লোকৰ নাম দি দি। তুমি আঁৰ লৈ থকা ভোটোকা মইনা।'

'মোৰ বযস কুৰি বছৰ। মইনা মইনা নকৰিবি।'

'মোৰ দহ। তুমি মোতকৈ দহ বছৰৰ ডাঙৰ জানো ? মাযে কয আঠ বছৰৰ ডাঙৰ তুমি। তুমি বযস বঢ়াইছা।'

'মই কিবা ল'ৰা-ছোৱালীৰ মাকনে– বা ছোৱালী মানুহ, বয়স যে কমাম॥ মই পুৰুষ মানুহ বুজিলি ? পুৰুষ জাতি।'

'বাদ দিযা তোমাৰ পুৰুষ পুৰুষ ভাব। ববমায়ে কথাই কথাই গালি দিয়ে। তুমি ল'ৰা মানুহ। বাৰু দেবুদা তুমি এইখন কেতিযা আঁকিলা ?

'মই অঁকা হলে নেদেখিলিহেঁতেন জানো ? তইতো চৌবিশ ঘণ্টা মোৰ পাচত থাক।'

'তাৰ মানে তুমি আঁকা নহয়। সেই কাৰণেহে ভাল হৈছে।'

'কি ভাল হৈছে? ৰঙা ৰং দিয়া বাবে ভাল লাগিছে নিশ্চয়। কিন্তু জান ৰঙাটো সাজ্যাতিকৰ চিন। তাৰ মানে এই ছোৱালীজনীৰ আভৰণে অৰ্থ কৰিছে, তাই মাৰাত্মক।'

'কি বোৰ যে গাইছা। কোনে আঁকিলে কোৱানা?'

'মই মোৰ ভাবৰ কথা কৈছো। ভাবটো মোৰ। তাত ৰূপ দিছে অৰবিন্দই। নাম দিছো মই।'

'কাৰ নাম?'

'ছবিখনৰ।'

'কি যে কোৱা। ছবিৰ হুব পায নাম থাকে?' মই অবাক হৈ কলো।

'ও থাকে। জীৱ লগা বস্তুৰহে নাম থাকেনেকি? মানুহৰ ভাব চিন্তা কল্পনা আশা আগ্ৰহ সকলোৰে নাম থাকে। যেতিয়া ডাঙৰ হৈ চিতৰী পখিলাহৈ কলেজলৈ যাবি, তেতিয়া আৰু বহুতৰ নাম পাবি। বুজিলি?'

'কি নাম ছবিখনৰ।'

'পিপাসা'

'পিপাসা মানে?'

'মানে —পিপাসিত।'

'মানে?'

'পিযাহ যুক্ত।'

'তাৰ মানে?'

'তাৰ মানে পিযাহ লগা। তোৰ পিয়াহ লাগেনে নালাগে?'

'লাগে '

'তেনেকুৱা পিযাহ লগা। বুজিলিতো?'

'পিয়াহ লগা কথা বুজি পাওঁ। সেই বুলি তোমাৰ কথা বুজা নাই। ছবিখনৰ হুব পায় পিযাহ লাগে? কি যে কোৱা।'

'তাৰ মানে সুন্দৰৰ পাচত লৰৰি ফুৰা মন এটাৰ ছবি।'

'ছাঁই বুজিলো। মনৰ ছবি। লৰি ফুৰা মন। মই এইবোৰ একো বুজি নাপাওঁ। তাই বৈ আছে। তুমি কৈছা লৰি ফুৰিছে।'

'তাইহে বৈ আছে। তাইৰ মনটো পানীত জপিয়াই পৰি কক্‌বকাই আছে।'

'তুমি বুজাই থাকিলেও যে নুবুজো। আৰু বুজাব নালাগে। বাৰু দেবুদা তুমি যিজনী ছোৱালী আঁকিছা, তাইক তুমি দেখিছা? তাইক খুব ভাল পোৱা নহয়?'

'তাইক মই দহ বছৰৰ আগৰ পৰাই দেখিছো। এতিয়া চকু মুদিলেও দেখো। সেয়েহে আঁকিব পাৰিছো। তাৰ মানে আগতে মনত আঁকা হলেহে পাচত বাহিৰত আঁকা হয়। অলপ বৈ দেৱজিতে আকৌ কলে—'যিদিনা তাই পৃথিৱীৰ পোহৰলৈ আহে—এনেকৈ কলে তই ছাঁই বুজিবি। তাৰ মানে তাই জন্ম হোৱা কথাও মোৰ মনত আছে। মাৰ লগত মই তাহাঁতৰ ঘৰতে আছিলো। মায়ে মোক ভিতৰলৈ সোমাবলৈ দিয়া নাছিল। মই বাহিৰৰ ঘৰতে আছিলো। ভিতৰত মাকৰ অস্ফুট কাতৰ ধ্বনি। বাহিৰত দবা-পিটা বৰষুণ। সকলোতকৈ ডাঙৰ কথা, সেই দিনা মই ৰোৱা কৰবীৰ জোপাত প্ৰথম এপাহ ফুল ফুলিছিল। সেই নিশা বৰষুণ বতাহত ফুলফুলা ঠালিডাল ভাগি তলত পৰি আছিল। ৰাতিপুৱা শুই উঠি দেখি বৰ বেয়া লাগিছিল। তাৰ পাচতে মনত পৰিল, আগদিনা জন্ম হোৱা ভণ্টিজনীলৈ। ফুলপাহ চিঙি মই তাইক দিবৰ বাবে তাহাঁতৰ ঘৰলৈ লৰ মাৰিলো। ফুলপাহ দিব খোজাতে মাকে কলে—'ডাঙৰ হলে দিবা। এতিয়া লব নাজানে নহয়।'

মই সুধিছিলো 'ভনীয়ে ফুল ভাল পায়?' মাকে কৈছিল—ভাল পাব। মই সুধিছিলো 'আৰু কি ভাল পায—'

'আৰু তোমাক। তোমাক ফুলতকৈও ভাল পাব।'

দেৱজিতে মোৰ মুখলৈ চাই সুধিছিল—'তই মোক ভয় কৰ জানো। ভক্তি কৰ জানো? ভালপাৱনে বাৰু?'

'ভক্তি নকৰো। ভয় হলে লাগে। তুমি জানো কম। কিন্তু ভাল

জানো পাওঁনে নাপাওঁ। কেতিয়াবা খুব খং উঠে। দেবুদা মই সোধা কথা নকলা। ছোৱালীজনীক তুমি মৰম কৰা ?' মই সুধিলো।

'নকৰো।' তাৰ পাচত ছবিৰ ছোৱালীজনী দেখুৱাই সুধিলে—

'তই বাৰু এইক চিনি পাবনে—'

'নাপাওঁ। সেইকাৰণেহে সুধি আছো। কোৱানা—'

'বাহিৰা কথা জানিবলৈ বৰ আগ্ৰহ। এনেকৈ অঙ্ক-ইংৰাজী বুজিবলৈ হেপাহ কৰিব লাগিছিল। স্কুলৰ পৰীক্ষাত প্ৰথম, দ্বিতীয় তৃতীয় চতুৰ্থ কিবা হ'ব পাৰনে—?' হাজিৰা বহীৰ একেবাৰে শেষতহে কিজানি নামটো আছে।'

'সেইবোৰ ভাল নালাগে। কোৱানা।'

'যিজনী ছোৱালী মোৰ সোঁফালে বহি পেক্ পেকাই আছে তাইৰ ছবি।'

'তোমাৰ সোঁ ফালে মইহে আছো।' আচৰিত হোৱাৰ দৰে হৈ মই দেৱজিতলৈ চালো।

'তেন্তে তযেই।' লাহেকৈ দেৱজিতে কলে।

কথা শুনি মই ছবিখন আকৌ এবাৰ তন্ময় হৈ চাই কলো —

'মিছা কথা। মই হবপায ফোঁট লওঁ। পেহীয়ে সক ছোৱালীক ফোঁট লবলৈ নিদিযে।'

'পেহীযেতো ফোঁট দিয়া নাই। ফোঁট দিছো মই। সৰু ল'ৰা ছোৱালীযেও ফোঁট লয। মানে—আনে দি দিযে মুখ লাগে বুলি।'

'কলা ফোঁটহে দিযে। তুমি যে বগা ফোঁট দিলা।'

তোক মই ক'লা ফোঁট কিয দিম ? মুখ নালাগিবৰ বাবেতো দিযা নাই।'

'তেন্তে কিয দিলা ?'

'শুভ্ৰৰূপে দিছো শুভ্ৰতাৰ প্ৰতীক। তোৰ শুভ্ৰতা ৰক্ষা কৰিব বুলি।'

'কোনে ? কি ৰক্ষা কৰিব ?

'শুভ্ৰমতিয়ে । তোক ৰক্ষা কৰিব।'

'মই সুবুজাকৈ কথাবোৰ কৈছো। আৰু একো নোসাধো। মোকতো তুমি দেখিবই নোৱাৰা। মোৰ ছবি কিয় আঁকিলা?'

'তোক দেখিব নোৱাৰো - তই মোৰ কথা শুনশুন বাবে। ছবিখন আকিছো দে'খিব পাৰিবলৈ। মোৰ বাধ্য হব ছবিখন। মই যি কওঁ, মনে মনে শুনি থাকিব। প্ৰতিবাদ নকৰিব। মোৰ ভাল লাগিব।'

ক'ৰবাৰ পৰা গৈ ক'ৰবাত ওলালোগৈ। কি জানো কৈছিলো। দেৱজিতে গঠন কৰা মইনা মেল, আৰু বাৰ্ষিক অধিবেশনৰ কথা কৈছিলো নহযনে --?

সেই অধিবেশনলৈ এইবাৰ গান শিকোৱাৰ পাল। তোমাক কোৱাই নাই দেৱজিতে ভাল গায। ভাল তবলা বজায। সুন্দৰ অভিনয কৰে। নাটক লিখে। সেই সমযত আমাৰ চহৰত সঙ্গীতত দেৱজিতৰ সমান কোনো হব পৰা নাছিল।

মই সঠিক ভাবে বুজিলো এইবাৰ দেৱজিতে মোক মাতিবলৈ বাধ্য হব। মইনামেলৰ প্ৰধান গাযিকা স্বযং মই। কেৱল মইনামেলৰে নহয। অত্ তত্ গাবলৈও ইযে সিযে কেতিযাবা আমন্ত্ৰণ কৰে। মোৰ বোলে মাতটো বৰ মিঠা। গলা খেলাবও জানো। এদিন দীপ্তিয়ে আহি কলে- "তোক দেবুদায়ে মাতিছে।"

'কেলেই ?'

মুক অভিনয়ৰ বাবে। আৰু গান শিকাবৰ বাবে।'

'যা-- কৈ দিবি মই যাব নোৱাৰো। স্কুলৰ কাম কৰিবলৈ আছে।'

কৈযেই মই অঙ্কৰ বহীখন উলিযাই ললো। দেখুৱাই দীপ্তিয়ে গৈ কবলেহে পালে খণ্ডত চুপ্‌চুপাই দেৱজিত আহি মোৰ সমুখত থিয় হলহি। কোনো কথা নোকোৱাকৈ বহীখন থৈ, মোক টান মাৰি তুলি কলে- 'বল।'

কোনদালে কিৰিং কিৰিং কৰি আছে। এই আপদ দালৰ পৰা আৰু ৰক্ষা নাই। শুবলৈ লম, লগাব মাত। খাবলৈ লম লগাব মাত। মই উঠিবলগীয়া হল। চম্পাইও ভাত খাবলৈ মাতিছিলহি। কালি নিশা মই ভাত খোৱা নাই কাবে আজি তাই ধমক্ খোৱালৈ ভয়

নকৰি দুৱাৰ মুখৰ পৰা বাৰে বাৰে মাতিছেহি। যাওঁ ফোনটো ধৰি ভাত খাই আহোঁগৈ।

মোৰ কবলগীয়া কথাৰ আঁত হেৰাই গল। কোন ডোখৰলৈকে জানো কলো চাই লব লাগিব।

* * * *

দেউতাৰ মাটি বেচা টকাৰে শক্তি অনুসাৰে পেহীৰে বিযালৈ সকলো গোটালে। এনেতে মৃগেন খুড়া আহি কলেহি 'মই কাঁহৰ বস্তু কেইটা দিম। ইন্দ্ৰনাযেতো চাব পাৰে। তাৰ টকা আছে। খাওঁতা নায়েই।' মৃগেন খুড়াৰ কথাৰ উত্তৰত দেউতাই কলে—তইত যে আহিলি এযে বহুত। তইত যেতিযা ভাগ ভাগ হৈছিলি, প্ৰত্যেকেই বীতাক নিব খুজিছিলি। ইন্দ্ৰইতো নোযোৱাত খং ৰাগেই কৰিছিল। তাই কৈছিল "বৰদাৰ ওচৰত খাবলৈ নাপায মৰিবলগীযা হলেও ইযাতেই মৰিম।" মই একো পাহৰা নাই মৃগেন। তাইৰ সেই কথাৰ মূল্য মোৰ মাটি-বাড়ীৰ মূল্যৰে জুখিব নোৱাৰি। মাটি ডোখৰৰ সমানে এফাল বেচিলো। প্ৰযোজন হলে, পুবফালৰ মাটিকণো বেচিম।

বিযালৈ আত্মীয স্বজন সকলো আহিল। কলিকতাত থকা ইন্দ্ৰখুড়া প্লেইনেৰে আহি বিযাৰ দিনা দুপৰীয়া পালেহি। খুড়া খুড়ীৰ লগত এজনী ছোৱালী আহিছে। সকলোৱে কৈছে ছোৱালীজনী আমাৰ ছন্দ বাইদেউ। কলেজত পঢ়ে। মই অবাক হৈ ছোৱালীজনী মন কৰো। ধোঁৱা ৰঙৰ মিনিস্কাৰ্ট, আঁঠুৰ এবেগেত ওপৰত। বগা ব্লাউজ। চুলিখিনি বব্‌কটা। এই সাজপাৰৰে ছন্দ বাইদেউক দেখি মই লবা-লৰিকৈ লাজত পাকঘৰলৈ সোমাই গলো। মোৰ তলৰ প্ৰতিভা। তায়ো ঘৰত বাহিৰত, মেখেলা চাদৰ পিন্ধে। আমাৰ মা দেউতাহঁত পুৰণা মানুহ। পুৰণা মন লৈযে আছে। আমিও বহুত পাচ পৰি থাকিলো, আগবঢ়া জগতত। নিজৰ মনেৰে পিন্ধা ফুৰা, এইবোৰ

আমাৰ নিজৰে ভাল নালাগে। প্ৰতিভাই লৰি অহাদি আহি কলে – 'বাইদেউ বুলিলে বাইদেউৱে বাক বেয়া পাবনেকি—?"

'কিয়—?' মই সুধিলো।

আমি যে মেখেলা চাদৰ পিন্ধো। বাইদেউৰ স্কাৰ্টটো বৰ চুটি। সৰু ছোৱালী যেন লাগিছে। পঢ়ে দ্বিতীয় বাৰ্ষিকত।

'তোতকৈ পাঁচ বছৰৰ ডাঙৰ। খুব বেচি পঢ়া নাই। তয়ো পাঁচ বছৰত সিমানখিনি পাবি গৈ।'

পেহীয়ে মোক পাকঘৰৰ পৰা টানি আনিলে—"বায়েৰ আহিছে চাবি আহ।" মই কলো—'মোৰ ভাল লগা নাই। বাইদেউক আমাৰ ঘৰৰ ছোৱালী নহয় যেন লাগিছে। দূৰৰ পৰাই চালো। থাকিবই যেতিয়া দেখিমেই।'

দেউতাই আটাই কেইটা ল'ৰা-ছোৱালীকে চিঞৰি বাখৰি মাতি আনি কলে "এইজনী তহঁতৰ বৰ বায়েৰ।" তাহাঁতে অবাক হৈ বাই-দেউলৈ চাই ইটোৱে সিটোৰ চকুলৈ চালে। তাহাঁতৰ বিশ্বাস হোৱা-নাই। দেউতাই বাইদেউক কলে "তই সৰু কেইটাকতো দেখাই নাছিলি।"

দেউতাৰ কথাৰ বাইদেউৱে কোনো উত্তৰ নিদিলে। বাইদেউৰ মুখমণ্ডলত অৱজ্ঞাৰ ভাব ফুটি উঠিছিল। পেহীয়ে বাইদেউৰ শকত কলাফুল ছুটালৈ চাই হাঁহি হাঁহি বাইদেউক কিবা এটা কোৱাত বাই-দেউৱে অকণমান হুঁহাৰ নিচিনা কৰিলে। বাইদেউৰ হাঁহিকণ দেখি মোৰ এনে লাগিছিল সেই হাঁহি লাখটকীয়া। ভদ্ৰতাৰক্ষা কৰিবৰ বাবে অগত্যা নোৱাৰাতহে এইকণ হাঁহিলে।

অঞ্জুম নিকুমহঁতে বাইদেউৰ সমুখত বৈ থাকি, হা-কৈ বাইদেউৰ মুখলৈ চাই আছে। সিহঁতে বাইদেউক চাই থকাত বাইদেউ বিৰক্ত হৈছে। বাইদেউৰ মুখ চকুৱে অস্ফুট স্বৰে কৈছিল—অসভ্যবোৰ। মানুহক এনেকৈ চাই থকা যে সভ্যতাৰ ভিতৰত নপৰে তাকো নাজানে।

মই অঞ্জুমহঁতক মাতি আনি কলো। 'আগে পাচে মানুহ দেখা নাইনেকি—? হা কৈ কি চাইছ?'

'বাইদেউ বুলি কোৱা বাবেহে চাইছো।' নিকুমে কলে।

'মেমৰ নিচিনা –।' নিভাই কলে।

'নকল মেম' অঞ্জুমে কলে।

"বাইদেউক তেনেকৈ কযনে ?" মই কলো।

"আমাৰ বাইদেউ কেতিয়াও নহয।" বন্তিৰ কথা।

"ঠিকেই। বাইদেউ নহয। হলে আমালৈ কিয় ঘোপাকে চাব।" বিজুৰ কথা।

"চাই আছিলি কিয ? সেই কাৰণেহে ঘোপাকে চালে তইঁতলৈ।" —মই কলো।

"বাঃ নাচাম কিয—? চাই ভাল লাগিছে বাবেহে চাইছিলো।"

"কাকো তেনেকৈ চাব নাপায" মই কলো।

"কিয আভাবা—?' নিভাই সুধিলে।

'চালেনো কি হব ?' অবাক হৈ শুভাই সুধিলে।

'চাই ভাল লাগিল বুলি চাই থকা হাঁহি উঠিল বুলি স-শব্দে হহাঁ, সুধিবৰ মন গলে বুলি যি কোনো কথা সোধা এইবোৰ ভদ্ৰলোকৰ ভদ্ৰতাৰ ভিতৰত নপৰে। অৰ্থাৎ অভদ্ৰতা। এইবোৰ ভদ্ৰৰুচি বৰ্জ্জিত।'

সৰু সৰু ল'ৰা-ছোৱালী কেইটাই বুজক নুবুজক মই একে লেঠাৰিৰে বহুত কথা কলো। তাগাতক অৱজ্ঞাভাবে চোৱা মোৰ অন্তৰত লাগিছিল।

বাইদেউৰ বাবে ভালকৈ ভিতৰতে চাহ একাপ কৰিবলৈ দেউভাই মোক কলেহি। বাহিৰত চাহকৰা ঠাইৰ পৰা প্ৰতিভাই চাহ আনি খুড়ীইঁতক দিছিলহি। বাইদেউৱে চাহকাপ মুখৰ ওচৰলৈ নিয়েই 'ধোঁৱা ধোঁৱা গোন্ধাইছে' বুলি নমাই থলে।

পুখুৰীপাৰত বাঁহৰ বেৰ দি নতুনকৈ সজা গা ধোৱা ঘৰত প্ৰতিভাই বাইদেউক হাত মুখ ধুবলৈ পানী গামোচা দি আহিল। বাইদেউৱে হাত মুখ ধুবলৈ যাওঁতে নিভা বাইদেউৰ পাচে পাচে গল। বাইদেউ ঘূৰি আহোঁতে আকৌ বাইদেউৰ পাচে পাচে আহিল। মই দূৰৰ পৰা

লক্ষ্য কৰি আছিলো, বাইদেউৱে তাইক মতা নাছিল, মাথোন এবাৰ ঘোপাকৈ তাইলৈ চাইছিল। সেই সময়ত মোৰ বাইদেউজনী বৰ কাঠ চিতৰ যেন লাগিছিল।

গা ধোৱা ঘৰৰ পৰা ওলাই আহি বাইদেউৱে খুড়ীক কৈছিল—কিয় যে তুমি মোক এইখনলৈ লৈ আহিছিলা। গা ধোৱা ঘৰটোত বেৰ থকা নথকা একে। তলখনো পকা নহয়। কাঠ এচটা দি থৈছে। ইমান যে লেতেৰা। গা ধুম কেনেকৈ? এই সোপা ছোৱালীযে তাতেই গা ধোৱেনে নে লাজ-কাজেই নাই। মুকলি ঠাইত গা ধোৱে?

চাহখাবলৈ বাইদেউক মই মাতি আনিলো। মোৰ মুখৰ ফালে চাই থাকি লাহেকৈ সুধিলে—"তুমি আভানে প্ৰতিভা?" মোক তুমি বুলি সম্বোধন ধৰা বাবে মই অবাক হৈছিলো। বাইদেউ বহুত দূৰত যেন লাগিছিল। সেযে যেনিবা মুহূৰ্ত্তলৈ। তাৰ পাচত নিজক নিজে মনতে কলো ভাই-ভনীবোৰক তুমি বোলাও আভিজাত্যৰ অভিৰুচি হযতো। মই উত্তৰ দিলো—"মই আভা।" "তেন্তে তোমাৰ নামেই স্বপ্ননযনা?" বাইদেউৱে সুধিলে। মই কলো "স্কুলৰ নাম। কিন্তু মোক স্বপ্ননযনা বুলি কোনেও নামাতে।" মই চকু তুলি বাইদেউলৈ চাই সুধিলো "কিয় সুধিলা বাইদেউ?" বাইদেউৱে মোৰ মুখলৈকে চাই আছিল। মোৰ চকুৱে চকুৱে পৰাত তৎক্ষণাত চকুঘূৰাই কলে—"এনেয়ে সুধিছিলো। তুমি মোক বাইদেউ নকলেও হব। তুমি মোতকৈ বহুত সৰুতো নোহোৱা। তাতে তুমি বৰ বেচি ওখ।" অলপ বৈ আকৌ সুধিলে—(দুৱাৰেদি তেওঁ পাচফালৰ ৰভা তললৈ চাই আছিল।) তোমাৰ হাতত যে এতিয়া কিবা এটা দি গৈছিল, ল'ৰাজন তোমালোকৰ কি হয়?" বাইদেউৰ কথা শুনি অবাকৰ পৰা আৰু অবাক হৈ গৈ আছো। মই ভাবো, বাইদেউৱে তেন্তে আমাক এতিয়াও চিনি পোৱা নাইনেকি? মোৰ ভাব বুজিলে হয়তো, বাইদেউৱে অকণমান হাঁহি কলে—'তাৰ মানে মইতো বহুত আত্মীয়ক চিনি নাপাওঁ। বগা বহল পাইজামা পিন্ধা, ওখকৈ ল'ৰাজন যে,

সুদা ভৰিৰে কাম কৰি ফুৰিছে। মই তেওঁৰ কথা সুধিছো। মৰলখন ল'ৰাজনে ভাল সাজিছে। মই চাইছিলো।'

"তুমি দেবুদাৰ কথা কৈছা। তেওঁ আমাৰ ঘৰৰ ল'ৰাৰ দৰেই।" মই কলো। "অ' তাৰ মানে পৰ আপোন হোৱা আপোন লোক। বাহিৰে ভিতৰে অবাধ গতি। তেওঁৰ বাবে সকলো দুৱাৰ সৰ্ব্বক্ষণ খোলা। কিন্তু কিয়? দূৰত থাকিলেও তোমালোকৰ কথা নুশুনাকৈ থকা নাই। মানুহৰ গাত কি দোষ। কবলৈ থাকিলে কবই।" বাইদেউৱে অৱজ্ঞা আৰু ঘৃণা ভাবে কোৱা কথাৰ উত্তৰত মই কলো— 'তুমি দেবুদাক চিনি পোৱা নাই বাবেই তেনেকৈ কৈছা। তেওঁ মাৰ বৰ পুত্ৰ যেন।"

"পুত্ৰ যেন? পুত্ৰতো নহয়। কি কৰে?" কথাৰ সুৰ বদলাই সুধিলে।

"একো নকৰে।" মই সৰুকৈ উত্তৰ দিলো। "তাৰ মানে চাকৰি বাকৰি কৰাৰ অৰ্হতা নাই?"

'নাই নহয়—নকৰেহে চাকৰি। তেওঁ চাকৰি নকৰে বাবে মাকে ভাল মুখেৰে নামাতেই। ডিগ্ৰী এম এ। ইংৰাজীত অনাৰ্চ। প্ৰথম বিভাগৰ "

দেৱজিত আহি দুৱাৰ মুখত থিয় হৈ মোক কিবা এটা কবলৈ লৈ, বাইদেউক দেখি, থত্‌মত্‌ খাই বৈ গল। তাৰ পাচত আতৰি গল। দেৱজিতক দেখি বাইদেউও বহাৰ পৰা নিজৰ অজ্ঞাতে উঠি, দেৱজিতৰ মুখলৈ কি যেন আশাৰে চাইছিল। তেওঁ হয়তো আশা কৰিছিলে- দেৱজিতৰ পৰা এষাৰ ভাললগা মাত পাবলৈ।

দেৱজিত আতৰি যোৱাৰ পাচত বাইদেউৱে কলে—"কিবা কব খুজি যে নোকোৱাকৈ গুচি গল?" মই বাহিৰ ফালে চাই থাকি বাইদেউৰ কথাৰ উত্তৰ দি কলো—"যি কথা কব খুজিছিল, সেই কথা হয়তো কবলৈ বেয়া পালে।" প্লেটত চাহ পৰা দেখি বাইদেউৱে কলে— "আনক চাহ দিওঁতে এইদৰে প্লেটত চাহ পৰিলে হাঁহিব।" মই আগ-

বঢাই দিয়া চাহকাপ আতৰাই থৈ বাইদেউৱে কলে—'চাহ খাবৰ মন যোৱা নাই।'

সন্ধ্যা সময়ত বাইদেউৱে মোক তেওঁৰ ধুনীয়া দামী স্কার্ট ব্লাউজ এজোৰ উলিয়াই দি কলে—'আচৰিত। তোমালোকৰ ইমান সকতে মেখেলা চাদৰ পিন্ধিবলৈ লাজ লগা নাইনে? কি দৰকাৰ আছিল ইমান সকতে ফ্ৰক এৰিবলৈ। ইফালে ভাল কাপোৰ এসাজো নাই। সোণৰ গহনা এটা নাই। গাহৰি গৰাল যেন ঘৰ এটাত গাহৰিৰ দৰে এগাল খাই সোমাই থাকিলেই হৈ গল।'

কি এটা নিবলৈ দেৱজিত কোঠালৈ সোমাই আহিছিল। মোৰ হাতত স্কার্ট ব্লাউজ যোৰ দেখি দেবজিতে মোক সুধিলে "কি সেইযা?" ছন্দবাইদেউৱে দেৱজিতৰ অলপ ওচৰ চাপি গৈ কলে—"মই জানো মিছা কৈছো? আপুনিতো আজিৰ মানুহ। এই ভুতবোৰক খোজত খোজ মিলাই আগবাঢিবলৈ শিকাবচোন। স্কার্ট ব্লাউজ যোৰ পিন্ধিবলৈ দিছো। মই যেন তাইক মৰিবলৈহে কৈছো, এনেখন কৰিছে।"

"তাইৰ সেই কোছা চুলিত স্কার্ট ব্লাউজ এযোৰ পিন্ধাই দিলে প্ৰদৰ্শনিৰ 'চিজ' হোৱাদি হব। বিয়া খাবলৈ আহি মানুহে ভেবা লাগি তাইকহে চাব।" দেৱজিতে কলে।

"কিয? কিয" বাইদেউৱে সুধিলে।

"আঠুলৈকে পৰা এই চুলি, খেজুৰ গছৰ যেন এইটো দেহা। তাতে সদায় মেখেলাচাদৰ পিন্ধা ছোৱালীজনীযে হঠাতে ভমক্কৈ ফ্ৰক্ এটা পিন্ধিলে মানুহে নিজৰ গা নিজে চিকুটি চাব লাগিব বা তাই থিযেটাৰ কৰিবলৈ ওলোৱা বুলি ভাবিব।

দৰা আহি পাওঁতে হোৱা খদম দমত সকলো দৰা চাবলৈ গ'ল। মই মনে মনে পেহীৰ ওচৰত বহি আছিলো। পেহীয়ে মোক বুকুত সাৱটি ধৰি কলে – "দেহা তোলৈ মোৰ বৰ ভয় লাগে। দেৱজিতৰ হাক বচন মানি চলিবি। দেৱজিতৰ বাদে কোনো আত্মীয় পুৰুষকো বিশ্বাস নকৰিবি। আত্মীয়বোৰ বেচি ভয়ঙ্কৰ। তোৰ ৰূপৰ প্ৰতি সদায় তই সজাগ থাকিবি। এইৰূপ যেন কাল নহয়। সৌভাগ্য হয় যাতে।

গালি শপনি দি আছিলো। কিয় যে দিছিলো।' পেহীৰ মাত অস্ফুট ক্রন্দনত অস্পষ্ট হৈ শেষত হেৰাই গৈছিল। ওলাই আহিব খোজা কান্দোনখিনি লুকুৱাই ৰাখিবলৈ চেষ্টা কৰি মই মোৰ ডিঙিটো লাহে লাহে তললৈ মোহাৰিছিলো (বুকুৰ কান্দোনখিনি আকৌ বুকুলৈ ঘূৰাবলৈ) মই অনুভব কৰিলো পেহীৰ সমান আন্তৰিকতাৰে মোলৈ কোনেও নাচায়। "পেহী" বুলি মই পেহীৰ বুকুত মূৰ গুজি উচুপি উঠিলো। কোঠালৈ কোনোবা সোমোৱা উমান পোৱাত মই পেহীৰ বুকুৰ পৰা আতৰি গধুৰ মনেৰে পদূলি পালোগৈ। 'দৰা বৰ ধুনীয়া' এই কথাষাৰ চাৰিওফালে গুণ-গুণকৈ গুঞ্জনধ্বনি উঠিছিল। কলতলত থিয় হৈ থকা পঙ্কজক দেখি মোৰ চকুত ভাহিছিল, কেতিযাবা 'কেলে-শুৱাৰত' দেখা মনোহৰ কৃষ্ণৰ ছবি এখন। পঙ্কজৰ সৰু সৰু ওঁঠ দুটি হাঁহো হাঁহো কৰা। বহল চকুযোৰ পত্নম পাহিৰ গঢ়েৰে অঁকা। আৰু নাকটি যিমান ওখ হ'লে, যিমান দীঘল হলে নিখুঁত হয় ঠিক সিমান ওখ, সিমান দীঘল। মূৰ ভৰ্ত্তি ক'লা চুলি। বিশ্বখনিকৰে যেন তেওঁক কল্পনা সুন্দৰকৈ সাজি গঢ়ি নিজৰ কল্পনাৰ আৰু কাৰিকৰি বিদ্যাৰ অৰ্থাৎ তেওঁৰ শিল্প কৌশলৰ পৰীক্ষা চাইছিল। জোখ-মাপ্ কৰি বুকু, ককাল, পিঠি, কান্ধ সকলো নিখুঁত কৰি, কিমান ওখ কিমান শকত হলে অবৰ্ণনীয় সুন্দৰ হব তালৈ মন কৰি তেওঁক গঢ়িছিল।

পেহাক দেখি, সেই সময়ত মোৰ ভাব হৈছিল ইমান ধুনীয়া ল'ৰাজনৰ স্ত্রী সুন্দৰী নোহোৱাটো কম দুখৰ কথা নহয়। মাকৰ দৰে যদি (পেহীৰ দৰে) সন্তান বোৰো দেখি ভাল নলগা হয়, তেন্তে এই সুন্দৰ মানুহজনৰ ঘৰ সম্পূৰ্ণ আন্ধাৰ হৈ যাব। স্বামীৰ ঘৰ সজাই ৰাখে স্ত্ৰীৰ সৌন্দৰ্য্যযে (?) স্বামীৰ মন পূৰ্ণ কৰি ৰাখিবলৈ লাগে স্ত্ৰীৰ সূক্ষ্ম অনুভূতি পূৰ্ণ এখন কোমল বুকু আৰু সতীত্ব। এইফালৰ পৰা চাবলৈ গলে পেহা ঠগ্ খোৱা নাই। ভাল ছোৱালী বুলি পেহীৰ ভাল নাম আছে।

দৰাসাজৰ পঙ্কজৰ কাষত কন্যাসাজে এইবাৰ নিজকে থিয় কৰাই চালো। (কল্পনাৰে) এই যুগল মূৰ্ত্তি দেখি মন মোৰ ভৰি পৰিছিল।

কিন্তু ক্ষন্তেকলৈ। দৰা চাবলৈ যিমান উৎসাহ আৰু আনন্দৰে গৈছিলো সিমান নিৰানন্দ মনে ঘূৰিব খুজি দেখো মোৰ সমুখত দেৱজিত। দেৱজিতে মোৰ তন্ময় দৃষ্টি ( পঙ্কজক চোৱা ) তন্ময় হৈ চাই আছিল। তেওঁৰ ওচৰত আছিল ছন্দবাইদেউ। তেওঁৰ চকু আছিল দেৱজিতৰ মুখত। দেৱজিতৰ চকুৱে চকুৱে পৰাত মোৰ গা মন সিৰ্‌সিৰাই উঠিল। এজন পুৰুষৰ সৌন্দৰ্য্যত ভোল গৈ এই দৰে চাই থকা ধৰা পৰাত লাজত মৰি যাম যেন লাগিছিল।

মোৰ নামত দুহাত জপিযাই তাণ্ডৱ নৃত্য কৰি কথা কোৱা পেহীজনী ওলাই যোৱাৰ পাচত কেনে যে লাগিছিল। পেহীক থবলৈ যাব খুজিছিলো, মোক ওলোৱা দেখি দেৱজিতে 'খবৰ্‌দাৰ' বুলি বাধা দিযাত বৈ গলো। দেৱজিতৰ এই গহীন কণ্ঠস্বৰলৈ মোৰ ভয় হয। ধমকৰ সুৰত কথা নকলেও তেওঁৰ কথাৰ সুৰ যেতিযা গধুৰ হয় মোৰ তেতিযা মুখৰ মাত হেৰায।

কান্দি কান্দি ভাগৰি পৰি, নিৰ্মে বিছনাত পৰি থাকোঁতে হঠাৎ মই আবিষ্কাৰ কৰিলো পেহী যোৱা দুখটো উপলক্ষ্যহে। আচল দুখ আন ক'ৰবাত। পেহাৰ অদৃষ্টৰ কথা ( সৌন্দৰ্য্যহীনা নাৰীৰ স্বামী হোৱা ) মনলৈ আহিল। লগে লগে মোৰ অবচেতন মন আতঙ্কত কঁপি উঠিল। পেহাৰ অদৃষ্টয়ে যেন ইঙ্গিতেৰে মোক কৈ গল—বিধাতাক সকলোৱে কণা বিধাতা বুলি গালি পাৰে, করুণাময় বুলি ভক্তিত গদগদ্ হৈ কোনেও কাহানিও কব পৰা নাই, 'তুমি মোৰ কপালত মাথোন পোহৰকে লিখিলা, মই যি বিচাৰিলো, সকলো দিলা' বুলি। বিধাতা নিৰ্ম্মম। তেওঁ মানুহৰ কল্পনা সুখক সদায ইতিকিং কৰি হাঁহি আহিছে। মানুহে যি বিচাৰে তেওঁ কেতিযাবা তাৰ বিপৰীতটো দি ৰং চায।

মোৰ কপালত যদি মই ভবাৰ সম্পূৰ্ণ বিপৰীত এজনাক স্বামীৰূপে ৰাখিছে বুলি আতঙ্কত মই প্ৰবল প্ৰতাপী এক অদৃশ্য শক্তিৰ ওচৰত সেও হৈ পৰিছিলো।

দাঁত ওঁঠ দেখি ঘিণলগা, মূৰত টেপ্‌টেপীয়াকৈ তেল সনা,

ক'লা লেঙ্‌লেঙীয়া পুৰুষ এজন যদি মোৰ কপালৰ স্বামীৰ ঘৰত সাজু কৰি ৰাখিছে ।। তেনেজনৰ প্ৰতি সহবাস কৰাৰ কথা ভাবিলেই নিজৰো দেহটোলৈ ঘিণ লাগি আহে । মই মনে মনে সিদ্ধান্ত কৰো দৰা নেদেখাকৈ মই বিয়াত মত নিদিওঁৱেই । অদৃষ্টৰ কথা হলেও মুযুঁজাকৈ মৃত্যু বৰণ নকৰো । পেহাই ছোৱালী নিজে চাবলৈ নহা বাবেইতো এই ৰাম ঠগ্‌ খালে ।

মোৰ চকুত ভাঁহি উঠিল, দেৱজিতৰ উন্নত দীৰ্ঘ নাসিকা । বিষণ্ণ বিষণ্ণ ভাবৰ সু-গঢিত চকু । ঘোৰ খোৱা চকুৰ ক'লা নোম । বৈ পৰা কলা ভ্ৰু । আৰু তেওঁৰ চকুৰ গভীৰতা । এই গভীৰতা অতল স্পৰ্শ । গভীৰ শাসনভৰা কোমল দুচকুৰ অন্তৰালত লুকাই থকা মৰমৰ মূল্য অমূল্য । এই দুটা চকুত ভৰি আছে সঞ্জীৱনী শক্তি । এই দুটা চকু আৰু তেওঁৰ সৰু সৰু সুগঢিত ওঁঠ দুটিযে তেওঁৰ প্ৰতি আসক্তি জন্মাব খোজে । ধুনীয়া ওঁঠ দুটি যেন সদায় সুন্দৰ সুন্দৰ শব্দহে প্ৰকাশ কৰি আহিছে । সৰ্ব্বক্ষণ সজাগ আনৰ শুনি ভাল লগা কথা, আৰু ভাল পোৱা কথা কবলৈ । কটু কথা কবলৈ বা অশ্ৰাব্য কথা কবলৈ যেন এই দুটা ওঁঠৰ সৃষ্টি হোৱা নাই ।

মোৰ চকুত ভাঁহে দেৱজিতৰ কামিজৰ ডিঙিৰ ওচৰৰ বুদামটো খোলা আছে। সদায় এই বুদামটো খোলা থাকে । মোৰ চকুত্‌ পৰে বগা বনিযন আৰু বনিযনে লুকুৱাই ৰাখিব নোৱাৰা নোমখিনি । এই ছবিযে মোৰ হৃদযত এনে ভাবৰ সৃষ্টি কৰিলে যেন দেৱজিতৰ সমান কোমল হৃদযৰ পুৰুষ দ্বিতীযজন নাই । বুকুত নোম থকা মানুহ বোলে মৰমিযাল হয । এই মৰকত যি নাৰীযে লাভ কৰিব তেওঁ হব সৌভাগ্যৱতী । মই দেৱজিতৰ হৃদযত থকা মৰকতৰ ৰশ্মি দেখা পাইছিলো । তন্ময হৈ মই শিল্প থকা শিল্পী শিল্পী লগা দেৱজিতৰ দেহটিলৈ চাই আছিলো ।

ফাগুন মাহৰ সেই নিশা শেষ প্ৰহৰত মই মোৰ মনত দেৱজিতৰ প্ৰতি লুকাই থকা দুৰ্ব্বল দিশটো আবিষ্কাৰ কৰিলো । মোৰ মনে প্ৰাণে একান্ত আপোনজনৰূপে দেৱজিতক পাবলৈ বৈ আছে ।

মনত পৰাৰ পৰা সদায় দেখি থকা দেৱজিতক চাবলৈ মোৰ মন প্ৰাণ চক্ষু পিপাসিত হৈ পৰিল। দেৱজিতৰ দৃঢ় গাৰ গঠন। সু-দৃঢ় চৰিত্ৰ। ঠুনুকা অন্তৰ। কণ্ঠস্বৰ আদি সকলো মোৰ প্ৰিয়। এইজন পুৰুষক মই ভয় কৰো।

*   *   *

পেহীৰ বিয়াৰ পাচৰ পৰা ক্ৰমাগত দেউতা পৰি আহিবলৈ ধৰিলে। আজি বোলে ইটো কালি বোলে সিটো সুগুচাই হল। ফলত দেউতাৰ কেঞা গোলাৰ কামটো গল।

ইয়াৰ দুমাহ মানৰ পাচত ডম্বৰু নামৰ দেউতাৰ পৰিচিত মানুহ এজনে মহাবীৰক আমাৰ ঘৰলৈ আনি দেউতা আৰু মোৰ লগত পৰিচয় কৰি দিলে। দেউতাক কলে—'এখেত বৰ মৰমিয়াল লোক। আপোনাৰ কথা কোৱাত কিবা এটা কৰি দিম বুলি কৈছে। এক কথাৰ মানুহ। কলে যেতিয়া কৰিবই।'

এয়ে সূত্ৰ। ইয়াৰ পাচত মহাবীৰ আমাৰ ঘৰলৈ প্ৰায়েই অহা হল। দেউতাক মাতি যায়—মোক অমুকত অমুক সময়ত লগ কৰিব বুলি। দেউতা সেই সময়ত সেই ডোখৰত অপেক্ষা কৰি থাকে গৈ আৰু তেওঁ আহি আমাৰ ঘৰ ওলাইহি। মা কোনো মানুহৰ আগত নোলায়। প্ৰতিভাক এনেবোৰ মানুহৰ ওচৰলৈ ঠেলি দিব নোৱাৰি। তাই যি জনীহে। (সৰল) একা বেকা পথবোৰত তাই পথ হেৰুৱাৰ ভয় আছে। সেয়ে মহাবীৰ আহিলে ময়েই ওলাওঁ।

মহাবীৰে আহি কয়হি 'এৰাহে মই বিশেষ কামত ব্যস্ত থকা বাবে যাব নোৱাৰিলো। ছেঃ দেউতাৰে মিছাই কষ্ট পালে।' দেউতাৰ কামৰ কি হল সুধিলে কি এটা সুৰৰে কয় 'দেউতাৰৰ তো কাম হৈ গৈছে।' তাৰ পাচত সুৰ বদলাই কয় –'হব। হব। নধৰকৰাবা-চোন। মানে—মানে–চাওঁ এইফালে আহাচোন। 'কলৈ—?'

'এই ডোখৰলৈ।' মই মনে মনে থাকো। মোৰ মৌনতাৰ সুবিধা লৈ আকৌ কয়—

'শুনা। সুন্দৰ বুলি বৰ বেচি ফুটনি কৰিছা।' মই দাঁত ডুপাৰি জোৰেৰে চেপি ধৰিলো। মহাবীৰে আকৌ কলে—'মোৰ হৈ যোৱাহলে তোমাক পকাঘৰ সাজি থাকিবলৈ "কাৰ্পেট" পাৰি দিলোহেঁতেন মজিয়াত। ফুৰিবৰ বাবে মটৰ কিনি দিলোহেঁতেন। কথা এটা কওঁ-আহাচোন ওচৰলৈ।'

'তাৰ পৰাই কওঁক।'

'সকলো কথা কি চিঞৰি কব পাৰি—?'

'তেনে কথা নালাগে কব।' মই কলো। এনে কিছুমান কথাৰে মহাবীৰে মোক বুজাবলৈ চেষ্টা কৰে দেউতাক কাম দিলে মোৰ বাবেহে দিব বুলি। দেউতাক কাম দিয়া দিন মাহ বাৰ বোৰ ঠেলি নি থাকে। আনহাতে তাৰ কু-অভিপ্ৰায়ৰ ইঙ্গিত দি কথাকোৱাৰ মাত্ৰা বাঢ়ি গৈ থাকে। এদিন ডম্বৰু দাসে ফিচ্ ফিচকৈ মোক কলে 'তেওঁ তোমাক জীৱন ভৰ চাব। সুখত থাকিব পাৰিবা। ইযাতকৈ ডাঙৰ ভাগ্য আৰু কি আশা কৰিবা। তোমাৰ বাবে সি ডুই হাতে খৰছ কৰিবলৈ প্ৰস্তুত।'

এদিন মহাবীৰে মোক প্ৰশ্ন কৰিলে—'তোমাৰ দেউতাৰে পেঞ্চনৰ টকা কেইটা পায়।'

'আশী।'

'খাওঁতা পিন্ধোতাৰ সংখ্যা?'

'বাৰ।'

'চাউলৰ মোনে কিমান-?' মই মনে মনে থাকিলো। হাঁহি এটা মাৰি আকৌ সুধিলে "ডাইলৰ কিলো কিমান জানানে—?" এই বাৰো মই মনে মনে থাকিলো। খঙত মোৰ উশাহ ঘন হৈছিল। কি কম কি কৰিম মই একো নাপাওঁতেই তেওঁ আকৌ গহীনাই সুধিলে 'আলু—?' মই নিৰুত্তৰ। সি ঘন ঘনকৈ জোৰ জোৰ ভৰি নচুৱাই থাকিল। 'নোখোৱানে কি ' মোৰ মুখলৈ চাই থাকি আনন্দ উপভোগ কৰাৰ

ভাব লৈ সুধিলে—'উত্তৰ নিদিয়া যে? এইবোৰ ভক্ষণ নকৰি, বায়ু খাই জীযাই আছা, মোৰ হিচাবত। মানে—সাজে যদি এসেৰকৈ ধৰিছে আধাপেটিকৈ খোৱা এমোন চাউলে চৌবিশ সাজ হব। এমোন চাউলত কৈ বেচি কিনিলে আন বস্তু—অন্ততঃ নিমখ তেলকণ কিহেৰে কিনিবা। তুমি মুখ দেখুৱাই কিনিবলৈ গলে ভয় অৱশ্যে নাই। খাবা কিমান? পিন্ধিবা কিমান? বাৰু এই কথা বাদ দিয়া আচল অঙ্কটো শুনা—বাকী বিশ সাজ কি কৰা—? খাদ্য সমস্যাৰ বাবে আমাক সপ্তাহত এসাজ লঘোন দিবলৈ কৈছে। মাহেকত চাৰি সাজ ইযাৰ পৰা বাদ দিলে বাকী ষোল্ল সাজ?' মহাবীৰে কথা কেইষাৰ কৈ মোৰ মুখলৈ চাই হাঁহিলে। মই কলো—'আমাৰ দৰে আৰু বহুতে আজি মাহেকত ষোল্ল সাজ বিশ সাজ লঘোন দিছে। খোৱা কেই সাজো আধাপেটি হয়। এই লঘোন দিয়া মানুহবোৰৰ শৰীৰবোৰ দুৰ্ব্বল হব পাৰে। মনৰ বল কিন্তু ঠিক থাকে। মনৰ বলতে তেওঁ-লোকে লঘোন দি আত্মগৌৰব কৰি পোন হৈ থিয় হব পাৰে।'

খাদ্য সামগ্ৰীৰ ইমান দাম নোহোৱা হলে দেশত দুৰ্ভিক্ষ নোহোৱা হলে আপুনিও আজি ইযাত বহি যোগ-বিযোগ অঙ্ক কৰিবলৈ সুবিধা নাপালেহেঁতেন।'

অধিক খোৱা বা সদায় পুষ্টিকৰ আহাৰ খাই থকা সকলে অৱশ্যে সপ্তাহত এসাজ লঘোন দিলে নিজৰ শৰীৰৰ বাবেই ভাল। চৰ্বি ধৰা মানুহৰ বাবে বোলে ঘি আলু আদি কিছুমান বস্তু বেযা।—

মোৰ কথা শেষ হোৱাৰ আগতেই মহাবীৰে হাঁহি হাঁহি কলে 'অ' সেযেহে। মানে পুষ্টিকৰ আহাৰ নোখোৱা বাবে, খাবলৈ নোপোৱা বাবে তুমি ইমান ক্ষীণ। ক্ষীণ বুলি কলে বেমাৰী বা খাবলৈ নোপোৱা যেন লাগে। আকৰ্ষণীয় বুজাবলৈ হলে কব লাগিব, পাতল।'

মহাবীৰ এইবাৰ বহাৰ পৰা থিয় হল। হাঁহি এটা মাৰি কলে—'কাৰ্য্যত কিন্তু, অলপ শকত আবত বোৰেহে আমোদ আনন্দ দিব পাৰে। মই ধৰিলেই তুমি পিঠা হৈ যাবা।'

ইফালে সিফালে চাই মহাবীৰ আগবাঢ়ি আহিল। মোৰ ওচৰত থকা মেজখনত বহি মোৰ মুখলৈ চাই থাকিল। মই কলো-'শাক-পাত, ঢেকীয়া কচু আমলখী আমৰা আদি যি বিলাকত আপোনালোক অখাদ্য মিহলাই বিহ কৰিব পৰা নাই সেইবোৰ খোৱা তেজ আছে শৰীৰত। ইমান সহজে কোনেও মোক--

মোৰ কথা শেষ হবলৈ নাপালে। মহাবীৰে কলে 'এৰা তোমাৰ তেজৰ নমুনা গাল দুখন' বুলি মোৰ মেজত থকা হাত খন তেওঁ তুলি ললে। ঠিক সেই মুহূৰ্ত্ততে এখন নাটকৰ দৃশ্যপটৰ দৰে দেৱজিত আহি মহাবীৰৰ সমুখত থিয় হলহি। মোৰ ওপৰত অগ্নি দৃষ্টি নিক্ষেপ কৰি এক মুহূৰ্ত্ত থিয় দি ৰল। তেওঁৰ ঘনঘন নিশ্বাসৰ তপত বায়ু আহি মোৰ কপাল স্পৰ্শ কৰিছিল। তাৰ পাচতেই ঘটিল ঘটনাটো। 'আতৰ হ' বুলি দেৱজিতে মোক জোৰেৰে ঠেলা মাৰি দিলে। দেৱজিতৰ গট্টাত মই কোঠাটোৰ এচুকত পৰি গৈছিলো। চকী এখনৰ চুক এটা কপালত লাগি কপাল ফাটি তেজ বৈ গৈছিল। গাল আৰু ডিঙিত উমি উমি গৰম স্পৰ্শ অনুভব কৰি কপালত হাত দি - সেই হাত চকুৰ আগত দাঙি ধৰিলো। অদ্ভুত কথা, মোৰ দেখোন তেজ দেখি ভাল হে লাগিল, এই আঘাত আৰু এই তেজেই মোৰ ৰক্ষা কৰ্ত্তা। দেৱজিতলৈ মোৰ ইমানেই ভয় লাগিছিল যে মই উঠি যামেই নে পৰিয়েই থাকিম ঠিক কৰিব পৰা নাছিলো, ভাবৰ খেলি-মেলি হল।

দাঁতে দাঁতে ঘষণ কৰি দেৱজিতে মহাবীৰক কলে -"সঁচ নোহোৱাকৈ অসমীয়া ডেকাবোৰ মৰি শেষ হোৱা নাই। তইঁতক উচিত শিক্ষা দিবলৈ অসমীয়াৰ সঁচ এতিয়াও আছে।" কৈয়েই দেৱজিতে মহাবীৰক গটিয়াই গটিয়াই বাহিৰ কৰি দিলে। মহাবীৰক গটিয়াই নিয়া দৃশ্যটোত মোৰ তেনে পৰিবেশ পৰিস্থিতিতো হাঁহি উঠিছিল। এনে অৱস্থাত হহাঁ বৰ অশোভনীয়। কেনেবাকৈ দেৱজিতে মোৰ হাঁহি দেখে বুলি প্ৰাণপনে হাঁহি দমাবলৈ চেষ্টা কৰি দুখ লগা কথা কেইটামান মনত পেলালো। তৎক্ষণাত মোৰ হাঁহি বন্ধ হল।

দেৱজিতে মহাবীৰৰ মটৰখন নেদেখা হোৱালৈকে দুৱাৰ মুখত থিয়

হৈ সেই কালে চাই থাকিল। তাৰ পাচতহে ঘূৰি মোৰ কালে চালে। দেৱজিতক ঘূৰা দেখিযেই (চুৰকৈ মই দেৱজিতক লক্ষ্য কৰি আছিলো) মই চকুমুদি উশাহ বন্ধ কৰি মূৰ্চ্ছা গলো। অৰ্থাৎ জ্ঞান হেৰুৱাই অচেতন হৈ পৰি থাকিলো। এইদৰে পৰি থাকিযেই উমান ললো দেৱজিতে কি কৰে, কি কয। দেৱজিতলৈ ভযো লাগিছিল লাজো লাগিছিল।

দেবজিত অহাৰ পাচত বাহিৰত গোলমাল শুনি মা প্ৰতিভাইঁতো আহি সেই ঠাইত থুপ পাতিছিলহি। মাইঁতে ইমান সমযে দেবজিতৰ কাৰ্য্যহে লক্ষ্য কৰি আছিল। দেৱজিত মোৰ ওচৰত বহি পৰাৰ পাচতহে মা প্ৰতিভাইঁতে 'কি হল ?' বুলি মোক বেটি ধৰিলেহি। ইমান পৰে বৈ থকা তেজে মোৰ গাল তিযাই বৈ গৈ মাটিত ডোঙা বান্ধিছিল। দেৱজিতে লাহেকৈ মোৰ মূৰটো নিজৰ কোলালৈ দাঙি লৈ প্ৰতিভাক কলে— চাই থাক। চাই থাকিলেই হব।' "পানী আনিম দেবুদা ?" বুলি সুধি প্ৰতিভা পানা আনিবলৈ লৰি গল। দেৱজিতে মোৰ কপালৰ ক্ষতস্থানৰ ওপৰত হাত থৈ দেৱজিতে অত্যন্ত কোমল মাতেৰে মাতিলে "ভামনি -?" দেৱজিতৰ এই মাতত সৰ্ সৰ্ কৈ মোৰ চকুৰ পানী ওলাই আহিল। মই আৰু মূছ্কছ্ যোৱা অভিনয কৰি থাকিব নোৱাৰিলো। চেপি ৰখা উশাহখিনি উলিযাই দিবলৈ বাধ্য হলো। তাৰ পাচত চকুখুলি অবাক চাৱনিৰে ইফালে সিফালে চালো। (ইযো অভিনযৰ একাংশ) মই কঁপা মাতেৰে কলো —"মই নিৰুপায হৈ নিজক হত্যা কৰি " মই মোৰ কথা শেষ কৰিব নোৱাৰিলো। বুকুৰ ক্ৰন্দনে মাত মোৰ ৰুদ্ধ কৰি দিলে। দেৱজিতে কি এটা সুৰৰে কলে "মই সকলো বুজিছো ভামনি। তোমাৰ মন, তোমাৰ চৰিত্ৰ শুক্ল-শুদ্ধ। অসহায আৰু নিৰুপায অৱস্থাত পৰি মানুহে কেতিযাবা ইচ্ছাৰ সম্পূৰ্ণ বিৰুদ্ধেও এনে কিছুমান কাম কৰিব লগীয়া হয। যি কাম কৰি অন্তৰ দগ্ধত নিজেই দহি মৰে। মই ভুল বুজা নাই।' প্ৰবোধ দি দেৱজিতে কলে—'তই বিছনালৈ যা মই তোক হাস্পাতালৈ নিযাৰ ব্যৱস্থা কৰো'।

কোনোদিনেই দেৱজিতে মোলৈ ইমানখিনি অনুকম্পাৰে মোলৈ চোৱা নাছিল। এনে অনুভূতিৰে মোলৈ চাবই বা কোনে? সৰ্ সৰ্ কৈ চকু পানী বাগৰি থাকিল। দুখত নহয়। শোকত নহয়। আনক ভাষাৰে বুজাব নোৱাৰা নিজেও ঠিক বুজিব নোৱাৰা কি এক মধুৰ তৃপ্তিত।

ইমান সোনকালে মই উশাহ লৈ ভাল হবলগীয়া হোৱাত ভাল নালাগিল। মই চকুখোলা দেখি দেৱজিতে মোক বহুৱাই দিলে। মই আশা কৰিছিলো আৰু কিছু সময় পৰি থাকো। দেৱজিতে মোক আদৰ আৰু উৎকণ্ঠাৰে লৈ থাকক ভয় খাওঁক আৰু বেজাৰ পাওঁক।

বুলবা! তুমিও নিশ্চয় মোৰ গাতেই দোষ দিছা। মই কিয় এনে ঘোৰ মানুহৰ আগত ওলাওঁ বুলি। চল নিদিলেতো চল নাপায়। এই কথা তুমি নিশ্চয় ভাবিছা। কিন্তু মই যে বুজিছিলো কিয় সি মাজে সময়ে দহ-বিশ টকা দিয়ে। কিয় সি কাম এটা দিম বুলি প্ৰতিশ্ৰুতি দিছে।

সি যদি নহা হয়।

দেউতাক যদি কামটো নিদিয়ে। এই কথা মই ভাবিছিলো। অংশুমৰ কথাও ভাবিছিলো। পঢ়াত সি বৰ ভাল আছিল। ফিজ, কিতাপ বহী আদিৰ অভাবত বহুত দিন সি স্কুললৈ যোৱা নাই। পঢ়্ৱাৰ সমৰ্থ হলে,'সিয়েই এদিন আমাৰ ঘৰখন দাঙি ধৰিব। অন্ধকাৰে আৱৰা ঘৰখনৰ সিয়েই যদি অন্ধকাৰ দূৰ নকৰে, অন্ধকাৰতেই এদিন এই ঘৰৰ নাম নুমাব। অদৃষ্ট শক্তিয়ে এডাল অদৃশ্য দোল লগাই থোৱা যেন এই মানুহটোৰ ওচৰলৈ চোচোৰাই টানি আনে। আমাৰ ঘৰখনত মোৰ ঠাইত তুমি থিয় হৈ ভাবি চোৱাচোন তেনে আৰ্থিক পৰিস্থিতিত তুমি বাৰু কি কৰিলাহেঁতেন?

*    *    *

পাচদিনা পুৱা খিড়িকীৰে ৰ'দ আহি মোৰ গাত পৰালৈকে মই

অলস ভাবে বিছনাত পৰি আছো। দেউতাযে আগনিশাৰ কেলেঙ্কাৰীৰ বিষযে একোৱেই কব নোৱাৰে। নিশা এডোখৰতহে দেউতা ঘৰ সোমাইছিলহি। হাতত লৈ অহা টোপোলাটো প্ৰতিভাৰ কাষে আগবঢ়াই দি সুধিছিল—"নিমাযে মুঠিল ?" প্ৰতিভাই কলে—'গা-ভাল লগা নাই বোলে। মূৰ কামুৰিছে জগাবলৈ মানা কৰিছে। (দেউতাই মোৰ গা বেযা বুলি শুনি মোৰ ওচৰলৈ আহিব খোজাত জগাবলৈ মানা কৰিছে বুলি কলে) সজাই পৰাই প্ৰতিভাই মিছা কব পৰাত মই ভাল পাইছিলো। প্ৰতিভাৰ প্ৰতি পেটে পেটে মোৰ ঈৰ্ষা ভাব আছিল মই মিছা মাতি দেউতাৰ আদৰ্শ আৰু ধৰ্ম্মৰ পৰা খহি পৰিলো, প্ৰতিভা খহি পৰা নাই আৰু নপৰেও বুলি।

দেউতাই ভাত পানী ৰান্ধি (তেতিযাৰ দিনত আমাৰ ঘৰত ডাঙৰ ছোৱালীক চৰু চুবলৈ নিদিছিল। ভাই ভনী আটাই কেইটাকে এটা এটাকৈ তুলি নি ভাত খুৱাই প্ৰতিভাক কলে "তুসাজকৈ পেটত লক্ষ্মী পৰা নাই নিমা মাকো জগাই আনগৈ।"

"আপুনি শোৱক গৈ খাই বৈ। মই জগাই আনিম" বুলি কৈ প্ৰতিভা মোৰ ওচৰলৈ আহি কাণে কাণে কলেহি—"দেউতা বিছনাত পৰিলে তুমি উঠি যাবা দেই।"

"এতিযা জেইলৰ কাঁহখনত তুটা কোব পৰিছে। পুৱালৈতো আৰু বেচি সময় নাই। মই শুঠু দেই।" মোৰ কথা শুনি তাই তুখ কৰি কলে—"নহয আভাবা তোমাৰ বহুত তেজ গল। বৰ তুৰ্ব্বল হৈ যাবা।" তাইৰ কথা শুনি—অনিচ্ছাকৃত ভাবে হলেও মই উঠিলো—তাইৰ মনত তুখ দিবৰ মন নগল বাবে।

এবাগৰ মাৰি দেউতাৰ আকৌ উঠিবৰ হলেই। নিচেই পুৱাতে গৈ ঘৰত লগ নকৰিলে বোলে মহাবীৰক লগ কৰা বৰ টান। পুৱাতে যেনি তেনি ওলাই যায। ধন থকা আৰু ধন চপোৱাৰ চিন্তাত থকা মানুহ বেলা এডোখৰলৈকে বিছনাত পৰি নাথাকে, সদায তেওঁলোকে তুযে তুয়ে চাৰি কৰাৰ আশাৰ চেষ্টাত পুৱাতে জাপমাৰি বিছনা এৰে।

মায়ে দেউতাক আগনিশাৰ কেলেঙ্কাৰীৰ বিষয়ে জনাই দেউতাক

ভবিষ্যত নভবা মানুহ বুলি ভালকৈযে দুআষাৰ মান কথা শুনাব বুলি ভয় খাই আছিলো। কিন্তু দেউতা ঘৰত থকা সময়ত মায়ে কোনো শব্দই মুখৰ পৰা বাহিৰ কৰা নাছিল। নিশা উঠি ভাত খোৱাৰ পাচত আৰু বিছনালৈ নাহিলেই। জুহালৰ মুমাই যোৱা জুই কুৰাৰ ওচৰতে বহি থাকিল। অলপ পোহৰ পোহৰ হওঁতেই গা ধুবলৈ নৈলৈ গল।

এটা এটাকৈ সকলো বিছনাৰ পৰা উঠি গল। মই মাথোন গভীৰ টোপনিৰ ভাওধৰি বিছনাত পৰি থাকিলো। কপালৰ ক্ষতস্থানত দেৱজিতে বান্ধি দিয়া বান্ধটো লৈ আনৰ আগত ওলাওঁনো কেনেকৈ। নিভাইঁতৰ কৌতুকী দৃষ্টিৰ উত্তৰেই বা দিম কি ॥ কি যে কেলেঙ্কাৰী। এনে সময়ত দেবজিত আহি মোৰ সমুখত থিয় হলহি। মোৰ মূৰত লৈ থকা কাপোৰখন লাহেকৈ আতৰাই দি লাহেকৈ মাত দিলে।

"স্বপ্ন ?"

মই চকুখুলি তেওঁলৈ চোৱাত সুধিলে—"খুব কষ্ট হৈছে নেকি ?" মই কলো—'নাই। কোনো কষ্ট নাই।'

'তই যে সকলো কষ্ট সহজে সহ্য কৰিব পাৰ জানো। তোৰ বাবে এই জখম একোৱেই নহয।' কৈযেই তেওঁ মোৰ ওচৰত বহিল। তাৰ পাচত কেনেকুৱা এটা শূন্য ভাবেৰে সমুখৰ খিডিকীৰে বাহিৰলৈ চাই থাকিল। হঠাৎ মোৰ মুখত এটা দীঘল নিশ্বাসৰ লগত ফুটি ওলাল এটা কাতৰ শব্দ 'উস্ ভগৱান।" মোৰ মাত শুনি দেৱজিতে মোৰ ফালে চাই সুধিলে - "ভগবানক তই ভাল পাব স্বপ্ন ?"

ৰাতি কেতিযাবা কেতিযাবা হঠাৎ ভয লাগে—মানে ভয় কৰো।

"কিয ভয কৰ ?"

'তেওঁৰ কথা মনত নাথাকে আৰু তেওঁক ভাল নাপাওঁ বাবে।'

'ভগবানক ভাল পাবলৈ শিক স্বপ্ন। তেওঁক বিশ্বাসৰে ভালপাব পাৰিলে পৃথিৱীৰ কোনো দুখেই অন্তৰ স্পৰ্শ কৰিব নোৱাৰে।'

তেওঁৰ কণ্ঠত শ্ৰান্তিৰ সুৰ। তেওঁক অত্যন্ত ক্লান্ত দেখাইছিল। তেওঁৰ এনেকুৱা চেহেৰা আগেযে দেখা মনত নপৰে। অনুশোচনা

অনুতাপত তেওঁ যেন দহিছিল। তেওঁৰ সেই মুখ মই চাব পৰা নাছিলো। চকু মুদি পৰি থাকিয়েই কলো—'দেবুদা কি ভাবিছানো এনেকৈ? কি হল তোমাৰ?' জানি বুজি সুধিলো। 'তোক মই নিজৰ চিতা নিজে সাজিবলৈ এৰি দিছিলো। তই মৰিশালিৰ ফালে আগবাঢ়ি গৈ আছিলি, আৰু মই চকু মুদি বহি আছিলো আপোন খেয়ালি মনত। তইঁতৰ মাক মই খুড়ীদেউ বুলি কওঁ। খুড়ীয়ে মোক —'মোৰ ল'ৰা' বুলি কয়। সেই হিচাবে মই তইঁতৰ বাবে কি কৰিছো!! মোৰ চকু খোল খাইছে স্বপ্ন। মিছা মিছি আৰু চিন্তা কৰি আৰু দুৰ্ব্বল হব নালাগে। যা উঠ। মুখ হাত ধো গৈ।

মই মুখ হাত ধুই অহালৈকে দেৱজিত ক্লান্ত ভাবে বহি থাকিল। মই কোঠালৈ সোমাই আহিলত মোক ওচৰলৈ মাতি কপালৰ পট্টিটো খুলিবলৈ লৈ—অলপ খুলি থৈ দিলে। তাৰ পাচত কলে—'সম্ভৱ তেজৰ কৰাল এৰাই গল টান খাই। আকৌ তেজ ওলাইছে। তই বাধা নিদিবি। মোৰ লগত হাস্পাতাললৈ ওলা।'

'মোৰে শপত দেবুদা। হাস্পাতাল হাস্পাতাল কৰি নাথাকিবা। তেজ বেচি বাবেহে এইদৰে গৈছে। (সৰু কালত দেৱজিতে কোৱা কথা মনত পৰাত কলো।) মই আশা কৰো মোৰ দুৰ্ঘটনা হওঁক। নাকে মুখে মূৰে এইদৰে তেজ এসোপা ওলাওঁক। পেহীয়ে অন্ততঃ দেখি ভাল পাব, মোৰ ৰক্তহীনতা ৰোগো যদি হয়, ভাল হয়।' মই নিজে বান্ধটো খুলিলো তেজৰ ফোটা ধীৰে ধীৰে তললৈ নামিলে। মোলৈ চাই দৃঢ স্বৰৰে দেৱজিতে কলে—'ফাজলামি এৰ। পাগলামি কৰি চেপ্‌টিক ফেপ্‌টিক হৈ মৰিবি।' "মই মৰিব খোজা নাই।" মই কলো 'মই জীয়াই থাকিবলৈ বিচাৰো। ইযাৰ পৰা ইচ্ছা কৰি, পাগলামি কৰি, অভিমান কৰি, খং কৰি, যাব পৰা যায়। কিন্তু তাৰ পৰাতো আৰু ইচ্ছা কৰি ঘূৰি আহিব নোৱাৰি।' মই মৃদু ভাবে হাঁহিছিলো। মোৰ ফালে অলপ চাই থাকি— 'যি ইচ্ছা কৰি থাক বুলি দেৱজিত কোঠাৰ পৰা ওলাই গল। অলপ পাচত আকৌ দেৱজিত কোঠালৈ সোমাই আহিল। গালেদি ৰক্তধাৰা বৈ আহি টপ্‌টপ্‌কৈ

মাটিত সৰি পৰিছিল। এটা ধাৰা ডিঙিয়েদি বাগৰি ব্লাউজৰ তলেদি গৈ বুকু পাইছিল। যি যি ঠাইত তেজৰ স্পৰ্শ পৰিছিল সেই সেই ঠাই গৰম গৰম লাগিছিল। অলপ দূৰৰ পৰা দেৱজিতে মোলৈ চাই থাকিল। মই সৰু আইনাখন হাতত লৈ তেজ চাই হাঁহিছিলো। মোৰ সেই হাঁহিত ওঁঠ কঁপিছিল আৰু চকু সেমেকি আহিছিল। কাঢ়া আদেশ দি দেৱজিতে কলে—'নাহাঁহিবি স্বপ্ন।'

'কিয় ?'

'তোক পাগল পাগল যেন লাগিছে।'

'পাগল হম কি দুখত ? তেজ ওলোৱা বাবে মই কি এক অদ্ভুত তৃপ্তি অনুভৱ কৰিছো তুমি কি বুজিবা।।' মই কলো।

মোৰ কথাৰ শেষত দেৱজিতে কোনো কথা নকলে। নিৰবে তেওঁ মোৰ মূৰৰ ওচৰ চাপি আহিল। আদৰ কৰি মূৰত আৰু পিঠিত হাত বুলাই দি কলে—'সাংঘাটিক ভাবে জখম হৈছে। মোৰ মুখলৈ চা-চোন। ডাক্তৰৰ সহায় লবই লাগিব। তই আৰু তোৰ শপত নিদিবি।'

পৰিষ্কাৰ বগা কাপোৰ লৈ আকৌ তেওঁ মোৰ কপালত পট্টি বান্ধি দিলে। তেওঁৰ নাকৰ তপত নিশ্বাস আহি মোৰ গালত আৰু নাকত পৰিছিল। পৰম পৰিতৃপ্তিত মোৰ দু-চকু মুদ খাই আহিছিল।

* * *

চাকৰি নকৰো বুলি বহি থকা ল'ৰাজনে এই ঘটনাৰ পাচত চাকৰিৰ সন্ধান কৰিলে। "তুমি কিয় চাকৰি বিচাৰিছা বুলি সোধাত তেওঁ কলে—'মই তহঁতৰ মাৰৰ বৰপুত্ৰ স্বৰূপ। দেউতাৰে মহাবীৰৰ গোলাত গোলামি কৰিবলৈ বিচৰা শুনি মোৰ মনলৈ এই কথা অহা উচিত আছিল।

এমুঠি টকাৰে সিহঁতে আহি কাৰোবাৰ সতীত্ব কাঢ়িব। প্ৰেতিনী-ৰূপে মৰিশালিত নচুৰাব, এমুঠি অন্নৰ বাবে মোৰ ভগ্নীয়ে নিজক তিলে

ত্তিলে হত্যা কৰিব আৰু বহি বহি মই চাই থাকিম?' ভাবাবেগ কণ্ঠে তেওঁ কৈ গল—'সি হব্ নোৱাৰে। গজ্জি উঠা এই বিহ্বলৰ আমিয়েই তো সাৰ-জাবৰ দি লহ্পহীয়াকৈ তুলিছো। বেপাৰ বাণিজ্যতহে বোলে লক্ষ্মী। কিন্তু অসমীয়া ডেকাই বেপাৰ বাণিজ্য কৰি বেপাৰী নাম লৈ জীয়াই থকাতকৈ স-সম্মানেৰে ভিত্তিত চিপ্জৰী লৈ মৰাই ভাল বুলি ভাবে—তাৰ পাচত ক্ষন্তেক বৈ কৈছিল এই বেপাৰ-বাণিজ্য কথা লৈযেই তাহানি চন্দ্ৰধৰ আৰু সূৰ্য্যধৰৰ মাজত তৰ্ক বিতৰ্ক হৈ নিজ সহোদৰক বহিষ্কাৰ কৰিছিল। ঘটনাটো ঘটিছিল এই দৰে—চন্দ্ৰধৰে বাণিজ্যৰ অৰ্থবলেৰে নানা মূল্যবান দ্ৰব্য আৰু সুবৰ্ণ ৰজতাদি টকা দি শোণিতাক্ষ বৈদৰ্ভি ৰজাক বশ কৰাত তেওঁবিলাকে তেওঁৰ পূৰ্ব্বৰ পৈতামহিক ৰাজ্য এৰি দিযে আৰু ৰজা চন্দ্ৰধৰ উপাধি দি সকলো বৈশ্যৰ ওপৰত কৰি দিযে। তাতে চন্দ্ৰধৰ প্ৰধান সদাগৰ হৈ সমুদ্ৰৰ মাজত নানা দ্বীপ উপদ্বীপত তেজাৰতি কৰি নানা মণি নানা জোহিৰ আৰু নানা টকা আদি এক পদ্ম টকাৰ অধিপতি হৈ এক পকা নগৰ কৰি মণিপুৰ নাম দিযে। পূৰ্ব্বৰ শাপৰ কাৰণে কোনো ছত্ৰ সিংহাসন আদি ৰাজচিহ্ন নাছিল। কেৱল নামতহে ৰজা চন্দ্ৰধৰ। ৰজা হৈও ৰজা নামে খ্যাত নহৈ চান্দ সদাগৰ আৰু চান্দ বনিযা (বনিযা অৰ্থ বেপাৰী) নামেহে প্ৰখ্যাত হল। চান্দ সদাগৰৰ কিন্তু তাত কোনো খেদ নাই। খেদ হল ভাযেক সূৰ্য্যধৰহে। পদ্মাই চন্দ্ৰধৰে বাণিজ্যলৈ পঠোৱা সকলো নাও বিষহৰি দ্ৰব্য সৈতে নষ্ট কৰাত চান্দ সদাগৰে ভাবিলে, পদ্মাই মোৰ প্ৰতিজ্ঞা ভাঙিবলৈ (তেওঁক পূজা নিদিও বোলা) মোৰ দৌলতাদি নষ্ট কৰিছে। কিন্তু ভাতৃ সূৰ্য্যধৰৰ সৈতে পদ্মাৰ কোনো আখেজ নাই। তাকে ভাবি ভাযেকক কলে—'অৰ্থ নহলে পুৰুষৰ জীৱন মিছা। যথা যস্যাৰ্থঃ তস্য মিত্ৰানি যস্যাৰ্থঃ তস্য বান্ধবঃ। যস্যাৰ্থঃ স পুমাল্লোকে যস্যাৰ্থঃ সচ পণ্ডিতঃ। ব্ৰহ্মহাপি নৰো পূজ্যো যস্যাস্তি বিপুলং ধনং। শশিনঃ তুল্যবংশোঽপি নিৰ্ধনঃ পৰিভূয়তে।"—ইত্যাদি অনেক ইতিহাস দৰ্শাই কোৱাত ভায়েকে কলে—'দাদা তুমি পিতৃ তুল্য জ্যেষ্ঠ। তোমাৰ আজ্ঞা বাধিবলৈ মই

অযোগ্য। তথাপি আমাৰ প্ৰতিজ্ঞা আছে যে যদুবংশৰ পৰা জন্ম পাই ক্ষত্ৰিয় কুমাৰ হৈ জাতি ভ্ৰষ্ট কৰি বৰ্ণসঙ্কৰ হৈ বৈশ্যধৰ্ম্ম ধৰি তেজাৰতি কৰ্ম্ম কৰি প্ৰাণধাৰণতকৈ ভিক্ষাহাৰ বা প্ৰাণ ত্যাগেই শ্ৰেষ্ঠ। (অৰ্থাৎ বেপাৰ কৰি জীযাই থকাতকৈ আত্মহত্যা কৰাই ভাল।) কেতিয়াও বেপাৰ-বাণিজ্যৰ কাম নকৰো।'

ভাযেকৰ প্ৰতি মৰম আছিল বাবে, এনে কথা শুনিও পুনৰ মৰমেৰেই অনেক ইতিহাস দৰ্শাই কলে—'এই যদু বংশতে শ্ৰীকৃষ্ণদেৱ জন্মগ্ৰহণ কৰিও বৈশ্যজাতি নন্দৰ ঘৰত থাকিও গোৱাল হৈ বৈশ্যকৰ্ম্ম কৰিও জাতিভ্ৰষ্ট নহল। কৰ্ণহেন মহাবীৰও মহাদানী বৈশ্যসাৰথীৰ ঘৰত থকাতো ক্ষত্ৰিযৰ মাজত গনা হৈছে। তুমি অৰ্থোপাৰ্জ্জনত কেতিয়াও জাতিভ্ৰষ্ট নোহোৱা। মই অৰ্থোপাৰ্জ্জনতে সকলো মাননীয মৰ্য্যাদা লাভ কৰিছো।

এইদৰে মৰমেৰে বুজনি দিযাতো ভাযেকে বাণিজ্য কৰাত সন্মত নোহোৱাত ককাযেক ক্ৰুদ্ধ হৈ কলে—"তুমি মহামানী হৈ মোৰ বৈশ্যাৰ্জ্জিত অৰ্থ সম্পত্তি উপজীব্য কৰি থকা উচিত নহয। মোৰ অৰ্থ সম্পত্তি ত্যাগ কৰি বেলেগ হৈ থাকা।" তাৰ পাচত মানুহক কৈ পঠায ভাতৃবধূৰ পৰিধানৰ বস্ত্ৰালঙ্কাৰ এৰি সকলো দ্ৰব্যাদি অনাত সূৰ্য্যধৰে মনে মনে ভাবিলে- মোৰ হাতত ধনুবিদ্যা আছে—সন্মুখ যুদ্ধত মৰি মান ৰক্ষা কৰো। তাৰ পাচত ভাবিলে পিতৃ-সম ককাযে মোক কোলাতলৈ এই পৰ্য্যন্ত পালন কৰিছে, কোন সতে তেওঁক প্ৰহাৰ কৰিম? শেষত ভাৰ্য্যা সহ, ভাগ্যপথত ভৰি দি এক বস্ত্ৰে গৃহ ত্যাগ কৰে - বেপাৰ কৰি খোৱাতকৈ ভিক্ষা কৰিয়েই খাম বুলি।

আমাৰ ক্ষেত্ৰতো সেযে হৈছে। সন্মানৰ বাবে আমি কল-কাৰখানাৰ কাম কৰিব নোৱাৰো। 'ঠিকাদাৰ' বুলিলে ভাল নালাগে ঠিকাও কৰিব নোৱাৰো। নাপিত, ধোবা, কমাৰ, কুমাৰ আদিও অসমীযাৰ বাবে নহয। সন্মানত লগা কথা। ক'ৰবাত অত্ তত্ সিচৰিত হৈ যি দুই-এজন দোকানী বেপাৰী আছে ভদ্ৰ সমাজত তেওঁলোক নগণ্য তুচ্ছ।

আমি অসমীয়াবোৰ আছো সকলুৱা ঘটি-বাটি চুৰ কৰিবলৈ (পেটৰ জ্বালাত)—বি-এ-এম-এৰ ডিগ্ৰী ডিগুিত পিদ্ধি (নিবনুৱা সমস্যাহৈ) এমখা আছো নামৰূপ-ডুলিয়াজান আদিলৈ 'ইণ্টাৰভিউ' দিবলৈ অহা-যোৱা কৰিবলে। আৰু এমখা আছো মন্ত্ৰী ইজন সিজনক লগ কৰি-কৰি-ডেকা কালটোৰ এছোৱা কটাবলৈ। আৰু এমখা আছো হা-হুমুনীয়াহ কাঢ়িবলৈ, পৰ-চৰ্চ্চা কৰি পৰৰ (কল্পনাৰ) দোষ দেখুৱাই নিজক সজ চৰিত্ৰবান বুজাবলৈ—অৱশ্যে এইটো কাম তিকতা জাতিৰ মাজত বেচি পোৱা যায়। আৰু এমখা আছো—মদ ভাং কাণি খাই—ধনহীন, গৃহহীন হৈ ব'ম ভোলা সদাশিৱ হবলৈ। বা জুৱা, দন্দ আৰু নাৰীত সময় কটাবলৈ।

অসমৰ পোহৰৰ ভাগটো বিনা প্ৰতিবাদেই এৰি দিছো অনা অসমীয়াক। আমি ত্যাগী জাতিটো এন্ধাৰত উজুটি খাই খাই খেপিযাই খেপিযাই ত্যাগৰ নিচান হাতত লৈ মৰিশালিৰ ফালে আগ-বাঢ়ি গৈ আছো। পৃথিবীৰ আৰু ক'তো এনে ত্যাগীজাতি কোনেও কাহানিও বিচাৰি নাপায়।

অতীজতে আমাৰ সকলো আছিল। আমাক কোনেও বলেৰেও নোৱাৰিছিল চলেৰেও নোৱাৰিছিল। কি নাছিল আমাৰ? শ-শ বছৰ থিয হৈ থকা ৰংপুৰৰ ৰং ঘৰ কাৰেং ঘৰ। (জয়সাগৰৰ পুখুৰী আৰু দ'ল এই কেইটালৈও অসমীয়া নাৰীয়ে বুকু ফুলাই ঘূৰিব পাৰে।) বৰপুখুৰী শিৱ দ'লৰ সোণৰ কলচী এইবোৰ আমাৰ অসমীয়া জাতিৰ শক্তি আৰু সমৰ্থৰ স্বাক্ষৰ।

দেশৰ বাবে লাচিতে মোমায়েকক কাটিলে। নৰীয়া গাৰে যুঁজিলে, মণিৰাম পিয়লী ফাঁচি কাঠত ওলমিল। তাহানিৰ স্মৃতিযেই প্ৰাণ ভৰাই ৰাখে আমাৰ। অতীত বুৰঞ্জী গাই অনা-অসমীয়াৰ আগত গৌৰৱ কৰিব পাৰো। আমি গহীনাই কব পাৰো অসমীয়া জাতিটো শুই আছে বাবেহে। শুই থকা সিংহক খোঁচ মাৰি জগাই দিলে ভাল একো নহব বুলি। অসমৰ খনিজ দ্ৰব্যৰ বাবেও 'অসমত কি নাই' বুলি আমি অসমীয়াবোৰ গৌৰৱান্বিত।

তাৰ পাচত আমাৰ নগৰৰ সীমাত থকা হৰমকৰ কথা উলিয়াই দেৱজিতে কৈছিল—'সেইটো হৰমকে যৈনীযেকৰ হাতৰ কাণৰ সোণকণ বেচি প্ৰথমে খেৰৰ চালি এখনত ৰেঙ্ককেইদালমান লৈ কাৰখানা আৰম্ভ কৰিছিল। (মটৰ লৰি আদি মেৰামতি কৰা) এতিয়া চা এবছৰ যাওঁতে না যাওঁতে কানিয়া অসমীয়াৰ পৰা মাটি বাড়ী কিনি কিনি গোটেই গাওঁখনকে কিনিব এতিয়া। দেশৰ পৰা মোমাই ভাগিন দদাই ভতিজাৰ আমদানি হল। চাই থাকোঁতেই এই গাঁও এতিয়া পঞ্জাবী গাঁৱলৈ ৰূপান্তৰিত হব। আৰু কেইটামান যুগৰ পাচত এই দেশত 'অসম' আৰু 'অসমীয়া' এই শব্দ দুটাহে হয়তো জীযাই থাকিব। (সিও সন্দেহ) তথাপি আমাৰ কোনো খেদ্ নহব। এই শব্দ দুটাতে আমি গৌৰৱান্বিত হৈ বাগৰি পৰি থাকি গীত ৰচিম। সাহিত্য চৰ্চ্চা কৰিম। শ্ৰীশ্ৰীশঙ্কৰদেৱৰ কৃষ্ণপ্ৰেমৰ গীত পদ গাম। বুভুক্ষ হৃদযৰ আশা ভৰষাৰে আমি দুটামানে বিপ্লৱ কৰিম। (মনতে) বিপ্লৱ কৰি, ৰাতি টোপনি নাহিলে (পেটৰ ভোকতে হওঁক বা মনৰ ভোকতে হওঁক চট্ফটাই থাকিম। হয়তো সেই ভযঙ্কৰ যন্ত্ৰণাময় নিশাবোৰত যন্ত্ৰণা দূৰ কৰাৰ প্ৰচেষ্টাৰে গীত ৰচিম। গীতৰ সুৰৰে কান্দিম। কবিতাৰ ছন্দেৰে চকুলো মচিম। গল্প উপন্যাসেৰে বক্তৃতা দিম। আমাক মানুহে 'কমিউনিষ্ট' বুলি কব।'

দেৱজিতে এদিন মোক কৈছিল 'দেউতাই টকা দিলেই মই ভাবি থোৱা মতে মোৰ কাম আৰম্ভ কৰিম।' এনেকৈ কওঁতে মই কৈছিলো বেপাৰী বুলি যদি বিযাৰ বজাৰত তোমাৰ মূল্য নিদিযে? মোৰ কথাত দেৱজিতে কলে—'তই ভুল বুজিছ।' অলপ ৰৈ তেওঁ কৈছিল 'ছোৱালীযে বিচাৰে গাড়ী-বাড়ী থকা সমৰ্থবান পুৰুষক।' প্ৰতিবাদ কৰি মই লাহেকৈ কৈছিলো—'ছোৱালীৰ মনৰ কথা তুমি পৰিষ্কাৰ ভাৱে পঢ়িব পৰা নাই। এজাতি ছোৱালীয়ে বিচাৰে কোমল-প্ৰাণৰ সজ চৰিত্ৰবান সুন্দৰ দৃঢ় গাৰ গঠনৰ হিৰো হিৰো লগা যুৱকক। গাড়ী বাড়ী ধন দৌলত নথকালৈ সিহঁতি ভ্ৰূক্ষেপ নকৰে।'

মোৰ কথা শুনি মৃদু হাঁহি দেৱজিতে কলে—'সেইজাতি ছোৱালীৰ

ভিতৰতে ভয়ো পৰ নহয়নে ? কিন্তু এইজাতি ছোৱালীয়ে পাচত হা-হুমুনিয়াহ কাঢে। নিজক নিজে গালি দিয়ে। যিহেতু অন্ন বস্ত্ৰৰ চিন্তাতকৈ ঘোৰ শত্ৰু মানুহৰ কোনো নাই। ছোৱালীয়ে সমৰ্থবান পুৰুষক এইবাবেই বিচাৰে—ভোগ আৰু বিলাসৰ মাজত যাতে নিচিন্তৰে থাকিব পাৰে। উচ্চ পদৰ স্বামী ডাক্তৰ ইঞ্জিনীয়াৰ বিচাৰে—স্বামীৰ পদ গৌৰৱৰে গৌৰৱান্বিতা হবলৈ। ইঞ্জিনীয়াৰৰ দৰমহা ভাল। ওপৰঞ্চিও আছে। গাখীৰ ঘিউ মৌ খাই মানুহ মৰাৰ দিনত কিবা এটাৰ বিশেষজ্ঞ হলে গাখীৰতে ম'হৰ খুটি। আয়কৰ লগাৰো ভয় নাই।` তাৰো ভাল ব্যৱস্থা আছে।

উকীল আৰু পুলিচৰো ব্যৱসায় ভাল। অভাব অনাটনে জৰ্জৰিত কৰা সংসাৰত মানুহে কথাই কথাই দা-কুঠাৰ ললে বা ৰাজ্যত চোৰ ডকাইতৰ মাত্ৰা বাঢিলে পুলিচ-উকিলৰ ব্যৱসায় ভাল হয়। এক কথাত কবলৈ গলে শান্তি বিচাৰে বাহিৰত হাত নথকা মাষ্টৰ এশ্ৰেণীয়ে। দেশ সেৱকসকলে শান্তি বিচাৰে। তেওঁলোকৰ উত্তপ্ত বক্তৃতা তাৰ প্ৰমাণ। (?)

এইখিনিতে বৰ বঢিয়া কথা এটা মনত পৰিছে। দেৱজিতে মোক এই কথা কৈছিল। এবাৰ বোলে এজন পুলিচ বিষয়াই (এ, এচ, আই) তেওঁৰ বিযাৰ খৰছ উলিযাবলৈ কেইটিমান দুৰ্বৃত্তক চোৰ) দিহা বুদ্ধি দি কৈছিল 'কামটো কৰক। সেইদিনা চাহাব নাথাকিব। পাচদিনাও বন্ধ থাকিব। গতিকে বস্তু হেৰোৱা খবৰ হব তৃতীয দিনা। ইতিমধ্যে বস্তু আপোনালোকে পাৰ কৰি আহিব পাৰিব।'

ঠিক সেই মতে কাম হল। লাভৰ এক অংশ জেপত লৈ চুৰিৰ এজাহাৰ পোৱাত অনুসন্ধান কৰিবলৈ গল। কোনোবা এটাক ধৰি আনি ভালকৈ এপালি দিলে।

মিলিটেৰীলৈ আনিৰখা ছাগলী এই চোৰটিয়ে প্ৰায়েই চুৰ কৰি আনে। ইয়াৰ ভাগ এওঁলোকেও পায়। নিকিনাকৈ মঙহকণ খাই থাকিবলৈ পোৱাত বেয়া পোৱা নাছিল। হুবাৰ মান প্ৰাপ্য নহাৰ পুৰস্কাৰ পালে এই প্ৰহাৰ।

*　　　*　　　*

বুলবা। ক্রমান্ত মই অসুস্থবোধ কৰি আহিছো। মনলৈ অৱসাদ আহিছে। মই প্ৰাণভৰি ভালপোৱা মোৰ জীৱনটোৱে মোৰ লগত নিষ্ঠুৰ চালাকি খেলি গল। কেতিয়াবা এনে লাগে মই যেন জীৱনক উপভোগ কৰিলো। দেউতাৰ মতে জীৱন উপভোগ কৰা হয় দুখৰ মাজেৰে। সুখৰ মাজত মনুষ্য জীৱন উপভোগ কৰাৰ সুবিধা নাই।'

তুমি ছাগৈ আমনিহে পাইছা নহয়নে বুলবা? কিমাননো শুনিবা অন্যায় অত্যাচাৰ ব্যভিচাৰ আৰু তাৰ পৰা ৰক্ষা পাবলৈ কৰা পৰিকল্পনাৰ কথা।

বাহিৰত সেমেকা বতাহ। অলপ আগলৈকে বৰষুণ দি আছিল। এতিয়া নাই। কুলি চৰাই এটাই (আমাৰ বাড়ীতে সম্ভৱ) অলপ দূৰত কু উ কু-উ কৰি আছে। তাৰ মিঠা মাত মোৰ বাবে বিৰক্তিকৰ হৈছে। সকলোলৈকে বিতৃষ্ণা আহিছে। সম্ভৱ শেষৰ খিনি আৰু লিখা নহব। বৰ টোপনি আহিছে। সকলো বাদ দি শুই পৰিম যেন। কিন্তু এতিয়া নোশো, জীবন কাহিনী লিপিবদ্ধ কৰি নিচিন্তৰে শুম। শান্তিৰে টোপনিযাম।

মাজে মাজে সন্ধান আৰু দেৱজিতৰ কথা মনলৈ আহিছে। সন্ধানৰ বাবে মনত বৰ কষ্ট হৈছে। হে ঈশ্বৰ। তাক যেন তুমি একো কষ্ট নিদিযা। মোক কি দিলা কি নিদিলা বুলি, কোনো দিন মই তোমাক গালি পৰা নাছিলো। দেৱজিতৰ কথা মনলৈ আহিলে এনে লাগে— যেন খবৰ পাযেই (মই মৰা) তেওঁ মোৰ পথেই অনুগমন কৰিব। কিন্তু মই নিবিচাৰো তেনে হোৱাটো। সেযে যদি হয হে ঈশ্বৰ। ৰৌ ৰৌ নৰকত হলেও মোক জীযাই ৰাখা তেওঁৰ বাবে। এতিযালৈকে তেওঁ জীৱনৰ একোৱেই উপভোগ কৰিবলৈ পোৱা নাই। বয়স হল— তথাপি ঘৰ সংসাৰ কৰাৰ কোনো ভাব চিন্তা নাই। মাক দেউতাক কোনেও তেওঁক বিযা কৰাবলৈ সন্মত কৰাব পৰা নাই। মযো মাজতে

চেষ্টা কৰিছিলো। পাপৰিক তেওঁৰ বাবে মনোনিত কৰি কৈছিলো—'পাপৰি খুব ধুনীয়া ছোৱালী।' তেতিয়া তেওঁ হাঁহি উত্তৰ দিছিল—'মই তোমাৰ দৰে সৌন্দৰ্য্যৰ উপাসক নহওঁ। সুন্দৰৰহে উপাসক।'

বুলবা -বাৰে বাৰে কথাৰ আওঁ হেৰাইছে। এফালৰ পৰা কৈ যাবলৈ চেষ্টা কৰিছো কিন্তু ক'ৰবাৰ পৰা গৈ ক'ৰবাত ওলাওঁগে।

এদিন হঠাৎ মৃগেন খুড়া ওলালহি। তেওঁ প্ৰতিভাক কিছুদিনৰ বাবে নিবলৈ আহিছে। খুড়ীৰ সন্তান হব। সেই সময়ত খুড়ীক ভাত দিবলৈ মানুহ নাই। বাহিৰা মানুহেনো প্ৰসূতিক কি ভাত দিব? খুড়াযে কৈছিল—'ভাই-ভনীবোৰৰ জন্মত আভা-প্ৰতিভাই মাকক ভাত দিয়ে। ইহঁতে বেচ্ জানিব।

খুড়াযে নিকুমকো লৈ যোৱাৰ কথা কলে। নিকুমক পঢ়ুৱাবলৈ লৈ যোৱাৰ কথা শুনি মাযে ভাল পালেও মাৰ মন মৰি গল। দেউতাই কিছুদিনৰ আগতে খুড়ালৈ লিখিছিল- 'অভাৱ অনাটনে ল'ৰাটো নষ্ট কৰিলে। সি চুৰি বিদ্যাত পাকৈত হৈ পৰিছে। তাক পাৰিলে ৰক্ষা কৰ। তাক লৈ যাহি। পঢ়া শুনাত ল'ৰাটো বেযা নাছিল।'

ইযাৰ কেইদিন মানৰ পাচত এদিন সন্ধ্যা সমযত মই দেউতালৈ বুলি হাতত ধঁপাত এচিলিম লৈ গৈ, বাহিৰত মোৰ বিযাৰ বিষযে আলোচনা কৰা শুনি থমকি ৰলো। দেউতাই কৈছে—'মাহীযেকে মাকলৈ লিখিছে। মই না-কৰিবলৈহে পালো মাক জ্বলি উঠিল। তাইক বিযা দিবই। মাহীযেকে লিখিছে—মানুহ ঘৰ বোলে তোমালোকৰ বংশৰ?'

'কি নাম?'

'আনন্দ মহন্ত।'

'তাকে নোকোৱা কিয? আনন্দ মহন্ত মোৰ ককাই। তিনি পুৰুষমান আতৰিছে। আহ-যা নাই বাবে একেবাৰে অনাত্মীয়ৰ দৰে হল।' মহন্ত উকীলে আনন্দ উৎসাহেৰে কৈ গল—'কিন্তু মই তোমাক বুকুত হাত থৈ কব পাৰো এইঘৰত ছোৱালী পৰিলে ছোৱালীৰ পৰম সৌভাগ্য। তোমাৰো ভাগ্য।' 'মোৰ পৰম ভাগ্যবলত এনেঘৰ,

এনে ল'ৰা পাইছো মানি ললো। কিন্তু মুখেৰেতো বিয়াখন নহয়। ৰীতাৰ বিয়াখন কেনেকৈ পাতিলো তুমি জানো নাজানা? ইয়াৰ চাৰি মাহৰ পাচতে মই আকৌ এখন বিয়া পাতো॥ কোৱা কি?'

'মুখেৰে বিযাখন নহয় ঠিক। কিন্তু তোমাৰ নাই বুলি ছোৱালী সু-পাত্ৰ পালেও নিদি সাচি থবানে? তোমাৰতো হুবৰ দিন এটা নাই। নাই যি নাই—তাহাঁতৰ ককাই এটাও নাই। মাকে ঠিকেই কৈছে ঘৰ-মাটি বেচি-কিনি হলেও বিযাখন পাতা।' দেউতাই হুমুনীযাহ পেলাই কলে—'মাটি নালাগে মাকে তাইৰ বাবে ঘটি এটাও বেচিবলৈ নিদিযে।' মায়ে মাহীলৈ লিখিলে—'তোমালোকে ভাল দেখিছা যেতিয়া মোৰ কোনো আপত্তি নাই' বুলি। দেউতাই খোৱা-শোৱা এৰি বাহিৰত ঘূৰিবলৈ ধৰিলে। ব্যস্তভাবে ক'ৰবালৈ ওলাই যায় আৰু অৱশ ক্লান্তভাবে ঘূৰি আহে, অলপ পাচতে আকৌ ব্যস্তভাবে ওলাই যায়। এইদৰে দিনটো ঘূৰে। দেউতাৰ হতাশে আৱৰা মুখলৈ চালে মোৰ বুকু ভাঙি যায়। মৰি যেন দেউতাক উদ্ধাৰ কৰিম। মোৰ পাচতো আৰু সাতজনী ছোৱালী আছে। মই ভাবো—মই এজনী কমিলেই জানো দেউতাই উদ্ধাৰ পাব॥

হঠাতে মোৰ বিযা ঠিকহোৱা কথা দেউতাই একমাত্ৰ পেহীলৈ লিখিলে। উত্তৰ চিঠিৰে নাহি, পেহী নিজে আহি কলেহি 'খুব সুখৰ কথা। খুব ভাল ল'ৰা। খুব ভাল কথা।' যেনে তেনে মোক পাৰ কৰিবলৈ পেহীয়ে দেউতাক টানি কলে। সোণৰ গহনা কেইটা পেহীয়ে দিবলৈ গাত ললে। বৰপিতাযেতো হাবি-হো-চোং কাটি বাডীখন চাফা কৰাত লাগিলেই। এদিন দেউতাই এজাপ চাফা-নোট আনি মাৰ হাতত দি কলে—'ইয়াৰেই সকলো হব লাগিব। কেনেকৈ হব নাজানো। কেনেকৈ হব তাকো নাজানো। মোক আৰু টনা-টনি কৰি নথাকিবা। দেবুৰ ওপৰত নিৰ্ভৰ কৰি সুধি মেলি ক'ত কি কেনেকৈ কৰিব লাগে, কৰিবা।'

মোৰ লগত দিবলৈ গোটোৱা বস্তুবোৰ দেখি মোৰ সন্দেহ হল ইমান সোপা দামী দামী আচবাব-পত্ৰ কৰিবলৈ মায়ে জানো দেবুদাক

পইছা দিছিল। বিশেষকৈ ট্ৰেন্‌জিষ্টৰটো। যিটোৰ মূল্য ৬।৭ শৰ কম নহব।

দেৱজিতৰ উশাহ সলাবলৈকে সময় নাই। মই মন কৰো ল'ৰাজনে যেন কান্ধৰ পৰা গধুৰ ভাৰখন নমাই পোন হৈ থিয় হৈ স্বস্তিৰ নিশ্বাস লৈছে। মই চকু মুদি ধ্যান কৰি ৰওঁ দেৱজিতৰ মূৰ্ত্তি। নিজৰ নিচেই কাষত বহুৱাই লৈ ( কল্পনাৰে ) অস্ফুট সুৰৰে সোধো – 'তুমি কি সচাই মোৰ মনৰ কথা পঢ়িব নোৱাৰিলা? মই তোমাৰ বাবে সকলো কৰিলোহেঁতেন। তোমাৰ মতে চলিলোহেঁতেন। প্ৰিয় মোৰ! ইমান ভাল তুমি। তোমাৰ কাৰণে মোৰ বিশেষ কিবা এটা কৰিবৰ মন যায়। মোক তোমাৰ কাষৰ পঁৰা আতৰাই নিদিবা। তোমাৰ সতে একাত্মাহৈ তোমাতে মিলি যাবৰ মন যায়। উঃ কি ভয়ানক কষ্ট। তুমি বাৰু কিয় নুবুজা?

নালাগে বুজিব। নালাগে তুমি একো কষ্ট পাব। তুমি সুখী হোৱা মাথোন। কিমান যে ভাল তুমি।'

মোৰ অস্ফুট স্বৰ কেৱল মইহে শুনিলো। বাহিৰত কাম কৰি থকা দেৱজিতৰ কাণত মোৰ কোনো কথাৰ কোনো ধ্বনি নপৰিল। চকুমুদি একদৃষ্টিৰে নিৰবে চাই থাকিলো দেৱজিতৰ মানস মূৰ্ত্তি। অলপ বৈ আকৌ অস্ফুট স্বৰেৰে কলো—ফাকি নিদিবা মোক, কোঁৱা তুমি কি কোনোবা সুন্দৰীক মনে প্ৰাণে ভাল পোৱা? তোমাৰ এই সুন্দৰ চকু দুটিৰ তন্ময়তা কি কোনোবাই লভিছে?

মই অলপ বৈ নিজৰ কথাৰ প্ৰতিবাদ কৰি কলো – নালাগে কব। এই বিষয়ে তুমি-মোক একোৱেই নকবা। তোমাৰ সৌভাগ্যৱতী প্ৰেমিকাক কোনো দিনেই মোৰ সমুখলৈ নানিবা। মই তোমাৰ পৰা যি বিচাৰিছিলো তাক নাপালো। তুমি কি মোৰ বন্ধুত্বৰ বাদে মোৰ পৰা একো বিচৰা নাছিলা? তুমি কেতিয়াও মোৰ প্ৰতি দুৰ্ব্বল হোৱা নাছিলা?

বাহিৰত-ওচৰতে দেৱজিতৰ মাত শুনি মই অঙ্গুমক চিঞৰি মাতি 'এনাচিন এটা আনি দে' বুলি কলো। মোৰ উদ্দেশ্য সিদ্ধি হল

'এনাচিন কেলেই' বুলি দেৱজিত মোৰ ওচৰ চাপি আহিল। কপালত হাত থৈ কলে 'জ্বৰ-চৰ নহয়তো ?' মই কলো 'মূৰ বিষাইছে।'

মোৰ কাষত বহি দেৱজিতে মোৰ মূৰটো লাহে লাহে টিপি দিলে। অঞ্জুমক নিজৰ জেপৰ পৰা পইছা দুঅনা উলিযাই দিলে এনাচিন আনিবলৈ।

তাহানি মাযে বোলে ভাল বস্তু এপদ পালে দেৱজিতক নিদিয়াকৈ নিজে যে নাখাইছিল আমাকো খাবলৈ নিদিছিল। দেৱজিতে দুসাজ মাহেকত মাকৰ হাতৰ ভাত খাবলৈ পাযনে নাপায সন্দেহ। শোৱাৰ ক্ষেত্ৰতো সেই একেই কথা। মাৰ লগত ভাত খাই নিশা মাৰ লগতে শোৱে। কোনোবা এদিন জ্বৰঁ গাৰে ( সৰু থাকোঁতে ) মাৰ ওচৰলৈ গুচি অহাত দেৱজিতৰ মাকে কৈছিল 'আপুনি ল'ৰাটোক কিবা খুৱালে।' মাযে কৈছিল 'একো খুউবা নাই। প্ৰকৃততে সি মোৰ ল'ৰা।'

সেই সমযত এই মানুহ দুগৰাকীৰ ভিতৰতো আছিল প্ৰীতি ভাব। সামান্য ভুল বুজাবুজিৰ পৰাই দেবজিতৰ মাক আমাৰ পৰা আতৰিল। পুতেককো আতৰাই নিযাৰ চেষ্টা কৰিছিল। কিন্তু তেখেতৰ সেই চেষ্টা বিফল হল। দেৱজিত মাৰ ল'ৰা। সেযে তেওঁ কোনোদিন আমাক অনাত্মীযৰ দৰে চাব নোৱাৰিলে। মাযে আমাক এই কথা সদায কৈ আহিছে 'সি তইঁতৰ বৰ ককাযেৰ'।

মোৰ মূৰত হাত থৈ অলপ সময দেৱজিত নিৰবে বল। চাৰিও-ফালে হুলস্থুলৰ মাজতে সোমাই থকা সত্বেও মোৰ এনে লাগিছিল যেন চাৰিওফালে শূন্য আৰু নিস্তব্ধ। মই কোনোবা দেৱতাক তপ কৰি যুগ যুগ চকু মুদি বহি আছো। সেই দেৱতাৰ অদৃশ্যহাতে মোৰ শিৰ স্পৰ্শ কৰি মোক আশীৰ্ব্বাদ দি যেন কৈছে—তপত মৰুৰ বুকুত পিপাসা যিমান বাঢে—দূৰত পানী দেখা মৰীচিকা, সিমানে দূৰলৈ আতৰি গৈ থাকে। মই চকুখুলি দেৱজিতৰ মুখলৈ চালো। তেওঁক দেখি এনে লাগিল কোন শুদূৰ মুলুকত গৈ যেন কি বিচাৰিছে। মই মতাত তেওঁ উচপ্ খাই উঠিল। তাৰ পাচত সুধিলে—'কি হল ?'

'তুমি যদি মোক আশীৰ্ব্বাদ দিয়া, অন্ততঃ 'দীৰ্ঘজীৱী' হবলৈ আশীৰ্ব্বাদ নকৰিবা। সেয়ে হলে আশীৰ্ব্বাদৰ নামত অভিশাপ দিয়াহে হব।' মই কলো।

মূৰটো লাহে লাহে টিপি দি দেৱজিতে আনখন হাতেৰে মোৰ ওচৰত থকা কিতাপখন হাতত লৈ চাই কলে নতুন ভূগোল প্ৰথম ভাগ। নৈ বিল পৰ্ব্বত পাহাৰ কাক কয় পঢ়িছিলি ? আৰু সৌখন কি কিতাপ ? নিভাৰ নেওঁতাখন। এই বোৰত তই কি বিচাৰিছ ? মূৰ বিষাইছে যেতিয়া ৰাজ্যৰ কিতাপ পঢ়া বাদ দে।'

'দেবুদা।'

'কি ?'

'মোৰ বিযাৰ বাবে তুমি খুব ব্যস্ত। তোমাৰ খুব ফুৰ্ত্তি নহয় ? বাৰু দেবুদা তেওঁ বোলে খুব ভাল। কিন্তু কেনেকুৱা আৰু কিমান ভাল ?'

'গৌৰাঙ্গ দা মহৎ আৰু কোমল প্ৰাণৰ। এজন ভাল মানুহ মই দেখি শুনি বুজিছো।'

'তুমি মানুহ দেখি শুনি খুব বুজা। কিন্তু মোক হলে আজীৱন দেখি শুনি থাকিও তিলমানো নুবুজিলা।'

'তোকো বুজিছো।' অলপ বৈ কথাৰ সুৰ বদলাই কলে—'যত হয় বাজে কথা। বাজে চিন্তা। চুপ মাৰি শুই থাক। টোপনি আহিলে ভাল পাবি।'

মনতে মই কলো – ঠিকেই, কি যে বাজে বকিছো। তাৰ পাচত মূৰৰ পৰা দেৱজিতৰ হাতখন আতৰাই দিলো। মূৰলৈকে কাপোৰখন টানি লৈ অস্ফুট স্বৰেৰে নিজকে কলো—আহাৰে মানুহে মানুহ কিমান খিনি জানে!! চকু কাটি মোৰ চকুপানী অহাৰ উপক্ৰম হোৱাত তলৰ ওঁঠটো কামুৰি ধৰিলো। 'অলপ কাম আছে কৰি আহো' বুলি দেৱজিত উঠি গল।

ক'তোৱেই বজ্ৰৱাব নোৱাৰা মোৰ এই মনৰ অৱস্থাত মই নিজে অবাক হৈছিলো। কিয় মোৰ মনলৈ আহিল সকলো মিছা সকলো

শূন্য এই ভাব। হতাশে আহি বাৰে বাৰে মোক কৈছেহি ইমানতে সকলো শেষ।

মোৰ কাষত বহুৱাই লোৱা নিৰাকাৰ দেৱজিতক উদ্দেশ্য কৰি অফুট স্বৰেৰে কলো—অলপ খামখেযালী স্বভাৱ মোৰ। প্ৰিয়—তোমাৰ বাবে সকলো কৰিলোহেঁতেন। তুমি কিবা নিচান দেখুৱা হলে ফুটাই কলোহেঁতেন—মোৰ সৰ্ব্বমনত আসন পাতি বহি আছে যি পুৰুষ তেওঁৰ বাদে স্বামী ভাবে মই কাকো ভাবিব নোৱাৰিম বুলি। শৈশৱৰ লগৰী তুমি। কিশোৰৰ বন্ধু তুমি - আৰু যৌৱনৰ স্বপ্ন তুমি। কিয তুমি মোক দূৰলৈ আনলৈ ঠেলি দিছা। মই যে তোমাৰ বাদে কাকোৱেই ভজিব নোৱাৰিম। তুমি বৰ মধুৰ। কিন্তু বৰ দুৰ্ব্বল।

দৃঢ় স্বৰৰে দেৱজিতে বাৰে বাৰে কৈছে মই সুখ ভোগত থাকি সুখী হম। সেযে মই অফুট স্বৰৰে অজস্ৰবাৰ দেৱজিতক উদ্দেশ্য কৰি কলো – ৰাজৰাণীৰ সুখ মই বিচৰা নাই। মই বিচাৰিছো জীযাই থাকিবলৈ।

শূন্য মনেৰে মই বহু সময খিডিকীৰে বাহিৰৰ আকাশলৈ চাই থাকিলো। তাৰ পাচত আকাশকে উদ্দেশ্য কৰি কলো মই কি পালে সুখী হম বুজাত জানো ভুল হৈছে? মোৰ চকুত লগে লগে ভাঁহি উঠিল দেৱজিতৰ প্ৰতিচ্ছবি। এডোখৰ নিৰ্ভৰশীল স্থান। সেই স্থান আছেদেৱজিতৰ উদাৰ বুকুত। মোক সজ আৰু নিৰ্ভুল পথে পৰিচালিত কৰি লৈ যোৱা এজন অভিভাৱক। সেই শক্তি আছে দেৱজিতৰ চকুত। কিন্তু এই কথা মই কাক কম। কেনেকৈ কম। কবলৈ নাপায প্ৰাণ মোৰ ফাটি গৈছে। মোক উপায দিযা। সুবিধা দিযা মোৰ ভাব প্ৰকাশ কৰিবলৈ। মই চকুদুটা জোৰেৰে মুদি ধৰিলো।

মই মোৰ মনক সুস্থ অৱস্থালৈ আনিবলৈ উপায নাপায়, মোৰ হৃদযক বশীভূত কৰিবলৈ দিনে নিশাই কিতাপ পঢিবলৈ ললো। নিকুমহঁতৰ পাঠ্যপুথি কেইখনো বাদ নগল। আনকি নিভাৰ ল'ৰা-পুথি মাজ ছোৱাখনো ইতিমধ্যে তিনিবাৰ মান পঢা হল।

অঞ্জুমে আনি দিয়া এনাচিনটো হাতত লৈ, পানী এগ্লিলাচ আনিবলৈ কৈ দেৱজিতে মোক মাত দিলে—'ভামনি ?'

অত্যন্ত কোমল তেওঁৰ এই মাতৰ কোমলতা মোৰ অৰ্থহীন যেন লাগিল। মই জীৱনত হৰা-জিকালৈ যেন তেওঁ ইচ্ছা কৰিয়েই কাণ-মন দিয়া নাই। ইচ্ছা কৰিলে তেওঁ মোক জিকাই দিব পাৰিলে-হেঁতেন।

মই নমতা দেখি মোৰ মূৰত আঙুলিৰে চুই কলে—এইটো খাই ল হো। মই উঠি বহি এনাচিনটো পানী এঢোকেৰে গিলি কলো—'দেবুদা পৰ কেতিয়াও আপোন হব নোৱাৰে। অনাত্মীয়া কাকো আৰু তুমি এইদৰে মৰম নকৰিবা। মোকো। প্ৰতিভাইঁতকো নকৰিবা। গুলি খাই বা তৰোৱালৰ ধাৰত মৃত্যু হোৱাতকৈ, মৰম ধাৰত চট্‌ফটাই জীযাই থকা বেচি কষ্টদায়ক।' মোৰ মুখলৈ অবুজ ভাবে চাই থাকি দেৱজিতে সুধিলে—"কি ?"

'একো নহয।' মই কলো।

'একো নহয ?' তেওঁ প্ৰশ্ন কৰিলে।

'ও একো নহয। বাজে বকিছো—আৰু কি ?' মই কলো।

মই কাঁপোৰখনেৰে মুখ মূৰ ঢাকি আকৌ শুই পৰিলো। জীৱনত সৰ্ব্বপ্ৰথম দৰৱ ব্যৱহাৰ কৰিলো অভিনয নিখুত হবৰ বাবে। (মুৰৰ বিষ আছিল অভিনয) তাৰ পাচত অভিনয় সম্পূৰ্ণ নিখুত হবৰ বাবে কলো 'আস্'।

'স্বপ্ন ?' দেৱজিতে মাত দিলে।

'কোৱা।' মই কলো।

'তোৰ যে চকুহুটা ৰঙা। চাওঁ এইকালে চাচোন। খুব বেয়া লাগিছে? মোৰ কপালত হাত থৈ কলে—'জ্বৰ নাই।' মোৰ কপালত দেৱজিতৰ মোৰ প্ৰতি থকা অফুৰন্ত মৰমৰ পৰশ। মোৰ ইচ্ছা হৈছিল দেৱজিতৰ হাতখন টানি আনি কামুৰি দিওঁ। খণ্ডত। কিন্তু মই তেনে কৰিব নোৱাৰিলো। অস্ফুট সুৰৰে নিজকে কলো—মই আনৰ হৈ যাম, মই মোৰ প্ৰিয়জনৰ কোনো নহওঁ। সেয়ে প্ৰিয়-

জনৰ মৰমৰ স্পৰ্শত তৃপ্তিৰে প্ৰাণ ভৰিব নোৱাৰে। বুকুত জোঙা অস্ত্ৰৰ খোঁচনি বিন্ধনিহে হয়। মই আশা কৰিলো—মোক যেন সচাই নিশাৰ ভিতৰতে দুৰাৰোগ্য বেমাৰে গ্ৰাস কৰে। অনন্ত দিন মই ৰোগশয্যাত পৰি থাকিম। যদি দেৱজিতে এইদৰে মোৰ কপালত হাত থৈ বহি থাকে তেন্তে সেই দুৰাৰোগ্য ৰোগেই হব মোৰ পৰম সৌভাগ্যৰ কাৰণ। তুমি মোৰ স্বৰ্গ। অস্ফুট স্বৰৰে মই দেৱজিতক উদ্দেশ্য কৰি কলো— 'আৰু তুমিয়েই মোৰ ধৰ্ম্ম। মোৰ আৰু কোনো ধৰ্ম্ম নাই। মই কাৰোবাক অগ্নি সাক্ষী কৰি স্বামী ৰৰিলেও প্ৰকৃত স্বামী তুমি। মোৰ তেজৰ অণুৱে অণুৱে তুমি। সিজনক জগতে জানিব স্বপ্ননয়নাৰ স্বামী বুলি। আৰু তেওঁ নিজে ভাবিব মোৰ তেওঁ স্বামী বুলি। ইমানেই।

*　　　*　　　*

মূৰ বিষাইছে বুলি দুপৰীয়াতে পৰি সন্ধ্যাৰ পাচতো বিছনাৰ পৰা উঠা দেখি দেউতাই সুধিলেহি- 'আই তই ভাল পোৱা নাই?' পাইছো বুলি কব খুজিও দেৱজিতক কোঠালৈ সোমাই অহা দেখি মনে মনে থাকিলো। দেৱজিত মোৰ ওচৰ লৈ আগবাঢ়ি আহিল। মোৰ ওচৰত বহি সুধিলে—'তই এতিয়াও ভাল পোৱা নাই?' দেউতাই নেদেখাকৈ মূৰ জোকাৰি জনালো নাই পোৱা বুলি। দেউতাই ব্যস্ত ভাবে প্ৰতিভাক পানী আনি মূৰত পানী দিবলৈ কলে। কথা শুনি মই প্ৰমাদ গণিলো। হোৱাই-নোহোৱাই এনাচিনটো গিলিলো। এই আৰত অভিনয় নিখুঁত হবলৈ সেই বুলি পানী ঢালো কেনেকৈ? প্ৰতিভাই ডাঙৰ বাল্টি এটাত পানী এবাল্টি লৈ অহা দেখি দেৱজিতে কলে—জ্বৰ নহয় যে পানী ঢালি জ্বৰ নমাবি। পানী ঢালিলে বিষ বেচিও হব পাৰে। যা-পানী লৈ যা। ভাতোকৈ তাইক কিবা এটা দে খাই শুই থাকক।

অলপ পাচতে প্ৰতিভাই দুকাপ চাহ লৈ সোমাই আহিল। ইমান সময় দেৱজিত মোৰ ওচৰত বহি আছিল যদিও আমি কোনেও কাকো

মতা নাছিলো। অলপ দূৰত অঞ্জুম নিকুমহঁতে থুপ পাতি বহি লেমটো মাজত লৈ পঢ়ি আছিল। নিভাই নেওঁতা মাতিছিল। শুভায়ে সাহিত্য পঢ়িছিল। অঞ্জুমে অঙ্ক কৰিছিল আৰু নিকুমে এনেযে বহি থাকি এবাৰ ইটোৰ ফালে চাইছিল, এবাৰ সিটোৰ কালে চাইছিল। দেৱজিতে তাহাঁতৰ ফালে চাই আছিল। তেওঁ অলপো লৰ-চৰ নকৰাকৈ বহি আছিল। কিন্তু তেওঁ যেন এই লোকত নাছিল। প্ৰতিভাৰ মাতত ততাতৈযাকৈ ঘূৰি আহি চাহ কাপ হাতত লৈ সুধিলে —'এইক যে সুদা চাহ দিলি ?'

"মাযে কৈছে ভাত হবই এতিয়া। ভাত খাই শুব।' প্ৰতিভাই কলে। নিৰবে চাহ কাপ খাই কাপ প্লেট যোৰ নমাই থৈ মোৰ ফালে এবাৰো নোচোৱাকৈ দেৱজিত ওলাই গল। কোঠাত তেতিয়া অঞ্জুমৰ বাদে আন কোনো নাছিল। চাহ কৰা গম পাই সকলো চাহ বিচাৰি পাকঘৰলৈ উঠি গল। অঞ্জুমে তললৈ মুখ কৰি অঙ্ক কৰাত ব্যস্ত হৈ আছে। মই লাহেকৈ মোৰ হাতৰ পিযলাটো নমাই থৈ, দেৱজিতে মাটিত থৈ যোৱা কাপ প্লেট যোৰ দাঙি ললো। এবাৰ ইফালে সিফালে চাই কাপৰ তলত থকা অৱশেষ চাহ ঢোকা মই পি কাপটো আকৌ নমাই থলো। সেই সময়ত মোৰ মনত উদ্ভৱ হোৱা অনুভূতিৰ ভাষা নাই। নানান উপাযেৰে মই দেৱজিতক বিচাৰিছিলো। 'প্ৰাণমোৰ' মনতে মই কলো। 'কিয় তুমি মন মৰি আছা ? মই তোমাৰ দুখৰ কাৰণ হবলৈ নিবিচাৰো। মই বিচাৰো তোমাৰ আনন্দ আৰু শান্তিৰ উৎস হৈ জীযাই থাকিবলৈ। তোমাৰ সকলো কথা শুনা, তুমি যি ভালপোৱা তাকে কৰা, তোমাৰ মনৰ স্ত্ৰী বন্ধু হবলৈ। মোক ক্ষমা কৰা। মই মোৰ ব্যৰ্থ আশা প্ৰকাশ কৰি দুখ দিলো। মই আৰু কেতিয়াও কোনো উপাযেৰে নিজক ব্যক্ত কৰাৰ চেষ্টা নকৰো। দুখ ক্লান্ত তোমাৰ মুখৰ এই চেহেৰা মোৰ অসহ্য।'

পাচদিনাও ওৰে দিনটো বিছনাত পৰি থকা দেখি সন্ধিয়া পৰত দেৱজিতে মই নজনাকৈ ডাক্তৰ লৈ আহিল। ডাক্তৰে চামোচ এখনৰে জিভা হেচি 'আ-কৰাচোন' বুলি ভিঙি চালে। টৰ্চ মাৰি নাকৰ ভিতৰ

ফালে চালে। তাৰ পাচত গাল—গালৰ কুম আদি টিপি 'বিষাই ছেনে ?' বুলি সুধি মেলি গৰম পানী খুজিলে। ডাক্তৰে চিৰিঞ্জটো ধোৱা দেখি মই দেৱজিতক সুধিলো। -কাক বেজি দিব দেবুদা ?'

'তোৰ হৈ মই বেজি ললে, তোৰ ভাল হব যদি, বেজিটো মোক দিব।'

'মোৰ একো হোৱা নাই।'

'বেজি লোৱাৰ ভয়ত ?'

ইতিমধ্যে ডাক্তৰ আহি মোৰ ওচৰত থিয় হলহি। দেৱজিতে মোৰ বাওঁ হাত দাঙি ধৰিলে। প্ৰতিভাই লেমটো দাঙি ধৰি ওচৰত বৈ থাকিল। মই প্ৰতিবাদ কৰি থাকোঁতেই মোৰ মঙহত বেজিটো সোমাল। খালি চিৰিঞ্জটো থৈ ডাক্তৰ হাত ধুবলৈ যাওঁতে মই দেৱজিতক কলো- তুমিতো সকলো জানা আৰু বুজা। মানুহৰ অন্তৰৰ শব্দহীন কথাও শুনা -কিন্তু এই সহজ কথাটোকে নুবুজিলা।'

'কি সহজ কথা ?' দেৱজিতে সুধিলে। দেৱজিতৰ প্ৰতি অবচেতন মনত উদ্ভৱ হৈ থকা খং মোৰ প্ৰকাশ হব খুজিলে, খং ভাবেই কলো—'মোৰ মূৰ বিষ বা একো হোৱা নাই। ডাক্তৰেনো বেজিটো কিহৰ বাবে দিলে।'

দুঃসহ বেদনাই মোৰ বাক শক্তি ৰোধ কৰি দিলে। কাকো মই ঠগিব নোখোজো। 'কিন্তু মই ঠগ খাওঁ। জীৱনৰ সৰ্ব্বপ্ৰথম বেজিটো ললো থিয়েটাৰ কৰি যেন। মোৰ ভাব হল, ডাক্তৰেও ডাক্তৰৰ অভিনয় নিখুত হবৰ বাবেহে বেজিটো দিলে। বেজিৰ যে কোনো প্ৰযোজন নাই তেওঁ নিশ্চিত ভাবে জানিছিল।

ডাক্তৰ ওলাই যোৱাৰ পাচত খপহকৈ মই শোৱাৰ পৰা বহি কলো 'ডাক্তৰে ছাঁই পৰীক্ষা কৰিলে। মূৰনো কেনেকৈ বিষাই মই তাকেই নাজানো।' 'তেন্তে ?' দেৱজিতে সুধিলে। মই মোৰ মনৰ ভাব— দুখ কি শোক কি খং ৰাগ লুকুৱাই কলো 'মোৰ বিয়া বুলি ধেই ধেই কৰি নাচিব লাগেনেকি ? কইনাই নাকান্দিলে সেইখন বিয়া উপভোগৰ হয়নে ? তোমালোকক আনন্দ দিবৰ বাবেই মই লুকাই চুৰকৈ

কান্দিছো। কান্দিলে চকু ৰঙা হয় আৰু ফুলে। বুজিলানে এতিয়া? তাৰ পাচত অন্তকথা উলিয়াই মই সুধিলো—তুমি বাৰু মোক ইমান টকা মূল্যৰ ট্ৰেনজিষ্টৰটো কিয় দিছা?'

'গানৰ প্ৰতি তোৰ যি দুৰ্ব্বলতা, সেই কাৰণে।'

'ৰজা যেন মানুহ ঘৰত গান শুনিবলৈ ট্ৰেনজিষ্টৰ, ৰেকৰ্ড প্লেয়াৰ, আদিৰ আকাল পৰিবনে? সেইটো তুমিও জানা।'

'কেতিয়াবা এইটো ট্ৰেনজিষ্টৰৰ গান শুনি থাকোঁতে হঠাৎ মনত পৰেই বা সেইবাবেও।' 'বিয়াৰ পাচত আন কাৰোবালৈ মনত পৰিলে মই যে অসতী হৈ যাম। মোৰ যে কুমাৰী কালৰ পৰা প্ৰাণৰ হেঁপাহ—জয়মতী সীতা-সাবিত্ৰী এই সকলৰ লগত শাৰী পূৰাই বহি সাধ্বী-সতী নাম লৈ নাৰী জনম সাৰ্থক কৰিম। 'মই হব পায় অন্য কোনোবা—। তইঁতৰ দেবুদা তেন্তে তইঁতৰ নহওঁ—?" দেৱজিতে কলে। 'তুমি মাৰ ল'ৰা। কিন্তু সৃষ্টিকৰ্ত্তা আৰু যমৰাজৰ খাতা দুখনত তুমি বৰমাৰ বৰপুত্ৰ। এনেকৈ কলে বেযা পালেও ইযেই সত্য। 'মই যাৰ গান শুনি মৰি যাব পাৰো—তেওঁৰ কণ্ঠ জানো কেতিয়াবা পান কৰিবলৈ পাম? তেতিয়া হলে লোকে ভাল বোলা বেযা বোলালৈ কাণ মন নকৰি সৰ্ব্বক্ষণ মই ট্ৰেনজিষ্টৰটোৰ কাষতে থাকিলোহেঁতেন। আনকি নিশা বিছনাৰ ওচৰত লৈ ললোহেঁতেন। পুৱা সাৰ পাযে তাৰ ওপৰত আলফুলে হাত বুলালোহেঁতেন।'

'তইনো কাৰ কণ্ঠত নমৰ—?'

'কেৱল তোমাৰ—। তুমি অপূৰ্ব দেবুদা। তুমি আনৰ বুকুৰ অকথিত কথা শুনা, আৰু তাকেই লৈ গীত গোৱা। বুভুক্ষ হিয়াৰ আশা-ভৰসাই পোহৰ বিচাৰি যোৱা গীত।'

'কিন্তু মই অপূৰ্ব কেৱল তোৰ বাবেহে।'

'আনৰ ওচৰত অপূৰ্ব হবলৈ জানো চেষ্টা কৰিছা? তেনে কৰা অৰম্ভে মই নিবিচাৰো কেতিয়াও। জ্ঞানী পুৰুষে পাচত প্ৰশংসা কৰিলে ভাল পায়। অৰ্থাৎ সমুখত প্ৰশংসা কৰা নিবিচাৰে। মাইকী মানুহে আগত প্ৰশংসা বিচাৰে। নহয়নে—?

*　　*　　*

হুৰ্ হুৰ্ কৰে বৰষুণ আহিছে। টিংঘৰৰ ওপৰত পৰা বৰষুণৰ টোপালে মোক যেন ভয় খুৱাবলৈ চেষ্টা কৰিছে। মই বৰষুণলৈ বৰ ভয় কৰো বৰুণ দেৱতাই জানে—। কিন্তু এতিয়া যে ভয় কৰা নাই সেই কথা হয়তো তেওঁ নাজানে। গোপন মিলনৰ দিনত বা মিলনৰ প্ৰতীক্ষাত থকা দিনত আৰু ঘৰত টান নৰীয়া থাকিলে, প্ৰিয়জন কোনোবা দূৰ ঠাইত থাকিলে ( মনত যদি পৰে ) বৰষুণক ভয়ঙ্কৰ নিষ্ঠুৰ যেন লাগে। বাহিৰত বৰষুণৰ অঝোৰ ধাৰাই মোক যেন নিবৰ বাঁধে ব্যস্ত হৈ পৰিছে। মোৰ কবলগীয়া কথাবোৰ অলপ খৰধৰকৈ কবলগীয়া হল।

কেনেকুৱা যে উদাস উদাস লাগিছে মনটো। মই যে লিখি আছো এই কামলৈও বিৰাগ হৈছে। ইতিমধ্যে যদি লিখাখনো সম্পূৰ্ণ নহয় আৰু এই বিৰাগৰ মাত্ৰাও ক্ৰমাত বাঢি যায়, তেন্তে নিশ্চয় এই লিখাখন ফালি চিৰি নষ্ট কৰি দিম।

ছন্দবাইদেউৰ বিযাৰ কথা তোমাক কোৱা নাই নহযনে ? পেহীৰ বিযাৰ পৰা ঘূৰি গৈ সেই মাহতে বাইদেউৱে জীৱন নৌকাৰ গুৰিধৰা-পাত মাদ্ৰাজী পাইলট এজনৰ হাতত তুলি দিলে। খুড়ীহঁতে বোলে বিযাৰ ( ৰেজিষ্টাৰ বিযা ) পাচতহে গম পায। বিদেশী বুলি দেউতাই দুখ পোৱা বাবে, খুড়ীযে মালৈ লিখিলে—'বিদেশ নো হল কেনেকৈ ? মাদ্ৰাজ, পঞ্জাব, বেঙ্গল, বিহাৰ এই সকলোবোৰ গোট খাই হে আমাৰ দেশ। আমিও ভাৰতীয, তেওঁলোকো। মাথোন ভাষা ভিন্ন। ধৰ্মও একেই। তেওঁলোকেও পূজা সেৱা মানে। আমি মুখত নিদিয়া বস্তু তেওঁলোকেও মুখত নিদিয়ে। গতিকে দুখৰ কাৰণ নাই। এইবোৰ সামান্য কথা। ডাঙৰ কথা হল ছোৱালীজনীয়ে দুখ পাব নালাগে।

মোৰ বিয়াতে বৰ জোঁৱায়েকক দেখা পাব বুলি মা-দেউতাই কিছুদিনৰ আগতে মাতি চিঠি লিখিলে। জোঁৱাই মাদ্ৰাজী বুলি মাৰ

কোনো আক্ষেপ নাই। দৰ্মহাৰ অঙ্কটো শুনি মা বেচ সুখী হৈ কৈছিল —'তাহাঁতৰ বৰ বেচি কাজিয়া পেচাল নহব। আগৰ দিনৰ দৰে আজি কালিৰ লোকে সন্তান ঈশ্বৰে দিয়া বুলিও নাভাবে। এই সকলোবোৰ মই সমৰ্থন কৰো।'

'ছুটী নোপোৱা বাবে যাব নোৱাৰিলো' বুলি বাইদেউৰে লিখা চিঠিখন পোৱাৰ পাচত মাযে মোক কলে—'ছুটী নোপোৱাতো কথলৈহে' আচল কথা আমাৰ অৱস্থা ঘৰ-দুৱাৰ এইবোৰহে। ছন্দয়ে দুখীয়া হোৱাটো কেৱল লাজৰ কথা বুলিযেই নাভাবে—নিন্দাৰ কথা বুলিও ভাবে।

বিয়ালৈ বুলি সকলোতকৈ আগতে পেহী আহিল-। গহনাৰ ওপৰঞ্চিও কমলা ৰঙৰ গুণাৰ বনকৰা প্লাটৰ সাজ এযোৰ আনি মাৰ হাতত দিলে। সেই ৰঙে মোক কিমান মানিব পিন্ধাযো চালে। বাহিৰত বহি থকা পেহাক মাতি আনি কলে—'কেনে দেখাইছে, চাওক।'

পেহাক দেখিযেই মই মূৰ তল কৰিছিলো। পেহাক দেখিলে— প্ৰথম পেহাক দেখা সময়ত মই মানস চকুৰে তেওঁৰ কাষত নিজক থিয় কৰি চোৱা স্মৃতিযে দোলা দিযে। সেযে অনুপম সুন্দৰ চেহেৰাৰ পেহালৈ পোনভাবে চকু তুলি চাব নোৱাৰো।

পেহীৰ পাচত এক এক কৰি সকলো আত্মীয় স্বজন আহি আমাৰ সক ঘৰটো ভৰি পৰিল। তেওঁলোকৰ আনন্দপূৰ্ণ কণ্ঠৰ মিলিত কল্লোলে মোৰ পলাশবুলিযা সপোনটি ভাঙি দিলেহি। আত্মীয় স্বজন অহাৰ পাচত দেৱজিত অনাত্মীযৰ দৰে বাহিৰে বাহিৰে থকা হল। দিনটোত এবাৰো মই তেওঁক ওচৰত নোপোৱা হলো। মোৰ এনে লাগে কত যুগ মই যেন তেওঁক দেখা নাই। মোৰ ভাব হল—কাৰো বাবে সঙ্কোচ কৰি বা লাজ কৰি তেওঁ দূৰে দূৰে থকা নাই। ইচ্ছা কৰি তেওঁ আতৰি আছে। সকলোৱেইতো জানে তেওঁ আমাৰ ঘৰৰে এজনৰ দৰে আমাৰ বৰ কক্কাইৰ দৰে বুলি। আমাৰ আত্মীয় স্বজনেও তেওঁক পৰজ্ঞান নকৰে।

কালিলৈ জোৰোণ। আজি মই ভাবিছো—মই কি কৰিলো।

মই ইমান দুৰ্ব্বল। ইমান শক্তিহীনা বুলিতো নিজে নাজানিছিলো। মোৰ নিজৰ ওপৰত বিশ্বাস নাই। মই দৃঢ় নহওঁ। নিজক নিজে মই অস্ফুট স্বৰে গালি পাৰি ভাবিলো—দেৱজিতে কিজানি আশা কৰিছিল মই তেওঁৰ বাবে কিবা এটা কৰিম। এই বিযা মই মানি নলম।

ওৰেনিশা মনৰ লগত মই তুমুল সংগ্ৰাম কৰিলো। পাচদিনা পুৱালৈ এই সংগ্ৰাম আৰু ভয়ঙ্কৰ হল। মোৰ সৰ্ব্বমন গ্ৰাস কৰি সংগ্ৰামৰ অগ্নি জ্বলিল। চকুৰ পানী কোনোবা সময়ত বন্ধ হৈ গৈছিল। বহু চেষ্টা কৰিও এটোপা চকুপানী উলিযাব নোৱাৰা হলো। মোৰ এনে লাগিছিল—অশেষ ধাৰৰে চকুপানী বোৱাব নোৱাৰিলে মই পাগল হৈ যাম। বিশ্বৰ সকলো পাহৰি যাম। শেষত কন্দাৰ চেষ্টাও কোনোবা সময়ত কৰিবলৈ বন্ধ কৰিলো, আৰু মই অসম্ভৱ ৰকমে শান্ত হৈ পৰিলো।

জীনা মাহীযে পুৱা ভাগতে সুশান্তি-শিবানীক দামী সুন্দৰ সাজ-পাৰ আৰু অলঙ্কাৰ উলিযাই দিছে। মাক জীযেক তিনিও জনীযে নিজক সুন্দৰী কৰি সজাই তোলাৰ চেষ্টাত ব্যস্ত। পেহীৰ উশাহ সলাবলৈকে সময নাই। ইফালে নাচালেও নহয। সিফালে নাচালেও নহয। প্ৰতিভাই সকলোৰে 'অৰ্ডাৰ' মতে ঘূৰা ঘূৰি কৰি কোনটো কৰো কোনটো নকৰো, কেনি যাওঁ কেনি নাযাওঁ অৱস্থাৰে ঘূৰি ঘূৰি ভাগৰি পৰিছে। তাই হযতো নিজে চাহ একাপ খাবলৈও সময-সুবিধা কৰিব পৰা নাই।

ব্যস্তভাৱে পেহী কোঠালৈ সোমাই আহিল। চাৰিওফালে এবাৰ চকু ফুৰাই চাই মোক সুধিলে—'দেবুক দেখিছনে? পুৱাতে এবাৰ দেখ নেদেখকৈ যি দেখিলো আৰু নাই।'

'নাই দেখা তোমালোকৰ দেবুক। এই কেইদিন তেওঁৰ মই ছাটোও দেখা নাই।' মই কথা কৈ থাকোঁতে নিকুম সোমাই আহি কলে—'দেবুদাক পালো। কোঠাত দুৱাৰ মাৰি শুই আছে গৈ। বৰ মায়ে কলে দেবুদাৰ বোলে মূৰ বিষাইছে।'

'এই কেইদিনৰ বৰঘুণখিনি মূৰত লৈ দিনে নিশাই বাহিৰত অলপ

ঘূৰা নাই। মানুহৰ শৰীৰহে।' বুলি পেহী ততাতৈয়াকৈ ওলাই গল। অলপ পাচত ব্যস্তভাবে ঘূৰি আহি কলেহি—'বাৰ বজাৰ আগতেই জোৰণ পাবহি। তইতো মূৰটোও নাচোৰা বুলি শপত খাই বহি আছ যেন পাওঁ।' পেহীয়ে বাকচ খুলি দেৱজিতে দিয়া পাতৰ সাজ যোৰ আনি মধুনিতাৰ হাতত দি কলে—'বান্ধবী জনীক সজাই দিব পৰা নাই।' 'অথনিয়েই সজাব খুজিছিলো তাইহে বাধা দিলে।' মধুনিতাই কলে। তাৰ পাচত অলপ দূৰত পৰি থকা খৰিকাজাই ফুলৰ মালাধাৰ দেখুৱাই কলে—'খোপাত পিন্ধাবলৈ যত্ন কৰি মালাধাৰ গাথি আনিলো, তাই হাঁহি হাঁহি মোহাৰি পেলালে।'

'কেনেকৈ পাৰিলি এইকাম কৰিব। তোৰ খৰিকাজাই ফুল জোপাৰ ডালঠাল এটাও যাতে নষ্ট নহয় তালৈ মন কৰি কেনেকৈ গছ জোপা দেৱজিতে বেঢা দি, ৰভা দিছে তই দেখিছনে নাই?' কৈয়েই পেহী কোঠাৰ পৰা ওলাই গল।

মনৰ অস্থিৰতা মনৰ অতললৈ ঠেলি দি মই প্ৰাণপণে সহজ হবলৈ চেষ্টা কৰিলো। যেনেকৈয়ে মূৰ আচোৰে, যেনেকৈযে খোপা বান্ধে, যি কৰে কৰি থাওঁক বুলি মধুনিতাৰ পুতলাহে নিশ্চল ভাবে বহি থাকিলো। প্ৰসাধন কাৰ্য্য সমাপন কৰি তাই মোৰ সমুখত থিয় হৈ মোৰ মুখলৈ চাই থাকি কলে "তই কিমান ধুনীযা তই নিজে নাজান। যা আইনাত এবাৰ নিজকে চাই লগৈ।"

মধুনিতাইঁত সকলো মোৰ ওচৰৰ পৰা আতৰি যোৱাৰ লগে লগে প্ৰতিভা মোৰ ওচৰ চাপি আহিল। সক সক মাতেৰে তাই মোক কলে --'জানা আভাবা—ল'ৰাজন বোলে দেখাত ভাল নহয। কেট্‌কেট্ কৰে ক'লা নহয় যদিও বোলে ভাল ক'লা। মাহীযে মাক কৈছে 'দেখাত ভাল নহলে কি হব' এনে ভাল ল'ৰা হাজাৰত এটাহে কেতিয়াবা পোৱা যায়।'

পেহীয়ে প্ৰতিভাক পাকঘৰৰ পৰা মতা শুনি 'গৈছো পেহী' বুলি তাই ততাতৈয়াকৈ আতৰি গল। মোৰ এনে লাগিল চলিত ৰক্ত-

সোঁত যেন হঠাৎ সকলো ওপৰফালে উঠি আহি বুকুত খুন্দিয়াবলৈ ধৰিলে। মনৰ অতলৰ পৰা কোনোবাই বাৰে বাৰে মোক কোৱা যেন শুনিলো এই পথ। এই দুৱাৰেদি ওলাই তই সাৰি যা। এই সুযোগ দ্বিতীয় বাৰ আৰু নাহে। এই মাৰাত্মক খবৰটোকে তই তোৰ সমুখ সমৰৰ অস্ত্ৰ হিচাবে ব্যৱহাৰ কৰ।

মোৰ এনে লাগিছিল— লৰি গৈ যেন দেৱজিতক কৈফিয়ৎ বিচাৰিমগৈ। মই কি অপৰাধ কৰিছিলো? মৰম শ্ৰদ্ধাৰ প্ৰতিদান মৃত্যুদণ্ড?

মই আজুৰি আজুৰি মোৰ আ-অলঙ্কাৰ খুলিলো। তাৰ পাচত এযোৰ সাধাৰণ সাজ পিন্ধিলো আৰু অস্থিৰ ভাবে কোঠাটোত ইফাল সিফাল কৰি ঘূৰিবলৈ ধৰিলো। অলপ সময়ৰ ভিতৰতে সকলোৱে আহি মোক বেঢ়ি ধৰিলে। সকলোৱে 'কি হল? কি হল?' বুলি প্ৰশ্ন কৰিলে। পেহীয়ে হাতত ধৰি মোক টানি আনি বিছনাত বহুৱাই ধমক দি কলে—'তোৰ গাত গোসানী লম্ভিছেনেকি ' পেহীৰ ধমকত মোৰ উত্তেজনা আৰু বিব্ৰত ভাব আৰু বাঢ়িল। মই ঘন ঘন উশাহ লৈ কোপাবলৈ ধৰিলো। দৃঢ় ভাবে পেহীৰ মুখলৈ চাই কলো—'মোৰ এই বিয়া হব নোৱাৰে। মই কাঠ পুতলা নহওঁ।'

মোৰ ঘোৰ মূৰ্ত্তি দেখি সকলো অবাক। এইদৰে লাজ মান এৰি হুলস্থুল লগোৱা দূৰৰ কথা সকলোৱে দেখি আহিছে কাকো মই টান সুৰে কথা এষাৰো কব নোৱাৰো। মাতটো কেনেবাকৈ ডাঙৰকৈ ওলালেও লাজ পাওঁ। শ্ৰুতিকটু কথাযে আনক আঘাত দিব পাৰে বুলি চম্ভালিহে কথা কওঁ। আজি সেই লজ্জা আৰু নম্ৰতা ক'লৈ গল। ওচৰলৈ যিযে আহে তেওঁকেই কৰ্কশ সুৰে কথা কৈ অপমান কৰাদি কৰিবলৈ ধৰিলো। উপায় নেদেখি পেহীয়ে লৰি গৈ দেৱজিতক মাতি আনিলে। 'চাওঁ কি হৈছে' বুলি দেৱজিত মোৰ ওচৰলৈ আগবাঢ়ি আহিল। তেওঁৰ চকুদুটা ৰঙাহৈ আছে আৰু চকুৰ পতা ফুলি আছে।

'কোনেও একো কৰা নাই।' দেৱজিতে পেহীক কলে—ইতিমধ্যে চাৰিওফালে বু-বু-বা-বা কৰিছিল মোক কোনোবাই কিবা মন্ত্ৰ কৰিলে

বুলি। দেৱজিতৰ্ক দেখা মাত্ৰকে মোৰ যে কি হৈ গল? বিছনাৰ গাৰু কেইটা আৰু ওচৰত যি পালো সকলো তেওঁৰ গালৈ দলিয়াবলৈ ধৰিলো। 'তুমি কোন ওলাইছা' বুলি। দেৱজিত্ আহি মোৰ ওচৰ পোৱা মাত্ৰকে থাপ মাৰি তেওঁৰ হাতখন ধৰি গাৰ জোৰেৰে কামুৰি দিলো। মই তৰ্কিবই নোৱাৰিলো লগে লগে মোৰ গালত এটা প্ৰচণ্ড চৰ মাৰি দেৱজিতে কলে -'তোক মই খুব বঢ়িয়াকৈ জানো।' অলপ বৈ আকৌ কলে—'তোৰ কি আছে—লাজ-সৰম, মান-সম্মান এটাও যদি থাকিলহেঁতেন। হুলস্থুলৰ সৃষ্টি কৰি খেল খেলা হৈছে।'

দেৱজিতৰ চৰত মোৰ কাণ তাল মাৰি গৈছিল। চকু থৰ হৈছিল। অলপ সময় থৰ হৈ বৈ থাকি তাৰ পাচত হাঁহিছিলো। খং উত্তেজনাত একো কৰিব নোৱাৰি –কান্দিবও নোৱাৰি জ্বলি পুৰি ইঁহা কি এক অদ্ভুত হাঁহি। আজোৰ মাৰি খোপাটো খুলি কলো—'আপুনি যি কয় চিৰদিন তাকেই মানি আহিছো। কোনোবা জনমত কিবা ধাৰ খাই আহিছিলো।'

তাৰ পাচত নিজে সাজ পাৰ কৰি, ধুনীযাকৈ খোপা বান্ধিলো। খোপাত মাথোন এপাহ সৰু ফুল গুজি লৈ, এটাও মাত নমতাকৈ আঠুত মুখ গুজি বহি থাকিলো। মই ঠিক হৈ গলো বুলি সকলো নিচিন্ত হল। পেহীয়ে মেখেলাৰ পাতলিত বেজি এটা খুচি দিলেহি।

অলপ পাচত দেৱজিত আকৌ মোৰ ওচৰলৈ আহিল। মোৰ ওচৰত বহি অত্যন্ত স্নেহ ভৰা মাতেৰে কলে 'আমাৰ ওচৰৰ পৰা কালিলৈ তই আতৰি যাবি– আৰু আজি তোক মই মাৰিলো। মই পাগলহৈ গৈছিলো।'

মই চকু তুলি দেৱজিতৰ ফালে নোচোৱাত, জোৰ কৰি তেওঁ মোক তেওঁৰ মুখলৈ চোৱালে। তেওঁ কৈছিল—'মোৰ মুখলৈ চা চোন। সচাই যদি তই মোক ভাল পাব্ব নিশ্চয চাবি। মোক বুজিবলৈ চেষ্টা কৰ।'

মই তেওঁৰ মুখলৈ চাইছিলো। কিন্তু ভৰি পৰা চকুপানীয়ে মোৰ দৃষ্টি অস্পষ্ট কৰি দিলে। তেওঁ সৰু সৰু মাতেৰে বৈ বৈ কলে

'ভামনি তই নিজেই নাজান প্ৰকৃততে তোক কি লাগে। এক অজনা ইচ্ছাৰ পাচত দৌৰা 'দৌৰি কৰি তই কি পাবি তই নাজান। যি সম্পদে কাহানিও কাকো প্ৰকৃত সুখ দিব নোৱাৰে, মই কি তেনে সম্পদৰ ওপৰতহে গুৰুত্ব দিব লাগিছিল? দেহৰ সৌন্দৰ্য্যযে চকুত তৃপ্তি দিব পাৰে। খন্তেকলৈ আনন্দ বা গৌৰৱ দিব পাৰে, কিন্তু সি ক্ষণস্থায়ী। মনৰ সৌন্দৰ্য্যত যেতিয়া মানুহে তৃপ্তি পায় সেই তৃপ্তি হয় অফুৰন্ত অক্ষয়। ইযেই সত্য। মিছাৰ পাচত লৰি লৰি তই এদিন ক্লান্ত হৈ পৰিবি। সেযেহে মই তোৰ লৰি ফুৰা পথ বন্ধ কৰি দিছো। মই জানো গৌৰাঙ্গ দেখাত ভাল নহয় বাবে তোৰ মনৰ এই অৱস্থা।

মই কামোৰা ঠাই ডোখৰ দেৱজিতে বগা পৰিস্কাৰ কাপোৰেৰে বান্ধি আহিছে। কিন্তু সেই বান্ধ ভেদ কৰি তেজ বিৰিঙি ওলাই আহিছিল বান্ধৰ ওপৰলৈ। মই তেওঁৰ সেই হাতৰ ওপৰত ধীৰে ধীৰে হাত বুলাই দি কলে—'সচাকৈয়ে মই কি কৰিলো, কি কৰিছো আৰু কি কৰিব লাগে সকলো খেলি মেলি লাগি গল।' মোৰ মৰমৰ শীতল স্পৰ্শ আৰু অনুতাপৰ সুৰ শুনি মোৰ মনৰ অগি নুমাল বুলি দেৱজিত নিচিন্ত হল। তেওঁ মোৰ মূৰত হাত থৈ কলে—'কোনোদিন তই মোৰ অবাধ্য হোৱা নাছিলি। ছায়া সঙ্গীৰ দৰে ইমান দিন পাচে পাচে আছিলি। তোৰ গালত আঙুলিৰ চাব বহি আছে। যাবৰ পৰত তোক মই ইযাকেই দিলো।'

কথা কেইষাৰ দেৱজিতে হাঁহি হাঁহি কৈছিল। কিন্তু তেওঁৰ চকু দেখি মোৰ এনে লাগিছিল এই হাঁহি প্ৰকৃততে এবিধ কান্দোনহে। হাঁহি হাঁহি কন্দা কান্দোন। দেৱজিত অলপ পাচতে আতৰি গল। তেওঁ আতৰি যোৱাৰ ফালে চাই থাকি মনতে কলো—তোমাৰ মূৰ বিষটো নিশ্চয় মোৰ মূৰবিষৰ দৰে আছিল। তোমাৰ ফুলা ফুলা চকু। এই বিষণ্ণ চেহেৰা। ইযাৰ বাবে দায়ী মই। মনতে মই আকৌ নিজকে প্ৰবোধ দি কলো 'এতিয়াও উপায় আছে। মই মোৰ প্ৰিয়তমৰ বাবে সকলো কৰিব পৰা বুকুভৰা সাহস আছে মোৰ।'

পথুলিত মটৰ ৰোৱা শব্দত মই উচপ্ খাই উঠিলো। কিন্তু

থন্তেকলৈ। থাওনি নোপোৱা ভাবৰ চাকৃনৈয়াত পৰি চাৰিওফালে মই অন্ধকাৰ দেখিলো। লগে লগে মোৰ অবচেতন মনৰ ইচ্ছা শক্তিয়ে মূৰ দাঙি উঠিল। অদৃষ্ট আৰু বিধাতাৰ নামত সমুখৰ আন্ধাৰখিনি মই মানি লব নোৱাৰি পোহৰৰ মালা বিচাৰি দৃঢ ভাবে থিয় দিলো। 'মই গা ধুই আহো' বুলি অলঙ্কাৰবোৰ মধুনিতাৰ হাতত দি সাজপাৰ সলাই পুখুৰী পাৰৰ গাধোৱা ঘৰত সোমালোগৈ। গাধোৱা ঘৰৰ দুৱাৰ মাৰি সমুখত পানী এবাল্টি লৈ মই বহি থাকিলো। 'সোনকাল কৰ' বুলি কোনোবাই কোনোবাই আহি বাহিৰৰ পৰা মাত দিলেহি। মই দ্বিতীয় বাৰ দৃঢ স্বৰে জনালো—আপোনালোকক বিয়া এখন চাবলৈ বা উপভোগ কৰিবলৈ লাগে। মোৰ ঠাইত শিল্পাণী প্ৰতিভা কোনোবা এজনী বহুৱাই দিলেই লেঠা মৰে দেখোন।'

ইয়াৰ পাচত মোক টনা আজোৰা কৰিবলৈ কোনো নাহিল। দেৱজিত এবাৰ আহিব বুলি ভয়ত আছিলো। কিন্তু তেওঁ নাহিল। ইয়াৰ অলপ পাচত এজোকাৰ উৰুলিৰ ধ্বনি আহি মোৰ হৃদপিণ্ড বিন্ধিলেহি। এই শব্দত প্ৰবাহিত ৰক্তসোঁত যেন হঠাৎ স্তব্ধ হৈ যাব খুজিলে।

বুলবা—বাহিৰত অবিশ্ৰান্ত ভাবে বৰষুণ দিয়েই আছে। মোৰ বন্ধ কোঠাটোৰ বাহিৰৰ সংসাৰখনৰ লগত মোৰ কোনো সম্বন্ধ নাই। অবিশ্ৰান্ত বৰষুণ ধাৰা আৰু মই সাৰে আছো। সকলো শুই নিহপালী দিলে যেন লাগিছে। এতিয়ালৈকে মই ঠিকমতে নিজৰ কাম চলাই গৈছো নিৰ্বিঘ্নে আজি ৰাতিটো পাৰ হৈ গলে মোৰ উদ্দেশ্য সুকলমে সমাধা হব যেন লাগিছে। এই ডোখৰতে মই তোমাক এটা অনুৰোধ কৰো পাচত হয়তো পাহৰিমেই। তুমি চম্পা জনীক চাবা পাৰিলে। বৰ ভাল ছোৱালী তাই। সংসাৰত বেচেৰীৰ কোনো নাই। মোকে তাই তাইৰ সকলো বুলি ভাবিছিল। মই নথকা ঘৰখনত তাই হয়তো ভালে থাকিব নোৱাৰিবও পাৰে।

* * *

মই গাধোৱা ঘৰৰ পৰা ওলাই নহাত আৰু মোৰ দৃঢ় স্বৰত উপায় নাপায় জীনামাহীয়ে কি কৰিলে শুনা। প্ৰতিভাই পাক ঘৰত কি জানো কৰি আছিল—তাৰ পৰা তাইক হাতত ধৰি টানি আনিলে। মই খুলি অহা সাজ যোৰ আৰু অলঙ্কাৰ পিন্ধাই ততাতৈয়াকৈ পিঠিত পৰি থকা বেণীদালেৰে খোপা এটা বান্ধিলে। তাৰ পাচত মূৰত ওৰণি দি ৰভা তললৈ লৈ গল। মই উৎপাত লগাওঁতে দেউতা নিৰব হৈ আছিল। এতিয়া মাহীৰ এই কামৰো কোনো প্ৰতিবাদ নকৰিলে। মায়ে মাত মাতিবলৈ সময় সুবিধাকে নাপালে নে অগত্যা উপায় নহলে ইযাকে কৰিম বুলি ভাবি আছিল নাজানো। আৰু প্ৰতিভা—? তাই নিজে অবাক।

কাক কি কব।

কিযেই বা কৰিব ।। কোনো কথা কবলৈ ভাবিবলৈ বা বুজিবলৈ নৌপাওঁতেই গৌৰাঙ্গযে মোলৈ বুলি চুই পঠোৱা তেল সেন্দুৰ শিৰত লৈ তাই গৌৰাঙ্গৰ দুখৰ সুখৰ লগৰা হোৱা স্ত্ৰী সমন্ধৰ সাজ পিন্ধিলেই। গৌৰাঙ্গৰ জীৱন পদূলিত ভৰি দি—ঘূৰাৰ আৰু উপায় নাই বুলিযেই নে কি সহজ ভাবে তাই সকলো মানি ললে। প্ৰথম যেতিযা তাইক ৰভাতলত মাহীযে বহুৱাইছিল, তাই তেতিযা মাথোন এবাৰ ৰভাতলৰ সকলো মানুহৰ ওপৰে ওপৰে তাইৰ আয়ত দীৰ্ঘ চকুযোৰ ঘূৰাইছিল।

আকৌ এবাৰ উৰুলিৰ জোকাৰ শুনাৰ লগে লগে মই উচপ্ খাই সজাগ হৈ নিজক নিজে মনতে প্ৰশ্ন কৰিলো—মই বাৰু ভুল কৰিলো নেকি—? মোৰ জীৱনৰ এইযা চৰম পৰাজয় নহযতো?

আকৌ এসমযত সকলো ভাব চিন্তা হেৰুৱাই মই কোনোবা লোক পালোগৈ। কি হৈছে-কি হব, সম্পূৰ্ণ মই পাহৰি গলো। এনেকৈ কিমান সময় পাৰ কৰিলো মোৰ খিযাল নাছিল। বাহিৰৰ পৰা অহা এষাৰ মাতত মোৰ অন্যমনস্কতাৰ তন্দ্ৰা ভাগিল।

'ওলাই আহ স্বপ্ন।' এই মাত মোৰ কাণত পৰাত আকৌ এবাৰ চলিত ৰক্ত সোঁতে প্ৰবল বেগে ওপৰলৈ উঠি বুকুত খুন্দিয়াবলৈ ধৰিলে।

এই স্বৰ যে দেৱজিতৰ কণ্ঠস্বৰ মই সঠিক ভাবে বুজিছিলো। সেয়ে মই ভয়ত জ্বৰ ঘমাদি ঘামিবলৈ ধৰিলো। দ্বিতীয়বাৰ তেওঁ আকৌ মাত দিলে—'ওলাই নাহ কিয় ?'

এইবাৰ এই স্বৰ শুনাৰ লগতে মই শুনিবলৈ পালো ওচৰতে কোনোবা কেইজনী মানে হাঁহিছে। কোনোবাই কথা পাতিছে। পাকঘৰত কাঁহি-বাটিৰ শব্দ। পুখুৰী পাৰত কোনোবাই 'কাপ-প্লেট' ধুইছে। কাৰোবাৰ কেচুৱাই কান্দিছে। পুখুৰীৰ পানীত বাল্টি ডুবুৱাৰ শব্দ। সকলো ব্যস্ত। এইখন ব্যস্ত পৃথিৱীয়ে মোৰ অস্তিত্বই পাহৰিলে। কিন্তু এজনে পাহৰা নাছিল। তেওঁ তৃতীয়বাৰ মাত দিলে।

'দৰাঘৰৰ মানুহ গল। ওলাই আহ ভামনি।' দুৱাৰ খুলি ভয় ভয় ভাব আৰু দুৰু দুৰু কঁপা বুকুৰে দেৱজিতৰ মুখলৈ চালো। দেৱজিতে সহজ কণ্ঠেৰে কলে 'ভোকে লঘোনে পুৰা দুঘণ্টা ইয়াত সোমাই থাকিলি। এতিয়া ব্ৰত ভাঙ গৈ।'

'দেবুদা মই কি কৰিলো ?' ঢোক গিলি মই কোনোমতে কলো—'ইস্ মানুহবোৰ ঘূৰি গল ' অনুতাপ অনুশোচনাই মোৰ অন্তৰ দগ্ধ কৰিলে। দেৱজিতে বাৰু মোৰ এই গৰ্হিত কামৰ বাবে খং ৰাগ কৰা নাই কিয় ? কোমল মাতে মতাতকৈ খং ৰাগ কৰি কঠোৰ স্বৰেৰে মতা হলেই যেন ভাল আছিল, মোৰ এনে লাগিল। মই আকৌ কলো—'মই কি কৰিলো ?' 'তই বীৰাঙ্গনা'। দেৱজিতে কলে। মনতে মই ভাবিলো বীৰ সকলে বোধহয় নিজে জীয়াই থকাৰ চিন্তা কৰি আনক আগন্তুক বিপদলৈ ঠেলি নিদিয়ে। ফুটাই দেৱজিতক কলো—'মই বোধহয় কোনো গৌৰৱ আৰু সুখকৰ কাম নকৰিলো।'

'মোৰ মতে নিজক বিপদলৈ ঠেলিলি, আৰু সন্ন্যাসিনী হোৱাৰ ব্ৰত ধৰিলি। আন কি কৰিলি, নকৰিলি নাজানো।"

দেৱজিতৰ ইমান গম্ভীৰ স্বৰ কাহানিও শুনা নাছিলো। তেওঁৰ এই শীতল স্বৰ, শান্ত ছবিয়ে মোক ভয় খুৱাই দিলে। এনেতে দেখো প্ৰতিভা ধীৰ খোজেৰে আমাৰ ফালে আগবাঢ়ি আহিছে। পুৱা মই দেখা তাইৰ উকা কপাল শিৰ সেন্দুৰেৰে বোলোৱা। বাখৰেৰে জিক্‌মিকাই

থকা অলঙ্কাৰে হাত-ভিঙি ঢাক খাই আছে। দেৱজিতে মোলৈ বুলি কিনা পাতল সেউজীয়া ৰঙৰ পাটৰ সাজ যোৰৰ মাজত অজলা প্ৰতিভা-জনী যেন হেৰাই গল। এইজনী মই কাহানিও নেদেখা নজনা আন কোনো সৌভাগ্যৱতী কন্যা। প্ৰথমতেতো মই তাইক চিনিবই নোৱাৰিছিলো। তাইক দেখি মই অবাক হৈ দেৱজিতক প্ৰশ্ন কৰিছিলো—'এইজনী প্ৰতিভা ?' 'ও-তোৰ ভনীযেৰ' বুলি কৈ দেৱজিত আতৰি গল। মই দুখোজ আগবাঢি আহি প্ৰতিভাক সাৱটি ধৰিলোহি। মই তাইৰ চকুলৈ চাই থাকি সুধিলো—'তোৰ কি হল প্ৰতিভা ?'

'তোমাৰ কি হব বাইদেউ' বুলি তাই উচুপি উঠিল।

'তোক যে ইমান ধুনীয়া দেখাইছে।' মই তাইৰ মুখলৈ চাই থাকি কলো। তুমি হাঁহিছা আভাবা ?' মোৰ মুখত হাঁহি দেখি তাই অবাক হৈ কয়। তাইৰ কথা শেষ হোবাৰ আগতেই মোৰ হাঁহি থমকি ৰৈ গল। মই উপলব্ধি কৰিলো মোলৈ বুলি অনা পানী গিলাচত বিহ মিহলোৱা আছে বুলি জানি সেই পানী মই নিজ হাতে মোৰ সৰল ভনীজনীক খুৱাই দিলো।

* * *

বিযাঘৰৰ ভিৰ আৰু হুলস্থুলৰ মাজত ক'তো অকণ নিৰলে থকাৰ সুবিধা নোহোৱা হল। সকলোতকৈ অসহ্য হৈছিল মানুহৰ দৃষ্টি। সকলোৱে মোক অৰ্থপূৰ্ণ দৃষ্টিৰে চাবলৈ ললে। এই দৃষ্টি অতি অসহ্য হোৱাত বিছনাত আঠুৱা পেলাই পৰি থাকিলো। দৰা অহাৰ পাচত অকণ নিৰলে থকাৰ সুবিধা পালো। কইনা হোমৰ গুৰিলৈ নিয়াৰ লগে লগে সকলো আগ ফালৰ ৰভা তললৈ গল। আঠুৱাৰ ভিতৰৰ পৰা মই চকু ফুৰাই চাৰিওফালে চালো। পাক ঘৰৰ ফালে মাৰ মাত শুনা যেন লাগিল। মই হাতত সাৰে ভৰিত সাৰে বিছনাৰ পৰা নামি আহিলো। খিড়িকীযেদি আগফালৰ ৰভা তললৈ জুমি চালো। যি জন মোৰ দৰা হৈ আহি মোক তেওঁৰ জীৱনৰ লগত বান্ধি লৈ যোৱাৰ

কথা, সেইজননো দেখাত কেনে চোৱাৰ লোভ সামৰিব নোৱাৰিলো। হোমৰ কাষত বহি থকা গৌৰাঙ্গক মই স্পষ্ট দেখা পালো। তেওঁক দেখি কুচ্ছিত্ যেন নালাগিল। তেওঁৰ গোটেই মুখমণ্ডলতে কি এক কোমলতা সনা আছে। মোৰ এনে লাগিল—তেওঁৰ হৃদয়ৰ পোহৰ মুখত প্ৰতিফলিত হৈ তেওঁক দেখি ভাল লগা চেহেৰাৰ কৰি তুলিছে।

সম্প্ৰদানৰ শেষত প্ৰতিভাই আকৌ সেই উচুপনিৰে মোৰ ডিঙিত সাৱটি ধৰিলেহি। কি বুলি তাইক সান্ত্বনা দিম ভাবি বিবুদ্ধি হোৱাদি হৈ মাথোন কলো 'পুৰুষক ৰূপে কি কৰিব? এখন গৃহ সংসাৰ মধুৰ আৰু সুখৰ হবলৈ হলে প্ৰযোজন হয় স্বামী-স্ত্ৰীৰ মাজত পৱিত্ৰ বুজা-বুজি আৰু প্ৰীতি ভাবৰ। তই সুখী হবি প্ৰতিভা। মই বিয়াত—মানে এই বিয়া মানি লব নোৱাৰাৰ আন কাৰণ আছে।'

'মই সকলো জানো বাইদেউ। কিন্তু ই জানো সম্ভৱ হব। মা দেউতাই দেবুদাক একান্ত বিশ্বাস কৰি আৰু নিজৰ ল'ৰা বুলি কৈ বোবা কৰি থৈছে। তেওঁ সকলো বুজিও অবুজ হৈ আছে আৰু এইদৰেই থাকিব। বুকুফাটি যাব হয়তো তথাপি মুখ নুখুলিব। তুমিও মুখ খুলিব নোৱাৰা। বৰ ভুল কৰিলা বাইদেউ।'

মই ভয় খাইছিলো তাইৰ কথা শুনি। নিজে মাৰাত্মক ভুল কৰিলো বুলি নহয়—মই ভয় খাইছিলো প্ৰতিভাৰ দৰে আঁকৰী ছোৱালী জনীয়ে মোৰ অন্তৰৰ এই দিশটো দেখা পোৱা বাবেহে। বাৰে বাৰে মই অফুট স্বৰৰে নিজকে প্ৰশ্ন কৰিলো—দেৱজিতে তেন্তে মোৰ অন্তৰৰ এই গোপন দিশটোৰ বতৰা পাইছে?

তেওঁ মোক জানো ক্ষমা কৰিব?

* * *

বুলবা—কিমান ঘণ্টা মই শোৱা নাই মই নাজানো। টোপনিয়ে চকু টানি ধৰিছে। সময়ৰ অভাবত মই শুব নোৱাৰো খন্তেকো। সময় শেষ হৈ আহিছে। যি কথা লিখিম বুলি বহিছিলো সেই কথা

লিখা হোৱাই নাই। সময়তকৈ যে অমূল্য আন একো নাই আজি এই মুহূৰ্ত্তত মই উপলব্ধি কৰিছো।

আমাৰ মাজলৈ অহা গৌৰাঙ্গৰ উদাৰতা আৰু কোমলতাৰ বিষয়ে মই তোমাক কৈ বুজাব নোৱাৰিম। ভাৱৰ ফালি ৰ'দ কাচলিলৈ আমাৰ ঘৰখন তেওঁ উলিযাই আনিলে। দেউতাক দিবলৈ বেযা পায অংশুমৰ নামত প্ৰায দহ হাজাৰ মান টকাৰ এখন দোকান খুলি দিলে। ঘৰটো নতুনকৈ সজালে। প্ৰতিভাৰ বিযাৰ পাচৰ পৰা আমাৰ ঘৰৰ চেহেৰা পৰিৱৰ্ত্তন হল। লগতে মাৰ স্বভাবো পৰিবৰ্ত্তন হল। দিনে নিশাই সমান ভাবে বকি জকি খকা মানুহজনীৰ মাত এবাৰ শুনিবলৈ তপ্রস্যা কৰিবলগীযা অৱস্থা। মাছ কণী গাখীৰ ফল মূল আদি সকলো সুখাদ্য বৰ্জ্জন কৰিলে। নোহোবা দিনত এইবোৰ বস্তু 'দেখিবলৈ নাই' বুলি বকিছিল। হঠাৎ যে মাৰ কি হৈ গল? কেৱল চৌবিশ ঘটা বিছনাখনতে পৰি থাকে। মনোহৰ বৰপিতাযে এদিন মোক কলে—'মাৰক মন-কাণ দি থাকিবি।' কথা শুনি অবাক হৈ মই বৰপিতাইৰ মুখলৈ চাই থকাত বৰপিতাযে কলে—'বেমাৰ আজাৰ হৈছে বুলি কোৱা নাই। মোৰ মনটোৱে দেখোন কিবা খনহে কয।'

সেইদিনা পাচবেলা মাযে মোক কলে সদায সদায দেউতাৰক মাছ মঙহ, কল, কমলাবোৰ আনি থাকিবলৈ মানা কৰিবি। এইবোৰ দেখিলে মোৰ মূৰত ধৰে। তন্দ্ৰাজনীযে শেষ সমযত মাছৰ জোলেৰে ভাত খাবৰ মন গৈছিল বুলি কৈছিল। আগদিনা কমলা টেঙা এটা খুজিছিল।

'এদিন নিশা ভাত খাই থাকোঁতে দেউতাৰ বমি বমি ভাব হোৱাত বাহিৰলৈ উঠি আহিল। বমিও কৰিলে। শেষ নিশাৰ পৰা বেচি অসুস্থ হৈ আহিল। তাৰ পাচত জ্বৰ, বিষ, কাহ কি কি এসোপামান আহি দেউতাক বিছনাৰ-পৰা উঠিব নোৱাৰা কৰি দিলে। ডাক্তৰ দৰৰ বেজি আদি চলি থকাৰ মাজেদিয়েই দেউতা ক্ৰমাত পৰি আহিল।

শেষলৈ ভ্ৰম হ'ল। অবৰ ভ্ৰম নহয়। অৰ তেতিয়া নাই। শৰীৰটোহে ভীষণ দুৰ্ব্বল হৈছিল। চকুৰ পতা আৰু ভৰি হাত ফুলিল।

দেউতাৰ খবৰ পায় গৌৰাঙ্গ প্ৰতিভা লৰি আহিল। প্ৰতিভাক দেখি দেউতাই মোক কলে—'মা-অ' আলহী আহিছে। বহিবলৈ দে। প্ৰতিভাক সুধিলে আপোনালোকে মোক চাবলৈ বুলি আহিলনে? চাবলৈ মোৰ কি হৈছে? মোৰতো তেনেকৈ একো হোৱা নাই। আহিল ভালেই হ'ল। এই গৰু খনক বুজাই কবচোন মোক খাবলৈ মন যোৱা বস্তু খাবলৈ নিদি মাৰি পেলাব এতিয়া। ৰুগীয়ে যি খাবলৈ মন কৰে তাকে খাবলৈ দিলেই ৰোগে লাজ পায় তলমূৰ কৰি আতৰি যাব।' গৌৰাঙ্গক কলে—'আপোনাৰ নামটো পাহৰিলো বাবে বেয়া নাপাব। ক'ৰবাত আপোনাক যেন দেখিছিলো! কিন্তু মনত পৰা নাই। আপুনি বাৰু নিৰ্ম্মল শৰ্ম্মাৰ পুতেক নহয়নে?'

দেউতাৰ কথা শুনি প্ৰতিভাই কান্দি দিলে 'দেউতাই কিয় এনেকৈ কৈছে' বুলি। দেউতাই প্ৰায়েই মোক কয় পৰিচালকে ভুল কৰিলে। মই চিনেমা থিয়েটাৰৰ পৰিচালকৰ কথা কোৱা নাই। যি জনে পৃথিৱী নামৰ ৰঙ্গমঞ্চত জীৱন নামৰ নাটখন আদম ইভৰ দিনৰ পৰা আজিলৈকে পৰিচালনা কৰি আৰু অনন্ত দিনলৈকে কৰি থাকিব, সেই পৰিচালক জনৰ কথা কৈছো। তোৰ ভাগত পৰিল মোৰ কন্যা সন্তানৰ পাৰ্টটো। প্ৰকৃততে তই মোৰ মা—মোৰ আই। মোৰ আইৰ বাবে মই একো থৈ যাব নোৱাৰিলো। নাৰিকল গছজোপাৰ এহাত মান নিলগত যিটো তুঁলসী পুলি আছে ঠিক তাৰ তলতে মই তোলৈ বস্তু এটা থৈছো। মাৰক নেদেখুৱাবি। তই তাৰ উচিত মূল্য বুজিবি বুলিয়েই মোৰ আশা।' অলপ বৈ হুমুনীয়াহ পেলাই কয় 'কিয় যে মই এই বিহৰ সংসাৰখন কৰিছিলো।'

কেতিয়াবা হয়তো দেউতাই অনুতাপৰ দগ্ধ স্বৰবে কয়—'মই সংসাৰ কৰাটোৱেই মই কৰা প্ৰধান ভুল আছিল। তই হঠাৎ বিয়াখন ভাঙি দিয়াত আনন্দ পাইছিলো। অদ্ভুত আনন্দ। তইঁতৰ মাৰৰ সুখ দেখিয়েই মই তৃপ্ত মানুহ জনীয়ে সুখ আহোতে সুখ গ্ৰহণ কৰিব

নাজানিলে। সুখ ভোগ আতৰি গলত বিচাৰি ব্যাকুল হল। মোৰ লগত 'নাই নাই' বুলি, কাপুৰুষ বুলি কাজিয়া কৰিলে'।

দেউতাই সেই সময়ত ভ্ৰম বকিছিল যদিও মাজে মাজে এনে কিছুমান কথা কয় যিবোৰ কথা ভ্ৰম বকিছে বা মিছাকৈ কৈছে বুলি ভাবিবলৈ টান লাগে।

এদিন হঠাতে দেউতাৰ পছু মঙহ খাবৰ মন গল। পহ বিচাৰি গৌৰাঙ্গ অ'লৈ ত'লৈ দৌৰা-দৌৰি কৰিলে। গৌৰাঙ্গ অনবৰতে দেউতাৰ লগতে লাগি থাকে। সেই সময়ত তেওঁক দেখি মোৰ এনে লাগে তেওঁ যেন দেউতাৰ বৰ পুত্ৰহে। পছু বিচাৰি নাপায় ছাগলী মঙহকে কিনি আনি দেউতাক পছু মঙহ বুলি কলে। প্ৰতিভাক কলে—"এনেকৈ একেটা কথাতে লাগি আছে যেতিয়া নিদিওতো নোৱাৰি। কোমল চাই ছুডোখৰ মান দিবা। দিব নালাগিছিল এইবোৰ খাবলৈ। কিন্তু কি কৰিবা।"

সেইদিনা দেউতাৰ অৱস্থা বহুতখিনি যেন ভাললৈ আহিল। দেউতা বেৰত আউজি বিছনাতে বহিল। মোক ভিতৰৰ পৰা মতাই আনি কলে—'মা তই ৰান্ধিবি। মাৰে মোৰ খোৱা বস্তুত বিহ মিহলাই দিযে। মোৰনো আৰু কি হৈছে? সেইদিনা ভাতৰ পাতত বহিয়েই মই গম পাইছিলো।'

দেউতাই ভ্ৰম বকি যি কৈছে কোনেও সচা বুলি নাভাবে। মাযে কিন্তু এনে কথাবোৰ ভ্ৰমত কোৱা বুলি কোনো মতেই মানি নলয। দেউতাৰ কথা শুনি মাযে কৰ্কশ সুৰৰে কলে—'ও দিম। নিদিম কিয়? ওৰে জীৱন মোক বিহ দিযাৰ মই পোতক তুলিম।' তাৰ পাচত মোক উদ্দেশ্য কৰি কলে—"তই এজনীযেও তাকেই সচা বুলি ভাবিছ' অলপ বৈ আকৌ কলে—"ভয় নাই, বাপেৰ নমৰে।' এইবাৰ মই মনে মনে থাকিব নোৱাৰি কলো—'অসুস্থ মানুহজনক এইবোৰ কি কৈছ। তাতে ঘৰত গৌৰাঙ্গ আছে। অলপ নম্ৰ ভাবে কথা নহলে আমি তেওঁকহে অসন্মান কৰা হব। আৰু হাজাৰ হলেও স্বামী দেৱতা। ভুল কৰক—' মোৰ কথা শেষ হবলৈ নাপালে—মা গৰ্জ্জি উঠিল। 'তই স্বামী দেৱতাৰ

প্ৰথমে দয়া স্নেহ লৈ নিজৰ জীৱন ধন্য কৰ। তাৰ পাচত স্বামীক কিয় দেৱতা বোলে তাৰ বিষয়ে প্ৰবন্ধ লিখিবি। লেক্‌চাৰ দিবি। তই ভাবিছ নেকি তোক কোনোবাই নিব বুলি। এনেয়ে বদ্‌নামৰ ফুল পিন্ধি জকমকাই আছ। তই ভাবিছ নেকি বাপেৰ মৰিলে তোক মই ইযাত থাকিবলৈ দিম বুলি।'

মাৰ কথা শুনি মই লাজত মৰি যাম যেন হৈছিলো। ততাতৈয়াকৈ মাৰ ওচৰৰ পৰা আতৰি আহি মন কৰিলোহি গৌৰাঙ্গ ক'ত আছে আৰু তেওঁৰ কাণত মাৰ কথা পৰিলনেকি।' দেউতাৰ মুখলৈ মন কৰিছিলো, কেনে যেন হৈ গৈছিল দেউতা।

সেই নিশা দেউতাই আগ্ৰহেৰে ভাত খাবলৈ ললে। যেন দেউতাই বহুত দিন খোৱা বস্তু দেখাই নাই। কিন্তু এগৰাহ ভাত মুখৰ ওচৰলৈ নি আকৌ কাঁহিত নমাই থলে। তাৰ পাচত ভাতৰ কাঁহিখন ঠেলা মাৰি দি কলে—'তইঁতি ভাবিছিলি মই ধৰিব নোৱাৰিম। তইঁতে মিলি মোক পহু মঙহ বুলি কাউৰী মঙহ খুৱাব খুজিছিলি।' কাউৰী মঙহ নহয় বুলি আমি সকলোৱে শপত খালো। অনুনয় কৰি ভাত খাবলৈ ভৰিত পৰাদি পৰিলো। তথাপি দেউতাই আমাৰ কথা নুশুনিলে। গৌৰাঙ্গই নিজ হাতে খুৱাই দিবলৈ কিমান চেষ্টা কৰিলে একোৱে কাম নিদিলে। দেউতাই ঘনে ঘনে মাথোন এবাৰ কথাই কলে "জীৱনত বহুত খালো। সেইবুলি কাউৰীৰ মঙহ কোনোদিন খোৱা নাছিলো।" সেই সাজ আন আহাৰো দেউতাই গ্ৰহণ নকৰিলে। গৌৰাঙ্গই 'গাখীৰ অকণকে খাওঁক' বুলি লাগি থকা দেখি এনে লাগিছিল যেন দেউতাক কিবা এটা খুৱাব নোৱাৰিলে তেওঁক কোনোবাই ফাঁচিহে দিব। বিৰক্ত হৈ দেউতাই কলে—'ওচৰতে ক'ৰবাত থৈ দিয়ক। আৰু আপুনি শুই থাকক গৈ। এতিয়া জানো নিশা নহয়।' তাৰ পাচত মোক কলে—'তই গীতাখন পঢ়চোন।' কোঠাত তেতিয়া মাথোন গৌৰাঙ্গ আছে। মই গীতাখন উলিযাই লৈ পাতবোৰ লুটিযাই বগৰাই বহি থাকিলো। ভনী জোঁৱাইৰ আগত সুৰ লগাই গীতা পঢ়িবলৈ জিভাকে লৰিব নোখোজে। একেটা কোঠাতে গৌৰাঙ্গৰ লগত মই

থাকিবলগীয়া হলে সদায় এনেভাবে তেওঁৰ পিঠি কালে থাকো যে তেওঁ মোক চাওঁ বুলি নাচালে নেদেখে। তেওঁ তেনেকৈ নাচায়ো। মই কিয় গীতাখন নপঢ়াকৈ বৈ আছিলো তেওঁ বুজিছিল। সেয়ে তেওঁ কোঠাৰ পৰা আতৰি গৈছিল।

গীতা পঢ়ি থকাৰ মাজতে দেউতাৰ কেকনি শুনিলো। কিতাপখন জপাই থৈ দেউতাৰ ওচৰলৈ গৈ সুধিলো—'কি হল দেউতা ?'

'বৰ জাৰ লাগিছে মা।' 'মই কম্বল এখন আনি দিওঁ বুলি যাব খোজাত দেউতাই কলে—'লেপ কম্বল এইবোৰ নানিবি।' আমাৰ যেতিয়া লেপ্ কম্বল লোৱাৰ সমৰ্থ নাছিল, সেই সময়ত তই ফটা কম্বলৰ ওপৰত থৈলা জাপি দিছিলি। এতিয়াও থৈলা দুটামানকে জাপি দেহি। 'দেউতা.' ভয়তে দেউতাৰ মুখলৈ চাই মাত দিলো। নিৰব নিশা। ঘৰৰ সকলো টোপনিত। 'মই নমৰো।' দেউতাই কলে। মোৰতো তেনে একো হোৱা নাই। ডাক্তৰেও ভাল হব বুলি কৈছে। গৌৰাঙ্গযে ইমানবোৰ টকা ভাঙিছে ভাল নহম কিয় ?

দেউতাৰ কথা মিছা হল। ডাক্তৰৰ শাস্ত্ৰ, গৌৰাঙ্গৰ টকা, মোৰ সেৱা একোৱে দেউতাক ধৰি ৰাখিব নোৱাৰিলে। ইযাৰ তিনি সপ্তাহৰ পাচত এনিশা মাযে বিছনাৰ পৰা উঠি আহি পাকঘৰৰ চ'তিত ওলমি জীৱনৰ ওপৰত প্ৰতিশোধ ললে। পাচ দিনা পুৱা মাৰ ওলমি থকা দেহটোত প্ৰথম চকু পৰে মোৰ।

মা দেউতাৰ শ্ৰাদ্ধত ছন্দ বাইদেউকে আদি কৰি সকলো গোট খালে। মা দেউতাৰ বাবে সকলোৱে অলপ অলপ দুখ প্ৰকাশ কৰি বিশেষ দুখ প্ৰকাশ কৰিল মোৰ বাবেহে। সকলোৱে একেটা কথাকে চিন্তা কৰি কলে 'ছোৱালীজনীৰ কপালত কি আছে কোনে জানে। এইখন ঘৰত বুঢ়া চাকৰটোৰ লগত থাকে কেনেকৈ ? ভায়েক কেইটাও সৰু হৈ থাকিল।'

এই কথা মোৰ কাণত পৰাত মই বৰ পিতাইক কলো—'মই ইযাতেই থাকিম।' বৰপিতায়ে প্ৰতিবাদ কৰি কলে—'কোনদিন যাওঁ মোৰ নিজৰে বিশ্বাস নাই। দেউতাৰ গ'ল যেতিয়া মোৰো সময় হল।

তোক চোৱাৰ দায়িত্ব মই লব নোৱাৰো। যি দুদিন থাকো অলপ নিচিন্তৰে থাকিবলৈ দে। তই বায়েৰৰ লগতে ?"

"এহো।"

'কিয় ?"

'বাইদেউৱে কৈছে—পাচত মস্কিল হব। মানে বিয়াৰ সময়ত। তেওঁ মোৰ বাবে ক'ত জাত কুল মিলা অসমীয়া ল'ৰা বিচাৰি ফুৰিব। অসমীয়া সমাজৰ লগত তেওঁৰ কোনো সম্বন্ধ নাই।'

'ঠিকেই কৈছে। যোৰহাটৰ খুড়াৰৰ '

'তুমি হবপায় নিকুম প্ৰতিভাৰ গাৰ দাগবোৰৰ কথা পাহৰিলা ? নিজৰ দেহটোত দুখ পোৱালৈ আৰু চোৰ বদ্‌নাম পাবলৈ মোৰ বৰ ভয় লাগে। জীৱনত দেউতাই চৰ এটাও মৰা নাছিল। মায়ে পগলাজক উঠাত এদিন খুব মাৰিছিল। অৱশ্যে মাৰ শাও প্ৰতিদিনেই খাইছিলো।

বুলবা কথাত কথা ওলাল যেতিয়া প্ৰতিভাহঁতৰ গাত দাগ লগাৰ বিষয়ে কবলগীয়া হল।

খুড়াৰ জেপৰ পৰা টকা পঞ্চাশটা হেৰোৱাত খুড়ীয়ে দৃঢ় স্বৰে কলে—'এইবোৰ ইহঁতৰ মাকৰ শিক্ষা। নিকুমেই টকা চুৰ কৰিছে। তাৰ বাদে ইযাত টকা চুৰি কৰিব কোনে ? হহঁতৰ প্ৰত্যেকটো ল'ৰা ছোৱালীযেই একোটাইত পকা চোৰ।' প্ৰথমতে খুড়াই বিশ্বাস কৰা নাছিল। পাচত খুড়ীয়ে নিকুমে চুৰ কৰাৰ কথা, চাউল চুৰ কৰাৰ কথা খুড়াৰ মনত পেলাই দিলে। খুড়াৰ তেতিয়া বিশ্বাস হল। (নোহোৱা দিনত অঞ্জুমে চুৰ কৰাৰ কথা দেউতাই খুড়াহতক কৈছিল।) 'ভাললৈ চাওঁতে কাল হলি' বুলি খুড়াই নিকুমক পঢ়ি থকাৰ পৰা চোচোৰাই চোতাললৈ উলিযাই আনিলে। কি হল সি একো বুজিবই নোৱাৰিলে। খুডাযে তাৰ সৰু দেহটাত ভৰা পিতন দিলে। প্ৰতিভায়ে তাক খুড়াৰ হাতৰ পৰা এৰুৱাবলৈ যোৱাত তাইকো পিঠিত দুচাত মান মাৰি জোৰেৰে গটা মাৰি পঠালে। মাৰৰ কোবত নিকুম চোতালতে অজ্ঞান হৈ পৰিল। খুড়াৰ গটাত ওচৰতে থকা ইটা এদমৰ ওপৰত প্ৰতিভা উপৰি পৰাত তাইৰো অৱস্থা তথৈবচ্।

প্ৰতিভাক খুড়াৰ ঘৰৰ কামকৰা ছোৱালী জনীয়ে কৈছিল -"মই ঠাই সাৰি থকাৰ পৰা নিজ চকুৰে দেখিছো—খুড়ীয়ে জেপৰ পৰা টকা উলিয়াই নি বাকচত ভৰাই থোৱা। ভাইটিটোক মাৰ খুৱাই খেদিবলৈকে এই কাম কৰিছে।" তাৰ মানে খুড়াই নিকুমক মৰম কৰা আৰু পঢ়ুৱাব খোজা কথা খুড়ীৰ সহ্য নহল।

পাচদিনা পুৱা দহ বজাত তাহাঁত দুটা আহি ঘৰ ওলালহি। গাড়ী ভাড়াৰ টকা কেইটা বোলে প্ৰতিভাৰ গালৈ দলিমাৰি দি খুড়াই কৈছিল 'কাকো মৰম কৰিব নাপায। য'ত মৰ মৰগৈ। ভাল হওঁক বুলি চপাই বুটলি লৈছিলো। জহন্নামে যোৱা ল'ৰা-ছোৱালী জহন্নামে যাবি আৰু কি?'

বুলবা—তুমিযেই কোৱাচোন বাৰু এই ঘৰ মানুহৰ ঘৰত থকাৰ কথা মই কেনেকৈ ভাবো। আকৌ যদি কিবা চুৰি হয়? খুৰীৰ অলঙ্কাৰ পাতি হেৰায যদি?" মোৰ কথা শুনি বৰ পিতায়ে দীঘল নিশ্বাস এৰি কলে—'এৰা তাত কেনেকৈ থাকিবি? জীনামাহীযেৰৰ তালৈকে—'

'তেওঁ দুখীযা মানুহক মানুহ জ্ঞান নকৰা—তেওঁৰ দাম্ভিক স্বভাৱ মোৰ সহ্য নহয়।'

'সেইটোও অৱশ্যে হয়। কাৰোবাৰ প্ৰতি অন্যায কৰা দেখিলে তই মুখপাতি ধৰিবিয়েই আৰু তাৰ পৰাই কুৰুক্ষেত্ৰ ৰণৰ সৃষ্টি হব। তই আহি আকৌ এই ডোখৰ ওলাবিহি। ইন্দ্ৰজিৎ খুড়াৰৰ -?'

'ওহো। বিশ্ব খুড়াই কৈছে মোক তাত তেওঁ মৰিলেও থাকিবলৈ নিদিযে। খুড়াইঁত বাইদেউক যোলঅনা স্বাধীনতা দিযা বাবেহে বাইদেউৱে এনে কৰিলে।'

'সচা কথা। প্ৰতিভাৰ তাতে তই ভাল পাবি।'

'বৰপিতাই তুমিও ভাল আৰু। প্ৰতিভাৰ বিয়াখন যে হঠাৎ ঘটা ঘটনাহে তুমি পাহৰিলাইনে—?

'এৰা তই তাত সহজ ভাবে থাকিবি কেনেকৈ? পেহীযেৰৰ তালৈকে—?'

বৰপিতাইৰ কথাৰ একো উত্তৰ নিদি মই মনে মনে থাকিলো। বৰপিতায়ে কলে—তেন্তিয়া হলে এইটোৱেই ঠিক হল।'

'তালৈ যাবলৈ ভয় লাগে।' মই কলো। বৰপিতায়ে কলে—'তইঁতি তাইক নুবুজিলি। তাই তইঁতক নিজৰ গাৰ মঙহ এডোখৰ যেন দেখে। মুখখন অৱশ্যে অলপ টান। আমাক মুখখন কেৰৈ। অন্তৰখনহে লাগে। এসময়ত তাই তোক বকাবকি কৰিছিল—তাৰ গুৰিত আছিল তোৰ মাৰৰ ষড়যন্ত্ৰহে।'

এইবাৰো মই মনে মনে থাকিলো। মই মোৰ মনৰ কথা বুজাব নোৱাৰো। বুজামে এটা হয়তো বুজিব এটা। সুদৰ্শন পেহাৰ সৌন্দৰ্য্যাযে মোৰ সৌন্দৰ্য্য পিপাসিত প্ৰাণত বিজুলী সঞ্চাৰ তোলে। ই অৱশ্যে প্ৰেম নহয়। দৈহিক ক্ষুধাও নহয়। মাথোন মোৰ পিপাসিত প্ৰাণৰ পিপাসা প্ৰবল হয়। ই আসক্তি। ভালপোৱা নহয়। আকৰ্ষণহে। এই আকৰ্ষণলৈ মোৰ বৰ ভয় হয়। মন আকৰ্ষণ কৰা বস্তু যিয়েই কি নহওঁক মানুহে পাবলৈ বিচাৰে। ফুলে মানুহৰ মন আকৰ্ষণ কৰে। সেয়ে মানুহে ফুল চিঙি হাতত লয়। ধুনীয়া শিশুৱেও কোনো কোনো মানুহৰ মন আকৰ্ষণ কৰে। সেয়ে ধুনীয়া শিশুক আদৰ কৰে। মোকো যদি পেহাৰ সৌন্দৰ্য্যই আকৰ্ষণ কৰি টানে? পুৰুষ আৰু নাৰীৰ সম্বন্ধ আগৰ দিনতহে যে 'জুই আৰু ঘিউ' আছিল সি নহয়। এই আধুনিক কালতো সেই একেই সম্বন্ধ। মই ভাবো এই আকৰ্ষণৰ পৰা আতৰি থকাই ভাল।

মোক মনে মনে থকা দেখি, বৰপিতাই যেন নিচিন্ত হল। নিশ্বাস পেলাই কলে—'তেন্তে পেহীয়েৰৰ তালৈকে যোৱাটো ঠিক হল?'

'নাই হোৱা।' মই কলো। মোৰ কথা শুনি বৰপিতাই যেন এইবাৰ বিৰক্ত হ'ল, তেওঁ কলে—'জানো—তই কি কৰো বুলি ভাবিছ। এই সময়ত দেবু পোনাটোৱেই যদি ওলালহিহেঁতেন।। সি বোধহয় খবৰেই পোৱা নাই। তইঁতি তালৈ জানো খবৰ দিছিলি?'

'তেওঁক আমি একো খবৰ দিয়া নাই বৰপিতাই। তেওঁ আমাৰ পৰা আতৰিছে। চিঠিপত্ৰৰে সম্বন্ধ ৰখাটো নিবিচাৰে।' মই কলো।

অৱশেষত মই জীনামাহীৰ লগত যোৱা ঠিক হল। বাইদেউৱে 'আৰু ছুটী নাই' বুলি যাবলৈ ওলোৱা শুনি, সেই নিশা সকলোৱে মিলি মোৰ সমস্যালৈ মিটিং পাতিলে। এই মিটিঙত কোনোবাই মই জীনামাহীৰ লগত থকাটোৱেই ভাল হব বুলি প্রস্তাৱ কৰিলে। বাইদেউৱে সেই প্রস্তাৱ উৎসাহ আৰু আনন্দৰে সমৰ্থন কৰিলে।

ফুলবা—তুমি বাইদেউৰ ভয়ৰ উৎস কি নিশ্চয় নাই বুজা। ভিন-দেউৱে প্রায়েই বাইদেউক কৈছিল—'তোমাতকৈ স্বপ্ন বেচি ধুনীয়া। বৰ মৰম লগা। বৰ মিঠা। বাৰে বাৰে ভিনদেউৱে বাইদেউক কৈছিল—'স্বপ্নক তুমি তোমাৰ লগত লৈ লোৱা' বুলি।

মোৰ সমস্যা লৈ পতা মিটিং খন ভগাৰ পাচত বাৰে বাৰে প্ৰেহীয়ে আনে মুশুনাকৈ কৈছিল—'বল দেহা মোৰ চকুৰ আগত থাকিবি। নহলে মই নিচিন্ত হৈ থাকিব নোৱাৰিম।'

প্রতিভায়েতো দুদিন আগৰ পৰা মনে মনে জোক লগাদি মোক লাগি আছে। মই বোলে তাত নিজৰ ঘৰত থকাদি থাকিব পাৰিম। গৌৰাঙ্গ অলপ আন ধৰণৰ মানুহ—কিছুমান কথাত তেওঁ কাণ মন নিদিয়ে, আৰু কিছুমানত চকু মুদি থাকিবও নোৱাৰে। সঁচাকৈয়ে তেওঁক ভাল মানুহ বুলি কব পাৰি।' প্রতিভাই গৌৰাঙ্গ কেনে মোক বুজাবলৈ চেষ্টা কৰাত পেটে পেটে মোৰ হাঁহি উঠিছিল। কিন্তু গহীন ভাবেই কলো—'প্রতিভা মানুহ চিনিবলৈ মোক শিকাব নালাগে। দেউতাই পৰম ভাগ্য বলতে এনে জোঁৱাই পাইছিল। নিজৰ পুতেকেও বাপেকৰ বাবে ইমানখিনি নকৰে। তেওঁ যি কৰিলে তাক পাহৰিব পৰা নাযায়। কিন্তু প্রতিভা তই আৰু মোক অনুৰোধ নকৰিবি।'

'মোৰ ঘৰত থকাত কিয় তোমাৰ ইমান আপত্তি নুবুজো।' প্রতিভাই কলে।

'সঁচাই তই আকঁৰী। নুবুজাই ভাল। তোৰ দৰে ময়ো যদি একো নুবুজিলোহেঁতেন!!' মই কলো। মোৰ কথা শুনি প্রতিভাৰ বিস্ময় ভাব আৰু এক কাঠি বাঢ়িল। অবাক চাৱনিৰে মোৰ মুখলৈ চাই থাকি কলে—'একো নুবুজো মানে—? মই তোমাকহে বুজিব নোৱাৰো।'

বুলৰা—বিয়াৰ পাচত প্ৰথম গৌৰাঙ্গ আৰু প্ৰতিভা আমাৰ ঘৰলৈ অহা কথা মনত পৰিছে। সেই সময়ৰ দৃশ্য মোৰ চকুত ভাহি উঠিছে। তাহাঁতি আহিব বুলি পুৱাৰ পৰা মই সাৱধান হৈ আছিলোঁ। গৌৰাঙ্গৰ লগত যাতে দেখা দেখি নহয়। এই মানুহজনৰ সমুখত কেনেকৈ ওলাম। কেনেকৈ তেওঁক মাতিম—মই ভাবি পোৱা নাছিলো। এই কথা মোৰ মহা সমস্যা হৈ পৰিছিল। আনহাতে নামাতিলে বা নোলালেও ভাল নেদেখাব।

কিন্তু শেষত কি হল শুনা। ঘৰৰ ভিতৰেদি গৰু এজনী বাৰীলৈ সোমাই আহিছিল। মই খৰি এদাল লৈ গৰুজনী খেদি লৈ যাওঁ। মই পদূলি পাওঁতে ঘপহকৈ ' ' গাড়ী এখন ৰলহি। গাড়ীৰ ভিতৰত প্ৰতিভাহঁতক দেখি এচাৰি দাল তৎক্ষণাত পেলাই দিলো। 'সহজ হবলৈ চেষ্টা কৰি পিঠিত পৰি থকা চাদৰৰ আচলটো আগফালে টানি আনিলো। সেই সময়ত মই যে বৰ পুতৌ লগা চেহেৰাৰ হৈ পৰিছিলো সেই কথা মই নিজে উপলব্ধি কৰিছিলো। লৰি গৌৰাঙ্গৰ চকুৰ আগৰ পৰা আতৰি যাম যেন। কিন্তু তেনে কৰিবতো নোৱাৰি। বিবুদ্ধি হোৱাদি হৈ মই অকঁৰা হাঁহি এটা মাৰি প্ৰতিভাক কলো—"আহ প্ৰতিভা।' ইতিমধ্যে তাই আহি 'আভাবা' বুলি মোৰ হাতখন খামোচ মাৰি ধৰিছিলহি। তাহাঁতৰ লগত আৰু এজন দৃঢ় গাৰ গঠনৰ সুদৰ্শন যুৱক আহিছিল। তেৱেঁই গাড়ী চলাই আহিছিল। তেওঁক দেখি ড্ৰাইভাৰ যেন ভাব নহল। গাড়ীৰ পৰা সকলোতকে শেষত নামি অহা জয়ন্তক চিনাকী কৰি দি প্ৰতিভাই কলে—'আমাৰ ভাগিন জয়ন্ত, বৰ ভাল ল'ৰা। কৰ্ম্মঠ লক্ষ্মী পুৰুষ।' মই তেওঁক নমস্কাৰ জনাই তেওঁৰ মুখলৈ চালো। তেওঁ লাজ লাজ ভাবেৰে প্ৰতিনমস্কাৰ জনাই অকণমান মাথোন হাঁহিলে।

মোৰ সেই সময়ত ভাব হৈছিল গৌৰাঙ্গই যেন মোৰ মুখলৈ চাই আছে। সেই ভাবি মই গৌৰাঙ্গলৈ চাই দেখো হয় তেওঁ মোৰ মুখলৈকে চাই আছিল। চকুৱে চকুৱে পৰাত নম্ৰভাবে হাঁহি তলমুখ কৰিলে।

প্ৰতিভায়ে গৌৰাঙ্গৰ কন্যা নাছিল। জোৰণৰ দিনা কন্যাই গোলমাল লগোৱাত হে প্ৰতিভাক কন্যা সজাই তেওঁলৈ সম্প্ৰদান কৰা হল। এই কথাত গৌৰাঙ্গই কৈছিল—'তুমিহে আচলতে মোৰ কন্যা আছিলা। সেয়েহে বাইদেউৱে তেনে কৰিলে। শুনিছো বাইদেউ বোলে ঘূৰি চাব লগীয়া হোৱা ধুনীয়া। এনে ধুনীয়া বুলি প্ৰথমেই মোৰ মনটো কোচ খাইছিল। ঈশ্বৰে যি কৰে ভাললৈকে কৰে। তুমি ঘূৰি চাব লগীয়া নহলেও এনেকুৱা খুব কম দেখা পোৱা যায়।

* * *

কালিলৈ পুৱা মই অনিশ্চিত দিনলৈ এই ঘৰৰ পৰা জীনামাহীৰ লগত ওলাই যাব লাগিব। কোনোবা দিনা এই ঘৰলৈ ঘূৰি আহিলেও সকলোকে দেখোহিনে নোদেখোহি বা। ঘূৰি আহিবলৈ পামনে নাপাম।। ইহঁতৰ জ্বৰ বেমাৰ হলে কোনে চাব? শুভাজনীয়ে ভাত চাহত লাগি থাকোঁতেই যাব। বস্তি বিজু ইহঁত দুজনীযেতো এদাল কুটা দুদাল নকৰে। এনেকৈ হলে শুভাৰ পঢ়া শুনাৰ ফালে আধ্যায পৰিব। দেৱজিতক হয়তো আৰু কাহানিও দেখা নাপাম। মই কেতিযাবা ইযালৈ আহিলেও সেই সময়ত তেওঁ বা ক'ত থাকিব। বৰ ভুলহে গল-- বৰদেউতাৰ পৰা তেওঁৰ ঠিকনাটো লম বুলি ভাবিও লোৱা নহল।

বুলবা তোমাক বোধহয় কোৱাই নাই প্ৰতিভাৰ বিয়াৰ দুদিনৰ পাচতে তেওঁ আগ্ৰালৈ গুচি গল। যোৱাৰ কথা আছিল সেই মাহৰ শেষলৈ কিন্তু হঠাৎ আগতেই গুচি গল। কেতিযানো দেৱজিতে এই কাম ঠিক কৰিছিল এই বিষয়ে মই একোৱেই গম পোৱা নাছিলো। প্ৰতিভাৰ বিযাৰ নিশাই শেষ দেখা। ইযাৰ পাচত নহা দেখি ভাবি-ছিলো মোৰ ওপৰত খং কৰিয়েই অহা নাই বুলি। পঞ্চম দিনা দেউতাকৰ মুখেহে তেওঁ গুচি যোৱা গম পাওঁ।

সময় উৰি গৈ আছে। পৃথিৱী শান্তিৰে শুই আছে। অত্ তত্

মাথোন কেইটামান কুকুৰ সাৰে আছে। মাজৰাতি মই বহি বহি মোৰ জীৱন নাটৰ কথাবোৰ লিপিবদ্ধ কৰিছো। সককালৰ কথাবোৰ গ্ৰামোফোনৰ ৰেকৰ্ডত শুনাৰ দৰে প্ৰাণত বজা শুনিবলৈ পাইছো। লগে লগে দৃশ্যপট্‌বোৰ জল জল পট্‌-পট্‌কৈ চকুৰ আগত ভাঁহি গৈছে।

সককালত দেৱজিত প্ৰায়েই নিশাও আমাৰ ঘৰত থাকে। তন্দ্ৰনয়না কেচুৱা। প্ৰতিভা সক। মযো সক। তন্দ্ৰা থাকে মাৰ বুকুত। প্ৰতিভা পেহীৰ লগত। মাৰ পিঠি ফালে থাকে দেৱজিত। মাৰ ওচৰত মই শুম বুলি কান্দিলে দেৱজিতে মোক ফুচুলাই কয়—মই আছো নহয় কিহৰ ভয়—? মই ধৰি আছো শো।' অলপ সময, তাৰ পাচত দেৱজিতে মোক ডিঙিত সাৱটি ধৰি থাকে। এনিশা ওচৰতে শিযালে হোৱা দিয়া শুনি মই ভয়তে দেৱজিতৰ ডিঙিত সাৱটি ধৰিছিলো। দেৱজিতে সাৰ পাই মোৰ ফালে ঘূৰি চাইছিল। মোক ভয়কৰা দেখি তেওঁ উঠি বহি মোক কলে—"তই মাজলৈ আহ। মই কিনাৰলৈ যাওঁ। তাৰ পাচত মোৰ ডিঙিত সাৱটি ধৰি কৈছিল—শিযালে মানুহ নাখায নহয।

বযসে গচকি আনি দিযা এই নিষ্ঠুৰ পৰিবৰ্ত্তনত তুমি মোক সেইদৰে সাৱটি ধৰিব নোৱাৰা। কিন্তু অন্ততঃ এযাৰ মাতেৰে দুৰ্দিনৰ দুৰ্ব্বহ জীৱনত মোক অভয দিব পাৰা। নোৱাৰা জানো—? কোন মুলোকত থকা দেৱজিতক উদ্দেশ্য কৰি মনতে মই কৈ গলো— এতিযাও তুমিয়েই মোৰ একমাত্ৰ নিৰ্ভয আৰু নিৰ্ভৰ স্থল। তুমিয়েই মোৰ সকলো আশা এই কথা তুমি জানো নাজানা? মই কি কৰিম তুমি যদি কৈ গলা-হেঁতেন।

যেতিয়া মই বিছনাৰ পৰা উঠি আহি পাচ বাৰান্দাত থিয় হওঁহি তেতিয়া ৰাতিপুৱাবলৈ বহুত সময বাকী। বাৰান্দাৰ খুটা এটাত ধৰি থিয় হৈ মই দেৱজিতহঁতৰ ঘৰৰ ফালে চাই থাকিলো। মনতে ভাবিলো শুভাইত সোনকালে উঠিলেই ভাল হয়। মই মনতে ভাবি গলো তাই বন্ধা বঢাৰ বিষয়ে একোৱেই নাজানে। ভাল হওঁক বুলি আজ্ঞা

ভজ্জাত মিঠাতেল সৰহকৈ দিয়ে। জলকীয়া মছলা নিদিয়াকৈ তাই আলু এচকলো নাভাজে। বিহ মিহলোৱা তেল খিউখন খুৱাই তাই এইদৰে হলে সকলোকে বেমাৰী কৰিব। এইবোৰ তাইক বুজাই কব লাগিব। অশুমটো নিচেই সৰু হৈ থাকিল। ঘৰ সংসাৰ চম্ভলাৰ ভাৰ এই বয়সতেই তাৰ মূৰত পৰিল। বেচেৰা-সি কি জানে ঘৰ সংসাৰৰ! তাক বুজাই কব লাগিব টকা পইছা যাতে চাই চিন্তি খৰছ কৰে। লোকে পাতি দিয়া দোকানখন যাতে ভাগি নাযায়। নিকুমটোৱে কথাই কথাই নিভালৈ হাত দাঙে। তাৰ এইটো বৰ বেয়া স্বভাৱ। বেচেৰী অকণমান ছোৱালীজনী। নিভাৰ বাবে মোৰ হৃদয় মোচড দি উঠিল। মই যামগৈ বুলি কালিৰে পৰা তাই লুকাই লুকাই কান্দি ফুৰিছে। কাক কি কব লাগিব—কাক কি বুজাব লাগিব মনতে জুকিয়াই থৈ তাৰ পাচত চিন্তা কৰিলো দেউতাই মোলৈ কিবা এটা থৈ যোৱা কথাষাৰ সচানে বাৰু?

অলপ অলপ পোহৰ হোৱাত মই পুখুৰীপাৰৰ নাৰিকল গছজোপাৰ ওচৰ পালোগৈ। দেউতাই কোৱামতে তুলসী পুলিটো তুলি মাটি খানি চালো। সেই সময়ত দেউতাই কোৱা কথা কোনটো সচা কোনটো মিছা নাজানি ইমান দিন খানি চোৱা নাছিলো। এহাত মান খনাৰ পাচত মই সেই ঠাইৰ পৰা ৰাধা-কৃষ্ণৰ সোণৰ যুগল মূৰ্ত্তি এটি বাহিৰ কৰিলো। এই মূৰ্ত্তিটো দেউতাহঁতৰ পূৰ্ব্বপুৰুষৰ সম্পত্তি। তুসেৰ ওজনৰ সোণ আছে ইযাত। ভাই ককাযে যেতিয়া সম্পত্তি ভগাই লৈছিল তেতিযা এই সোণৰ মূৰ্ত্তিটোৰ কোনেও ভাগ নিবিচাৰিলে।

পুৱা নৈত জোবোৰা এটা মাৰি আহি দেউতাই এই মূৰ্ত্তিটিৰ কাষত ধূপ ধুনা লগাই পূজা সেৱা কৰিহে জল গ্ৰহণ কৰিছিল। ভক্তিসহ দেউতাই পূৰ্ব্বপুৰুষৰ নিয়ম আৰু কৰ্ত্তব্য কৰি আহিছিল। ভায়েকহঁতে এইবোৰ মানি চলিবলৈ টান পায। বান-পানীয়ে আমাৰ ঘৰ ভাঙোতে থাপনাৰ পৰা নামি আহি এই মূৰ্ত্তিটো মাৰ বাকচত সোমাইছিল। এনিশা মায়ে সপোনত দেখিলে মূৰ্ত্তিটোৱে পাবে মানে মাক শাও দিছে। এই বাবে মায়ে মূৰ্ত্তিটো কোনোবা পৱিত্ৰ স্থানত (দল সত্ৰ

আদিত ) দি থৈ আহিবলৈ দেউতাক টানি ধৰিলে। দেউতায়ে পাক-ঘৰতে থাপনা পাতি থোৱাৰ কথা কোৱাত মায়ে কৈছিল—'কোনো-বাই চুৰ কৰি নিব।' দেউতাই দৃঢ় কণ্ঠেৰে কৈছিল –'কাৰ সাধ্য আছে, তেওঁলৈ হাত আগবঢ়াবলৈ। তুমি মুকলি চোতালত থৈ চাব পাবা।' মা কোনোমতেই মান্তি নোহোৱাত দেউতাই সত্ৰত দিবলৈ যাওঁ বুলি যোৰহাটৰ খুড়াৰ ঘৰৰ পৰা ঘূৰি আহি এইদৰে মাটিৰ তলত মোলৈ লুকুৱাই থৈছিল।.

*　　　*　　　*

জীনামাহীৰ ঘৰত সোতা বাঢ়ণি হেতা-কেৰাহি এইবোৰৰ মাজত মোৰ ভবিষ্যতৰ সকলো কল্পনা-বাসনা হেৰাই গল। কাম কৰিবলৈ তেওঁলোকে যেন এটা যন্ত্ৰভৃত্যহে কিনি আনিলে। মেট্ৰিক দিম বুলি কিতাপ সোপা লৈ আহিছিলো—সেই সোপা বাকচত বন্দী কৰি থবলৈহে অনা হল।

বিপদ আৰু অশান্তি তেওঁলোকৰো ভালকৈয়ে হৈছিল। মই পাকঘৰত থাকিলে মাহী বৰঘৰত শান্তিৰে থাকিব নোৱাৰে। মই ৰন্ধা-বঢ়া কামত ব্যস্ত থাকোঁতে পাক মাৰি মাৰি মোক চাই যায়হি। নহলে জীযেকহঁতকে 'যাচোন তাইক চাই আহগৈচোন' বুলি পঠাই দিয়ে। ( মই হঠাৎ গৈ শুনিছিলো ) মই পাকঘৰত অকলে থাকিলে খোৱা বস্তু চুৰ কৰি খোৱাৰ ভয়। বৰ ঘৰত অকলে থাকিলেও ভয়। বস্তু চুৰ কৰাৰ ভয় নহয়। কোঠাত বহি কাম কৰি বা কিবা পঢ়ি থকা মহাৰ মন চুৰ কৰাৰ ভয়। দ্বিতীয় ভয় হঠাৎ পোনা আহিব পাৰে আৰু আহি মোক দেখেহিবা এই এটা ভয়। যোগী-সন্ন্যাসীৰ তপ ভঙা চেহেৰা বোলে মোৰ। মানুহৰ ঠুনুকা মন লৰিবলৈ কেইপৰ ?

এদিন সন্ধ্যা ঘৰলৈ চিঠি এখন লিখিবলৈ মহাৰ কোঠাৰ পৰা চিঞাহী অকণ আনিবলৈ গলো। পাচতে মাহীয়ে 'তোক ইয়াত কি লাগে' বুলি খেদা মাৰি গল। মহা সেই সময়ত কোঠাত নাছিল।

কোঠাত মহাক নেদেখি মাহীৰ সুৰ সপ্তমৰ পৰা তৎক্ষণাত তললৈ নামি আহিল। মাহীয়ে বন্ধ দুৱাৰ ফালে চাই কলে "মানুহ জনে ওলাই যাবৰ সময়ত মাত দি নাযায়। মাহীৰ মনোভাব মই বুজিছিলো যদিও, তেওঁৰ ব্যৱহাৰত মোৰ খং উঠা নাছিল। মনতো লগা নাছিল। মাথোন মুখ টিপি হাঁহিছিলো। মাহী ওলাই যোৱাৰ পাচত মুখত চাদৰৰ আচলত সোপা লৈ নিজৰ কোঠাত সোমাই পাৰোমানে হাঁহিছিলো।

মাজে সময়ে মাহীয়ে মোক কয়—'দৰা এটা চাওঁ আগৰ বাৰৰ দৰে কৰিলে কিন্তু ভাল নহব। কোনেও তোৰ দায়িত্ব নললে দেখিলি নহয়।' কেতিয়াবা কয—'তোকনো কোনে নিব ? তোৰ কথা নাজানে কোনে ? ৰূপটো চাই কোনোবাই নিলেহে নিয়া। যাচি দিলে গালি খাই মৰিব লাগিব।'

মাহীৰ কথাৰ মই কোনো উত্তৰ নিদিওঁ বা একো নকওঁ। শুনি খং বা বেজাৰো নালাগে।

আকৌ কিজানি মাহীয়ে হঠাতে কাৰোবাক ঠিক কৰে বুলি ভিতৰি ভিতৰি মোৰ ভয় হল। তেনে কৰিলে কি কৰিম মই ভাবি নাপাওঁ। অৱশেষত ভগৱানক মিনতি কৰি কওঁ—ভগৱান মোক বিয়া কৰাবলৈ কোনো যেন আগ নাবাঢে। তাৰ পাচত মোৰ কাষত থকা নিৰাকাৰ দেৱজিতক উদ্দেশ্য কৰি কওঁ—'মই মৰি গৈছো। পাৰা যদি মোৰ স্বভাৱ পৰা তুমি আতৰি যোৱা। মোৰ তেজত তুমি, হাড়ৰ মজ্জাত তুমি, ইযাৰ পাচত এই দেহটো অন্য এক পুৰুষে পোৱাতো মই ভাবিবই নোৱাৰো। মনটোতো তাহানিয়েই তোমাতে মিলি গল। মই ভিন্ন হৈ থাকিব নোৱাৰো যে।

দেৱজিতৰ মিঠা ব্যৱহাৰ, হাঁহি কথা, তেওঁৰ কণ্ঠ, তেওঁৰ দাঁত বাহু, তেওঁৰ হাতৰ ঠাৰি আঙুলি, বুকু, বুকুৰ নোম, চকু—চকুৰ নোম। এই সকলো এক এক কৰি মোৰ চকুত ভাঁহে। তেতিয়া মই তেওঁক উদ্দেশ্য কৰি কওঁ তোমাৰ বাবে কিবা এটা মাৰাত্মক আঘাত পালেহে মই শান্তি পাম। তোমাৰ বাবে মই কি কৰিম বাৰু ?

মাহীৰ ল'ৰা নাই। মাথোন ছোৱালী দুজনী। দুয়োজনী প্ৰায় একে গঢ়ৰে। চকু আৰু ভ্ৰূত নোম নাই। কপাল উঠা আৰু ওঁঠ পুৰঠ। ডাঙৰ জনী বগা। দাঁত দুপাৰীলৈ চাব পৰা নাযায়। দাঁতৰ আলু আৰু দাঁত ওলাই থাকে। (মুখ বন্ধ কৰি থাকিব নোৱাৰে) সৰুজনীক বগা বুলিব নোৱাৰি। ডাঙৰ জনী শকত। সৰুজনীৰ দেহাত চিকুটিবলৈও মঙহ অকণ নাই। এই ছোৱালী দুজনীক লৈ মাহীৰ কল্পনাৰ শেষ নাই। তাহাঁতৰ পঢ়া কোঠা, বহা কোঠা, কাপোৰ পিন্ধা, মুৰ আচোৰা কোঠা—উস্ বুলবা তোমাক কিমান কম। কথাটোৱে পতি কোঠাটো। এইবোৰ দেখি শুনি মোৰ চকুৰ আগত ভাহে আমাৰ পুৰণি ঘৰটো। একেটা কোঠাত আমি এবাহ ভাই-ভনী পেহী মা সকলোৱে পঢ়া-শোৱা সকলো কৰিছিলো।

শিৱানীহঁতে কাপোৰ সলাই য'তে ত'তে পেলাই যায় মই জাপি থবলৈ। পঢ়া মেজত সিচৰিত কৰি থয় কিতাপ বহীবোৰ। চিজিলকৈ থব লাগে। নহলে কথা শুনিব লাগে। মাক জীয়েকে আজৰি পৰত ৰাজ্যৰ 'উল্টোৰথ'-'নবকল্লোল'-'চিনেমা জগৎ' আদি আনি চিনেমাৰ অভিনেত্ৰা-অভিনেত্ৰীহঁতক চাই সিহঁতৰ চেহেৰা, সাজ-পাৰ আদিৰ বিভিন্ন আলোচনা সমালোচনা কৰি কিতাপ-পত্ৰ সোপা য'তে লয় ত'তে এৰি যায় মই সামৰি থবৰ বাবে। ৰাজপ্ৰাসাদ সম এই বৃহৎ ঘৰখনৰ মাজত এই কাম সোপাৰ মাজত মই হেৰাই থাকো। গোটেই ঘৰটোৰ পকাখন ধোৱাও এটা নিত্যকৰ্ম্ম হল। পকাখনত কেতিযাবা বালি-ধূলি অকণ পৰি থকা দেখিলে মাহীয়ে কয়—'ভঙা পজাত দিন যোৱা মানুহে ঘৰৰ মোল কি বুজিব।'

সুশান্তিক এজন মাষ্টৰে সদায় পঢ়ুৱাবলৈ আহে। এওঁক কোনেও আনজনক কোৱাৰ দৰে 'মাষ্টৰটো' বুলি নকয়। চাৰ বুলিও নকয়। মাক দেউতাকে পোনা বোলে। জীয়েকহঁতে পোনাদা বোলে। মাহীয়ে মোক কয় 'পোনাই অমুকটো ভাল পায় অলপ ভালকৈ বনাই থবি। শিৱানীয়ে কয়—পোনাদালৈ আজি লস্কৰা বনাবি। কেতিয়াবা গৰ্জ্জি উঠে—'পোনাদালৈ অমুকটো বনাবলৈ যে কৈছিলো কি হল?

কাণত নোসোমাল হব পায়। দিনটো যে এইপাতে কি কৰি থাকে ॥'

প্ৰত্যেক দেওবাৰে পোনাৰ ভাতখোৱা নিমন্ত্ৰণ থাকে। এখৰ মানুহৰ ইমান হেপাহৰ ৰত্নটিক মোৰ তিনি চাৰি মাহেও দেখা পোৱাৰ সৌভাগ্য হোৱা নাই। তেওঁক দেখা পোৱা বা বিশেষ ভাবে জনাৰ কোনো কৌতূহলো অৱশ্যে নাই। তথাপি কেতিয়াবা এই সৌভাগ্যবান ৰত্নটিক চাবৰ ইচ্ছা হয়। তেওঁক বিশেষ ভাবে আদৰ যত্ন কৰা দেখি মোৰ এনে লাগে তেওঁ নিশ্চয খুব ধনীলোক। যিহেতু তেওঁলোকে ধনীলোককহে মানুহ জ্ঞান কৰে। নহলে তেওঁ খুব প্ৰখ্যাত কোনোবা। মোৰ এনে লাগে জগতৰ সকলোৱে তেওঁক জানে, মইহে নাজানো। তেওঁৰ আন নামটি জনাহলে হযতো মযো চিনি পালো-হেঁতেন। এইটো নিশ্চয় তেওঁৰ ভিতৰুৱা নামহে।

এই ৰত্নটি অহাৰ সমযত মাহীযে মোক বন্দী কৰি থয়। মোক কয় 'তই তোৰ কোঠাত থাকগৈ। মই নামাতো মানে ওলাই নাহিবি।' তেওঁৰ ইংগিত মই তৎক্ষণাত বুজি পাওঁ। মোৰ কোঠাত মোক সোমাই থাকিবলৈ কোৱাৰ অৰ্থ মই যেন তেওঁলোকৰ ৰত্নটিও চকু দি আত্মসাৎ কৰিব নোৱাৰো। যি কাৰণেই মোক বন্দী কৰি নাৰাখক লাগিলে তাত মোৰ কোনো আক্ষেপ নাই। বৰং সচা কথা কবলৈ হলে মোক এনেকৈ ৰখা বাবে মই ভালেই পাওঁ। এই সময়ত কেতিযাবা অতীতৰ নানা ৰঙে ৰঙীন দিনবোৰলৈ ঘূৰি যাওঁ। চকুমুদি মোৰ প্ৰিযজন সকলোকে চকুৰ আগলৈ টানি আনো। মা দেউতা পেহী বস্তি বিজু-শুভা-প্ৰতিভা-দেৱজিৎ মনোহৰ বৰপিতাই সকলোৱে মোৰ চকুৰ আগেদি অহা-যোৱা কৰি ফুৰে। তেওঁলোকৰ হাঁহি তেওঁলোকৰ মাত মই স্পষ্ট শুনিবলৈ পাওঁ। মই যেন গ্ৰামোফোনত পুৰণি ৰেকৰ্ড লগাই দি শুনাকে শুনি থাকো। পুৰণি এলবাম মেলি, চোৱাকে চাই থাকো। বৰ্ত্তমান বা ভৱিষ্যতৰ কথা ভাবিবলৈ এৰিলো। যি ভাবো যদি হৈ নুঠে ভাবি কি লাভ?

মই আশা কৰো শিৱানীহঁতৰ বিশেষ ব্যক্তিজনা যেন এই ঘৰত বহু

সময় থাকে। তেওঁ যেন বহাৰ পৰা উঠিবলৈ পাহৰে। তেওঁ দিনৰ দিনটো যদি ইয়াতে বহি থাকে—মই দিনটো মোৰ বাবে পাম। মই কোনেও নজনাকৈ লুকাই চুৰকৈ পঢ়ি যদি পৰীক্ষাটো দিব পাৰো তেন্তে মানুহজনৰ এই ঘৰত উপস্থিতি মোৰ সৌভাগ্যৰ কাৰণ হব। কিন্তু কি হব ? মই ভবা মতে একো নোহোৱাৰ দৰে এই আশাও অৰ্থহীন হয়। মানুহজন প্ৰায়েই নাহে। আহিলেও বেচি সময় নাথাকে।

বুলবা— অসম্ভৱ মূৰ বিষাইছে। নিলিখিলেও নহয়। মই পৃথিৱী-লৈ আহি তেনে একো কাম কৰিবলৈ নাপালো। মাথোন সময় কটালো। আজি এনে লাগিছে মই পৃথিৱীলৈ আহি কৰা একমাত্ৰ কাম এইটো। তাকো যদি আধা লিখা হয় তেন্তে মই পৃথিৱীলৈ অহাৰ কোনো মানে নাথাকিব। সন্ধানেই যদি কাৰোবাৰ অন্ততঃ অকণ শান্তিৰ কাৰণ হব পাৰে তেনেহ'লেও জীৱনটোৰ অকণমান মূল্য পাম। কিন্তু মই এতিয়া কেনেকৈ কওঁ সি মানুহ হবনে অমানুহ হব।

আস্ কি মূৰৰ যন্ত্ৰণা। লিখিব আৰু নোৱাৰিম। আজি বহুত দিনৰ পৰা মই মূৰৰ বিষত ভুগিছো। শুনিবলৈ সামান্য কিন্তু কি যে যন্ত্ৰণা। এনাচিন চেৰিডন এসোপা সদায় মোৰ লগত থাকে। অসহ্য হলে তাকে খাওঁ।

বুলবা তোমাক মই পোনাৰ কথা কোৱা নাছিলো জানো--?

ধনী সম্ভ্ৰান্ত পৰিয়ালত একেটি মাত্ৰ পুত্ৰ পোনা। ধনীৰ ঘৰৰ ল'ৰা পোনা সকলোৰে লগত মিলে। পোনা মানে প্ৰশান্ত-পদ্ম। প্ৰশান্তই সাধাৰণৰ মাজতেই তেওঁলোকৰ হাঁহিত হাঁহি-কান্দোনত কান্দি তেওঁলোকৰ মাজত মিলি যাব খোজে। সকলোতকৈ ভাল লাগে তেওঁৰ ভদ্ৰ ব্যৱহাৰ। কথাৰ নম্ৰ সুৰ।

প্ৰশান্তই গীত গায়। কোনোবাই যদি সোধে "গীত গাই তই কি কৰিবি ? গীত গাই গীত ৰচি পাৰিবি জানো দৰিদ্ৰতাৰ নিষ্ঠুৰতাৰ পৰা কাৰোবাক ৰক্ষা কৰিব বা পশুৱ-পশুত্ব দূৰ কৰিব ?" তেতিয়া তেওঁ উত্তৰ দিয়ে—"অশ্ৰুৱে আত্মীয় আৰু প্ৰিয়জনে মৃতকক ঘূৰাব নোৱাৰে। তথাপি কান্দে। ইয়ো ধৰ তেনে কথা।" অলপ বৈ আকৌ কয়—

'কিয় নোৱাৰি। পাৰি। সাহিত্য গীতৰেও বিপ্লৱ কৰিব পাৰি।' কেতিয়াবা হয়তো কয়—'মই যে কি কৰিছো, মই নিজেই নাজানো।' তেওঁৰ মতে জীৱনটো এটা এনালিচিচ্। এটা অঙ্ক। বহুতো ফৰমুলাৰে ছলভ্ কৰিব পাৰি। জীৱনৰ পাৰিপাৰ্শ্বিক অৱস্থাযে জীৱনক গঢ দিয়ে। আমিও সেই অনুকূলে জীৱনক মৰম কৰো। ধ্বংস কৰো। কোনোবা জনে হয়তো তাতোকৈ বেচি এদাল কহঁতি লগাই ঘৰৰ চ'তিত, গছৰ দালত ওলমি জীৱনৰ ওপৰত প্ৰতিশোধ লয়।

যোৰহাটৰ প্ৰখ্যাত নাট্যানুষ্ঠান 'অসম থিয়েটাৰ' প্ৰশান্তই গঢ়িছিল। অসমৰ পৰ্ব্বতে কন্দৰে নগৰে, ছবিত মঞ্চত তেওঁ হাঁহিছিল। কান্দিছিল আৰু বিপ্লৱ কৰিছিল। তেওঁৰ বন্ধুমহলেও স্বীকৃতি পাইছিল। এদিন সাফল্যৰ উন্মাদনাৰে হাঁহি হাঁহি ক্লাৱৰ উৰুখা ছালখন কঁপাই প্ৰশান্তই এটা বাতৰি বন্ধুমহলক দি কৈছিল—'আমাৰ দলটো ৰাচিযালৈ সাংস্কৃতিক মিশ্যন হৈ যাব লাগিব।' তাৰ পাচতেই প্ৰশান্তৰ গতি মন্থৰ হৈ আহিছিল। বন্ধুমহলক কয ৰাচিযালৈ কি লৈ যাবি? এই সু-দীৰ্ঘ কাল ছোৱাত মই এজনো সঁচা শিল্পী নাপালো। বিশেষকৈ ছোৱালীৰ কথা কৈছো। তহঁতি ভাবিছ এইবোৰ মই কি কৈছো। ভাবিবৰে কথা। আমাৰ দলৰে অৰুন্ধতী মধুনিতা আদিযে অসম কঁপাই অভিনযৰ আৰু নৃত্যৰ দক্ষতা দেখুৱাইছে মই জানো। বাহিৰতো এওঁলোকে অভিনযৰ বৈশিষ্টতা দেখুৱাব পাৰিব। তেন্তে কিয় মোৰ মনৰ এই মন্থৰ অৱস্থা—নহয়?

*　　　*　　　*

শুভাৰ চিঠিৰ পৰা গম পালো বৰপিতাই কিছুদিনৰ পৰা বিছনাত। জ্বৰ কাহ গাৰ বিষ আদি। ডাক্তৰক দেখুৱাই চিকিৎসা কৰোৱা হৈছে। ফলহে পোৱা নাই। শুভাৰ চিঠি পঢ়ি মোৰ বুকু চিৰিং কৰি গল। "দেউতাৰ গল যেতিয়া মোৰো যাবৰ হল' কথাষাৰ অন্তৰৰ অতলত আকৌ এবাৰ যেন বৰপিতায়ে কোৱা শুনিলো। মাহীক কলো—

'বৰপিতাই হয়তো নাবাচিব, কালিলৈ মই ঘৰলৈ যাম।' মোৰ কথা শুনি মাহীয়ে জকৃজকাই উঠিল—'কালিলৈনো কিয় এতিয়াই যা' বুলি। তাৰ পাচত অলপ ৰৈ কলে—"বৰপিতাই বৰপিতাই কৰিবলৈ বুঢ়া এদাল পালি নহবৰ হল। শুনিছো কাৰবাৰৰ হিচাব পত্ৰ আদি সকলোতে এই বৰপিতাইদাল নহলেই নহয়। এনেকুৱা চৰিত্ৰৰ বলতেতো বাপেৰ পথৰ ভিখাৰী হৈছিল। গৌৰাঙ্গৰ অনুগ্ৰহত পোন হৈ থিয় হবলৈ পোৱাত পুতেকেও বাপেকৰ চৰিত্ৰটোকে লৈছে।"

মাহীয়ে আপত্তি কৰা সত্ত্বেও মই বৰপিতাইক চাবলৈ নাহি নোৱাৰি গুচি আহিলো। বৰপিতায়ে মোক কলে—'তই যে খবৰ পালে লৰি আহিবি মই জানিছিলো। মোৰ অন্তিমকাল আই। তোৰ বিযাত দিবলৈ মই বস্তু এপদ থৈছিলো তোৰ বস্তু তোক দিবলৈ নাপাম, তোকো আৰু দেখা নাপাম বুলি মনত বৰ কষ্ট পাইছিলো।'

বৰপিতায়ে মোৰ বস্তু মোৰ হাতত গটাই দিব লগীয়া নহল। ক্ৰমাত বৰপিতাই ভাললৈ আহিল। বৰপিতাইৰ 'অন্তিমকাল' কেইটামান বেজিৰ খোচত পিচুৱাই গল।

ঘৰলৈ আহিয়েই মই শুভাক দেৱজিত আহিছিল নেকি সুধিছিলো। মই জীনা মাহীৰ লগত যাবৰ দিনা—আমি ওলাই যোৱা দুঘণ্টা মানৰ পাচত দেৱজিত পাইছিলহি। দিপ্তীৰ চিঠিৰ পৰা আমাৰ ঘৰৰ খবৰ পাযে তেওঁ লৰি আহিছিল। আহি প্ৰথমেই মোক মাত দিছিল বোলে। মই মাহীৰ লগত গুচি যোৱা শুনি বোলে কৈছিল—'খুব ভাল কথা।' তাৰ পাচত তেওঁ চকী এখনত বহি মেজত দুই হাতৰ মাজত মূৰ গুজি বহু সময় নিৰৱে বহি আছিল। 'কিয় যে মই দূৰলৈ গুচি গৈছিলো', আক্ষেপ কৰি কান্দিছিল। দেৱজিতে কন্দা কথাষাৰ শুনি মই কি এক তৃপ্তি অনুভৱ কৰিছিলো।

মই ঘৰলৈ অহা এমাহেই হবৰ হল। বৰপিতায়ে প্ৰায়েই কয়— 'এইবাৰ তই যাবলৈ ওলা আই।' 'মা দেউতাৰ ছমহীয়া শ্ৰাদ্ধৰ

পাচতহে' যাম' বুলি মই দৃঢ স্বৰেৰে কোৱাত পাচলৈ বৰপিতায়ে যা-যা কৰি থাকিবলৈ এৰিলে।

দেউতাৰ শ্ৰাদ্ধলৈ পোন্ধৰ দিন বাকী। সন্ধ্যা মই ভাত ৰান্ধিবলৈ লৈ, ভাতৰ চৰুত দেউতালৈ মনত পেলাই শূন্য মনেৰে বহি আছো। এনে সময়ত বাহিৰত দেৱজিতৰ মাত শুনাৰ দৰে লাগিল। লগে লগে মই হাতৰ হেতাখন মাটিতে পেলাই বাহিৰলৈ লৰি আহিলো। দেৱজিতৰ সমুখত আহি থমকি ৰৈ তেওঁৰ মুখলৈ থৰ লাগি চাই থাকি শেষত এটা দীঘল নিশ্বাস এৰি মাত দিলো—'দেবুদা তুমি—?'

'ভামনি।' তেওঁ যেন কি কব ভাবি নাপায় ৰৈ গল। তাৰ পাচত সুধিলে 'মোৰ চিঠি পাইছিলা ?' চিঠি মই পোৱা নাছিলো। কিন্তু সেইকথা তেওঁক নকলো। এই সময়ত চিঠিত কি লিখিছিল, ক'ত হেৰাল এইবোৰ ভাব চিন্তা কৰিবৰ মন নগল। মোৰ এনে লাগিছিল জাপ মাৰি পৰিম যেন দেৱজিতৰ স-ৰোম বুকুৰ মাজত। হেপাহ পলুৱাই কান্দিম যেন তেওঁৰ তপত বুকুৰ স্পৰ্শ লৈ। মই মোক প্ৰাণ-পণে চম্ভালিলো যদিও টপ্ টপ্কৈ অবিৰাম মোৰ চকুৰ পানী সৰিবলৈ ধৰিলে।

আচৰিত কথা বুলবা মা দেউতাক হেৰুৱাই মই কন্দা নাছিলো। সকলো এই কথাত অবাক হৈছিল। মই উপলব্ধি কৰিলো প্ৰিয়জনৰ সান্নিধ্যতহে মানুহে মনৰ বেদনা ধুই কান্দিব পাৰে।

দেৱজিত মোৰ ওচৰলৈ আগবাঢ়ি আহিল। মোৰ চাদৰৰ আচলটো লৈ প্ৰথমে মোৰ চকুদুটা আৰু তাৰ পাচত গোটেই মুখখন মোহাৰি দি কলে—'সকলো এদিন যাবেই। তুমিও যাবা। মযো যাম। ইযাতোকৈ ডাঙৰ সত্য আৰু কি আছে।' দেৱজিতৰ মৰম কোমল মাতত মোৰ শোকৰ খুন্দা আৰু এক কাঠি বাঢ়িল। মই চকু মুদি সুখ মিশ্ৰিত এই গভীৰ বেদনাৰ তৃপ্তিকণ উপলব্ধি কৰিলো। টপ্ টপ্কৈ মোৰ তেতিয়াও চকুলো সৰিয়েই আছিল। মই তেতিয়া দেৱজিতৰ বুকুৰ পৰা মাথোন দু'আঙুলৰ ব্যৱধানত। মোৰ কপালত উমি উমি গৰম পানী কেইটো-

পালমান ওপৰা-উপৰিকৈ পৰাত চকু খুলি দেৱজিতৰ মুখলৈ চাই দেখো ততাতৈযাকৈ তেওঁ তেওঁৰ চকুহুটা ঢাকি ধৰিছে। অলপ আতৰত তেতিয়া ববপিতাযেও হাতৰ তলুৱাৰে চকু মোহাৰি লৈছিল। ববপিতাইক দেখি মই কলো— 'কি হল ববপিতাই ?'

'একো হোৱা নাই আই।' ববপিতাযে কলে 'মই হিন্দু। পূৰ্ব্ব-জন্ম, পুনৰ্জন্ম মই মানো। আই মই পৱিত্ৰ কিবা এটা দেখিলে আনন্দতে কান্দো। সুখতে কান্দো।' তাৰ পাচত দেৱজিতৰ কুশল বাতৰি সোধ পোচ কৰি 'বহ বোপাই' বুলি কৈ কৈছিল—'হওঁক তেওঁ ছোৱালীজনী ৰক্ষা পৰিল। মাক-বাপেকক হেৰুৱাহ ভাই এটোপ চকুপানী পেলোৱা নাছিল। পেটে পেটে মই ভয খাই আছিলো। এইৰ মাকে সেই হেন ছোৱালীজনী হেৰুৱাযো এটোপ চকুপানী পেলোৱা নাছিল। পিচে কি হল ? সেই বেমাৰতে এযুগৰ পাচত আত্মহত্যা কৰিলে।'

ববপিতাই আতৰি যোৱাৰ পাচত দেৱজিত চকীত বহিলগৈ। তাৰ পাচত কলে 'মোৰ এইটো অদ্ভুত মন। মোৰ এনে লাগে প্ৰকৃততে যেন মই তোমাৰ মাৰ ল'ৰা। কিন্তু মই মোৰ মাক অকণো সুখ-আনন্দ দিবলৈ নাপালো।'

অলপ সময আমাৰ কাৰো মুখত মাতবোল নাছিল। মেজৰ একাষে চকীত দেৱজিত আনকাষে থিয হৈ আছো মই। আমাৰ মাজত জ্বলি থকা লেমটো। লেমৰ ফিটাদাল মই অলপ বঢাই দিলো। মোৰ মুখলৈ চাই শান্ত কণ্ঠেৰে দেৱজিতে মাতিলে— 'ভামনি ?'

"কি –?" মই কালো। তেওঁ কালে—"তুমি যেন দুৰ্ব্বল হলা। আগতকৈ খীনালাও। জীনামাহীৰ তাত তোমাৰ কিবা কষ্ট হয ?" মই চকু তুলি দেৱজিতৰ চকুত মোৰ দৃষ্টি আৱদ্ধ ৰাখি মোৰ কি কষ্ট বুজাব খুজিলো। দেৱজিতে মোৰ সেই দৃষ্টি সহ্য কৰিব নোৱাৰিয়েই নে কি বুলি চকু তললৈ কৰিলে। মই যি বুজাব খুজিছিলো -তেওঁ হয়তো সুবুজিলে। বুজিলে যদিও মই নাজানো।

মা দেউতাৰ শ্ৰাদ্ধৰ পাচতো মই ঘৰৰ পৰা আতৰিব নোখোজাত এদিন দেৱজিতে অনুনয় কণ্ঠে অনুৰোধ কৰি কলে—'তুমিতো মোৰ সকলো কথা শুনা। এই কথাও নিশ্চয় শুনিবা।'

'তুমি মৰিবলৈ কলে মই মৰিমো ই ঠিক। কিন্তু দেবুদা মোক আৰু ঘৰ এৰি যাবলৈ নকবা।' মোৰ কথাৰ ওপৰত কোনো কথা নকৈ দেৱজিতে কেনে এটা শূন্য শূন্য ক্লান্ত ক্লান্ত ভাব লৈ সমুখৰ আকাশৰ ফালে চাই থাকিল। আৰু মই চাই থাকিলো দেৱজিতৰ ক্লান্তভৰা মুখলৈ। হঠাৎ মোৰো মনটো শূন্য শূন্য অসাৰ অসাৰ লাগিল। গোটেইখন গ্ৰাস কৰিলে সীমাহীন শূন্যতাযে। দেৱজিতে মুখ ঘূৰাই মোৰ ফালে চাই কলে—'কিয় তুমি তোমাক যোৱাৰ কথা কবলৈ মানা কৰিলা নুবুজিলো।' মই কলো—'ইহঁতক মই প্ৰাণেৰে ভাল পাওঁ। সেয়ে ইহঁতক চাবৰ বাবেই মই ইযাত থাকিম।'

'মযো বেয়া নাপাওঁ।' দেৱজিতে কলে—'তথাপি মই তোমাক যোৱাৰ কথা কৈছো। নিজৰ স্বাৰ্থত হলেও যোৱা।"

'নাযাওঁ।'

'মোক যদি সচাহ ভাল পালাহেতেন?'

'তোমাৰ কথা শুনিলোহেঁতেন নহয়?' অলপ ৰৈ আকৌ কলো 'মই কি কৰিম দেবুদা— ' তেওঁ একো উত্তৰ নিদিলে। তেওঁৰ গধুৰ মুখলৈ চাই থাকি এইবাৰ কলো – দেবুদা মই তোমাৰ কথা শুনিম। মই যাম। তোমাৰ বাবেহে যাম—নিজৰ বাবে নহয়।'

দেৱজিতে কলে 'কোন সেইটো—সেইদিনা খৰিৰ বাবে গছ বিচাৰি আহিছে ইযালৈ। সকলোৱে দেখিছে কলগছ কেই জোপাৰ বাদে দুহাত ওখ গছ এদালো এই বাডীত নাই। আৰু সেইদিনা সেই কেইটাৰ মটৰখন বেযা হল তোমালোকৰ ঘৰৰ সমুখতহে। মটৰ ৰোৱা শব্দ শুনি লৰি ওলাই চাইছিলাহি। মনত নিশ্চয আছে।'

'মই প্ৰতিভাইঁত আহিছে বুলিহে।'

'প্ৰতিভা আহিলে লৰি চাবলৈ আহা যে—গৌৰাঙ্গক দেখি কেনে লাগে? লাজ-সৰম একো নাই দেখিছো। তাতে এই স্বভাৱটি এৰা

আৰু। মটৰ বোৱা গম পালেই আহিব লাগেনে ? তেওঁলোকৰ মটৰ বেয়া হল এই ডোখৰতহে। কিয় ইয়াত যে পানী খাবলৈ সোমাল প্ৰফুল্লহঁতৰ ( আমাৰ সমুখৰ ঘৰ ) ঘৰত নোসোমাল কিয় ? তেতিয়া সকলো স্কুলত আছিল। পানী কোনে দিলে ?'

'কিয় — মই ?'

'পুখুৰীটো দেখুৱাই দিব লাগিছিল।'

'তুমি যে কি কোৱা। পিযাহত পানী অকণ খুজিলে পানী এটোপা দিলে কি পাপ হয় '

'পাপ নহয় ঠিক। কিন্তু পুণ্যও নহয়। যত সব বাজে লোক। পিযাহত অষ্ঠে কণ্ঠে শুকাইছিল সব ভাণ।'

'মানুহ এনেকুৱাই। সকলোৱে সুবিধা বিচাৰি ফুৰে।'

'ৰক্ষা।'

"ৰক্ষা মানে ?"

"মানুহ কেনেকুৱা জানা বাবে ৰক্ষা বুলিছো। সেয়েহে কৈছো তুমি ইযাত থকা উচিত নহব। মই ইযাত থকা হলেও সিমান চিন্তা নাছিল।"

'তুমি ইযাত নাথাকানো কিয ?'

মই ইযাত নথকাতোহে মঙ্গলজনক।'

'তুমি আতৰি থকাতোহে মঙ্গলজনক ?'

'মইতো তোমাৰ মাৰৰ গৰ্ভজাত সন্তান নহওঁ।'

'সেইকথা সকলোৱে জানে। কিন্তু কি হল ?'

'মাৰ দেউতাৰ নোহোৱা ঘৰখনত মই জানো আগৰ দৰে সম্বন্ধ ৰাখিব পাৰিম ?'

"কিয় নোৱাৰিবা ?'

মোৰ প্ৰশ্ন শুনি দেৱজিত অবাক হোৱাৰ দৰে হৈ মোৰ মুখলৈ চাই থাকি কলে—'মানুহবোৰে সুবিধা বিচাৰি ফুৰে। মই আহ-যা কৰি থকা দেখিলে সকলোৱে স্বপ্ননয়না নামৰ এই ছোৱালীজনীৰ গাত অপবাদৰ চেকা লগাব।'

এইবাৰ মই কথাৰ পিঠিত একো কথা নকৈ মনে মনে ভাবিলো আৰু অস্ফুট স্বৰে নিজকে কলো—এই অপবাদ মোৰ বাবে আশীৰ্ব্বাদ হব। সেই সৌভাগ্য যদি হলহেঁতেন ॥

* * *

পোনাক সোনকালে মাহীয়ে দটাই মাতি পঠাইছিল। মযো সেইবাবে সোনকালে নিজৰ কৰ্ত্তব্যখিনি কৰি কোঠাত সোমালোহি। মাহীয়ে 'সোনকাল কৰ, সোনকাল কৰ' কৰি থকা বাবে—চাহ খোৱা বাদেই পানী এগিলাচ পিবলৈও সময় কৰিব নোৱাৰিলো।

দুৱাৰ খিড়িকী বন্ধ কৰি অলপ সময় কোঠাৰ মাজত থিয় হৈ থাকিলো। তাৰ পাচত দেউতাই দি যোৱা মূৰ্ত্তিটো বাকচৰ পৰা উলিযাই বিছনালৈ লৈ গলো। বিছনাত তলমূৰ কৰি পৰি মূৰ্ত্তিটো সমু ত লৈ চাই থাকো। দেউতালৈ যেতিযাই মনত পৰে (কামকাজ নোহোৱা সময়ত) মই মূৰ্ত্তিটো উলিযাই আনো আৰু এই দৰে চাই থাকো। কেতিযাবা ভগবানক ভাবিবলৈ মন গলেও মূৰ্ত্তিটোৰ কথা মনত পৰে। কাম নোহোবা সময়ত মূৰ্ত্তিটো সমুখত লৈ কামনা বাসনাহীন শূন্য হৃদযৰে ঘণ্টাৰ পাচত ঘণ্টা এইদৰে মূৰ্ত্তিটো চাই থাকিব পাৰো। কেতিযাবা এই মূৰ্ত্তিকেই মই অস্ফুট স্বৰে বা ফুটাই প্ৰশ্ন কৰো—আছা জানো ?—এই ভাব অহাৰ লগে লগে মই মূৰ্ত্তিটো বাকচত ভৰাই থওঁগৈ। আজিও তেনে ভাব অহাত মূৰ্ত্তিটো মই ভৰাই থলোগৈ আৰু তাৰ ঠাইত নিৰাকাৰ দেৱজিতক আকাৰ দিবলৈ তন্ময হৈ চাই থাকিলো। তাৰ পাচত তেওঁক উদ্দেশ্য কৰি কলো— প্ৰিয়! মোৰ ওচৰত তুমিও এক মূৰ্ত্তি মাথোন।

এসমযত টোপনি আহিল। অন্ধকাৰ কোঠা। মই হঠাৎ সাৰ পালো। মই বুজিবলৈ চেষ্টা কৰিলো মোক কোনে জগালেহি। মোক এটি সুৰে স্পৰ্শ কৰি জগালেহি। মোৰ সেই সুৰ শুনি এনে লাগিল আচলতে এইটো মোৰ বুকুৰ অব্যক্ত সুৰ। মই নিজকে অস্ফুট স্বৰে

কলো—কোনে বাক মোৰ বুকুৰ নোকোৱা কথা শুনিলে—? মই বুকুত হাত থৈ জীৱনক উপলব্ধি কৰাৰ চেষ্টা কৰিলো। কঁপি কঁপি এটা দীঘল নিশ্বাস ওলাই বায়ুৰ লগত মিলি গল। সুৰ নহয় অস্ত্ৰ—মনতে কলো। এই সুৰৰ অস্ত্ৰয়ে মোৰ হৃদয় ক্ষত-বিক্ষত কৰিলে। ওচৰৰ কোঠাত কোনে গীত গাইছে জানিবৰ বাবে ব্যগ্ৰ হৈ পৰিছিলো।

পিচদিনা পুৱা মাহীক সুধিলো—'কালি সন্ধ্যা শিৱানীক কোনে গান শিকাইছিল ৰেকৰ্ড-ৰেডিঅ'ত এই কণ্ঠ শুনিছো যেন?' মোৰ কথা শেষ হবলৈ নাপালেই মাহীয়ে জকৃজকাই উঠিল—'ইমান কথা কিহৰ বাপু, যিকাম তাক কৰ' বুলি। মই মৈদা সানি আছিলো। মাহীৰ কথা শুনি মই জোৰে জোৰে হাত চলালো। জানিবৰ বাবে ব্যগ্ৰ হোবা কৌতূহলী মনটোক বাৰে বাৰে ধিকাৰ দি মনতে কলো - কিহে যে পাইছিল সুধিবলৈ।

সেইদিনা ওৰে দিনটো শিৱানী এই গীতটোত লাগি থাকিল। তাইৰ মুখত গীতটো শুনি শুনি মোৰো মুখস্থ হৈ গল। সুৰটো আগ-দিনা শুনিছিলোবেই গুণ্গুণাই মযো গীতটো গালো। মোৰ এনে লাগিছিল ক'ৰবাৰ অটব্য অৰণ্যৰ নিবিড় অন্ধকাৰত সোমাই এই গীতটো যেন চিঞৰি চিঞৰি গাম নিজ প্ৰাণ তৃপ্তিৰ বাবে। মনক প্ৰবোধ দিবৰ বাবে।

কোনোবা এডোখৰত শিৱানীয়ে ভুল কৰাত মই শুধৰাই দিলো। মোৰ কণ্ঠ শুনি, মোৰ সঙ্গীতৰ অভিজ্ঞতা দেখি মাহী আৰু শিৱানীৰ চকু ডাঙৰ হল। চাৰিওফালে চকুফুৰাই চাই ভুল কৰা ডোখৰ মোৰ পৰা বুজিলৈ মোক আন কাম দি ওচৰৰ পৰা আতৰাই পঠালে।

সেই সন্ধ্যা। মই মোৰ কোঠাত বহি আছো। বিছনাত পৰিবৰ মন গৈছিল কিন্তু টোপনি অহাৰ ভয়ত বিছনালৈ যোৱা নাই। মোৰ প্ৰাণ স্পৰ্শ কৰা কণ্ঠ, প্ৰাণ ভৰি পান কৰাৰ অপেক্ষাত থাকোঁতে কত কথা যে মনলৈ আহিছিল। দেৱজিতে গোৱা আৰু মই শুনাৰ সময়ৰ বহু মধুৰ স্মৃতি মনলৈ আহিছিল।

অৱশেষত মই প্ৰতীক্ষাত থকা ক্ষণটি আহিল। শিৱানীয়ে যেতিয়া গাবলৈ ললে ময়ো লগে লগে গুণ্ গুণাই গাই গলো। অলপ পাচত শিৱানীক গোৱাত বাধা দি কোনোবাই কোৱা শুনিলো—'ৰবাচোন। ৰবা।'

"কিয়—কি হল— ?" শিৱানীয়ে সুধিলে।

'ভিতৰত কোনোবাই গুণ্ গুণাই গানটো গাই আছিল। মধুময দৰদী কণ্ঠ। কাৰ কণ্ঠ ? এই গীতত এই কণ্ঠইহে প্ৰাণ দিলে-হেঁতেন।'

'সুশান্তি নিশ্চয।' শিৱানীযে কলে।

'সুশান্তি এইজনী।' শিৱানীৰ পাচফালে থিয হৈ থকা সুশান্তিক দেখুৱাই তেওঁ কলে।

ইয়াৰ পাচতে গুপ্ গুপাই শিৱানী আহি মোৰ ওচৰ পালেহি। ঘোৰ মূৰ্ত্তি ধাৰণ কৰি দাঁত কৰচি চেপা মাতেৰে কলে—'ভদ্ৰ মানুহৰ ঘৰত অলপ ভদ্ৰভাবে থাকিবি।' তাৰ পাচত মোক টানি আনি দুবাৰ মুখৰ পৰা আকৌ ভিতৰ ফালে ঠেলা মাৰি দি কলে 'কণ্ঠৰ বাহাদুৰী ওচৰত বহি দেখুৱাহি। প্ৰসংশা লাগে ?

স্ব'ৰ দিনা মাহীইঁত মোক লৈ মহা সমস্যাত পৰিল। মই লগত থাকিলে জীযেকহঁতলৈ চাব কোনে। সেই ভযত মাহীৰ মোক নিবৰ ইচ্ছা নাই। মহা ঘৰত আছে থৈ যাবলৈও মনে নামানে। নিৰুপায হৈ অৱশেষত মাহীযে মহাক লগধৰিব চালে। মহাই কলে—'পগলা হলানেকি হে ?'

'কিয—পগলাবোৰেহে গান-বাজনা ভাল পায নেকি ?' মাহীয়ে কলে।

'তুমি মোক জীৱনত কোনোবা দিনা এইবোৰত ফুৰা দেখিছিলা জানো ?'

অগত্যা উপায নাপায মাহীযে নিজেই নোযোৱাৰ কথা ভাবিলে। কিন্তু শিৱানীযে এই বিৰাট স্ব'টোত গান গাব—গায়িকাৰ মাক তেওঁ দৰ্শকৰ মাজত বহি থাকিব। তেওঁক বা শিৱানীকতো চহৰৰ প্ৰায়বোৰ

মানুহেই চিনি পায, এই লোভো সামৰা টান। অৱশেষত মোকো ওলাবলৈ কলে। তাৰ পাচত প্ৰসাধনৰ সামগ্ৰীবোৰ আলমাৰিত ভৰাই থৈ কলে—"তই কি পিন্ধ মই চাই দিম।" প্ৰতিভাই দিয়া সেউজীয়া পাটৰ গুনাৰ কাম কৰা সাজ যোৰ মই উলিযাই লৈছিলো। কাপোৰ যোৰ মোৰ পিন্ধা হোৱাই নাই। তাই বৰ হেঁপাহেৰে দিছিল। পিন্ধিবলৈ বাৰে বাৰে কৈছিল। পেহীয়ে দিয়া পাটৰ সাজো সেইদৰেই পৰি আছে। মই উলিযাই লোৱা কাপোৰ সাজ থাপ মাৰি লৈ, মেলি চাই মাহীয়ে কলে—'এই সাজ পিন্ধি ন কইনা জনীৰ দৰে স্ব'লৈ গলে মানুহে হাঁহিবহে। শিৱানীয়ে ষ্টেজত উঠি গান গাব, তাই পিন্ধিলে অৱশ্যে বেলেগ কথা।' কৈযেই কাপোৰ সাজ শিৱানীৰ হাতত তুলি দি কলে—'হো এই যোৰকে পিন্ধ। মোৰ বাকচ খুলিবৰ মন যোৱা নাই।' কৈযেই মোৰ বাবে শিৱানীৰ স্কুলৰ ইউনি-ফৰ্ম'ৰ মুগাৰ মেখেলা আৰু সেউজীযা পাৰিৰ বগা চাদৰ এখন আলনাৰ পৰা আনি মোৰ হাতত দিলেহি।

শিৱানীহঁত মটৰৰ পৰা নামি পোনে পোনে গ্ৰীণৰুমলৈ গল। মই দৰ্শকৰ মাজত মাহীৰ ওচৰত বহি থাকিলো। লৈ গৈছে, গৈছো। বহিব লাগে বহি আছো। মোৰ যোৱা আৰু বহি থকাত কোনো উৎসাহ উদ্দীপনা নাই। ভূপেন হাজৰিকাৰ আৰু প্ৰশান্ত পদ্মৰ গীত আছে বুলি শুনিহে আহিছো। নহলেতো ব্ৰহ্মা বিষ্ণুৱেও মোক ঘৰৰ পৰা উলিযাই আনিব নোৱাৰিলহেঁতেন। মাহীয়ে লগ লওঁতে কলোহেঁতেন—মোক কোঠাত ভৰাই তলা ছাবি লৈ যাওঁক বুলি। আন্ধাৰ ভৰা কোঠাটোত নিৰলে পৰি থাকি মোৰ ঘৰৰ প্ৰিয়জন সকলোকে মনত পেলাই অকমান কান্দি লব পাৰিলোহেঁতেন।

সমুখৰ ষ্টেজত চকু থৈ মই অতীতলৈ ঘূৰি গৈছিলো। বহুতে কিবা গালে। কিবা বজালে। মই কিন্তু এইবোৰ একো নেদেখিলো আৰু একো নুশুনিলো।

এসময়ত মযো গীত গাইছিলো। তোমাক কৈছিলোৱেই। মোৰ কণ্ঠ আৰু গীতৰ প্ৰতি ৰাপ থকাত দেউতাই আশা কৰিছিল

এসময়ত মই প্ৰখ্যাত গায়িকা হম বুলি। দেউতাই নিজেও গাব আৰু কিবা কিবি বাদ্য-যন্ত্ৰ বজাব জানিছিল। যি জানিছিল এযা মোক শিকাইছিল। তাৰ পাচত শিকাইছিল দেৱজিতে। দাৰিদ্ৰতাই যেতিয়া আমাৰ পৰিয়ালটো গ্ৰাস কৰিলে তেতিয়া এই গোৱা বাজোৱাবোৰ তল পৰি গল। দেউতাৰ মৰমৰ টানপুৰাখনো মাযে এদিন কাৰোবাক বেচি দিলে।

মোৰ অতি পৰিচিত পৰিচিত লগা কণ্ঠটিযে মোক বাস্তৱলৈ টানি আনিলে। সমুখৰ ষ্টেজত গীত গাই থকা বিষণ্ণ বিষণ্ণ লগা করুণ মুখৰ ল'ৰাজন দেখি পৰিচিত যেন লাগিল। তেওঁৰ নাম ঘোষণা নিশ্চয় কৰিছিল। কিন্তু মই অন্যমনস্কতাৰ বাবে নুশুনিলো। মই ভাবি উলিযাব নোৱাৰিলো তেওঁ কোন। ইযাৰ আগতে ক'ৰবাত তেওঁক দেখিছিলোনেকি মনত পেলাই চালো। কিন্তু ক'তো দেখা মনত নপৰিল। কিন্তু মই বুজিব পাৰিলো এইকেই দিন যে এওঁৰ কণ্ঠই মই শিৱানীহঁতৰ ঘৰত শুনিছিলো। সেযে হযতো তেওঁক চিনাকী চিনাকী লাগিছে।

তেওঁৰ গীতৰ প্ৰতিটি শব্দই প্ৰত্যেকটি সুৰৰ লহৰে মোৰ হৃদয স্পৰ্শ কৰি গল। এই স্বৰধ্বনিৰ স্পৰ্শত মোৰ হিযাই কি যেন বিচাৰি নাপায হাহাঁকাৰ ভাবে কান্দি উঠিল। মাহীযে তৰ্কিবই নোৱাৰিলে। গীত শেষ হোৱাৰ লগে লগে মই ঘপহকৈ উঠি গ্ৰীণৰুমৰ ফালে আগবাঢিলো। এইটো মোৰ সৰু কালৰে অভ্যাস। কাৰোবাৰ কণ্ঠ বা গীতে যদি মোৰ হৃদয স্পৰ্শ কৰে মই এইদৰে গৈ সেইজনক অভিবাদন জনাই আহো। সেইজন পুৰুষেই হওক বা নাৰীযেই হওক।

বাহিৰৰ আন্ধাৰলৈ মুখকৰি গ্ৰীণৰুমলৈ সোমোৱা দুৱাৰ মুখত কোনোবা এজন থিয হৈ থকাত মই ভিতৰলৈ সোমাবলৈ অসুবিধা হোৱাত মাত দিলো—'অকণমান বাটটো দিবনে?' কিন্তু তেওঁ লৰ-চৰকে নকৰিলে। মোৰ মাত তেওঁৰ কাণত পৰা নাছিল। তেওঁৰ ওচৰত যে কোনোবা ৰৈ আছে এই কথাও তেওঁ গম পোৱা নাছিল।

তেওঁ যেন সমুখৰ অন্ধকাৰত হেৰাই গৈছিল। মই সৰুকৈ কাহ্ এটা মাৰি আকৌ মাত দিলো— 'চাওঁ অকণমান'। এইবাৰ তেওঁ মোৰফালে ঘূৰি চাই সুধিলে—'আপুনি কাক বিচাৰিছে ?'

'প্ৰশান্ত পদ্মক।' মই কলো। 'মযেই প্ৰশান্ত।' তেওঁ কলে।

'আপুনিয়েই ?' নমস্কাৰ জনাই মই কলো 'আন্ধাৰত ধৰিব পৰা নাছিলো।'

'নমস্কাৰ।' তেওঁ প্ৰতিনমস্কাৰ জনাই কলে। মই কলো— "আপুনি আনৰ বুকুৰ অব্যক্ত বেদনাবোৰ বেচ্ সুন্দৰ ভাবে বুজিব পাৰে। আৰু পৰিষ্কাৰ ভাবে ব্যক্ত কৰিব পাৰে গীতেৰে, সুৰেৰে। আৰু কণ্ঠ— । আপোনাৰ কণ্ঠ। আপোনাৰ কণ্ঠত যাদু আছে।"

"মোৰ কণ্ঠত আপুনি যাদু আছে বুলিছে ভূপেনদাৰ কণ্ঠ জানো শুনা নাই ? তেখেতৰ কণ্ঠ বিস্ময। তেখেতৰ কণ্ঠৰ তুলনা নাই।"

আপুনি সুন্দৰ গাইছে। গাযক প্ৰশান্তক মই বহু দিনৰ পৰা জানো। দেখা পোৱাৰ সৌভাগ্য মিলিল আজি। এই মাহেন্দ্ৰ ক্ষণটি মনত থাকিব। আপোনাৰ সুৰৰ মূৰ্চ্ছনাযে মোক অস্থিৰ মানে- কি বুলি যে বুজাম! যেন মৰি যাম। আহো-নাহোকৈ আহিছিলো অহা সাৰ্থক হল।'

'আপুনি বঢাই কৈছে।'

"মই মোৰ অন্তৰৰ কথা কৈছো। আপুনি যি ভাবে ভাবক। বাৰু নমস্কাৰ আহিছো" বুলি মই ঘূৰি খোজ দিলো। 'ৰব' বুলি প্ৰশান্তও আগবাঢি আহিল। নিযৰপৰি তিতি থকা বননিযেদি আধা আন্ধাৰ আধা পোহৰৰ মাজে মাজে আমি আগবাঢি আহি থাকোঁতে প্ৰশান্তই কলে—"আপুনি মোৰ ইমানবোৰ গুণগান গালে —মই আপোনাৰ পৰিচযকে নাপালো।"

'মোৰ নাম স্বপ্ননযনা।' মই হাঁহি কলো— অদ্ভুত নাম নহয় ? এইবোৰ আমাক মাযে দিয়া নাম। প্ৰত্যেকৰে চকু চাই নজনী

ছোৱালীক এই দৰে নাম দিছিল। বাইদেউৰ নাম ছন্দনয়ন। ভনী এজনীৰ নাম 'পদ্মনয়ন' 'তন্দ্ৰানয়ন'– নয়নৰ পৰা নয়না—স্বপ্ননয়না ছন্দনয়না পদ্মনয়না—

ইতিমধ্যে আমি আহি হল ঘৰৰ বাৰান্দাত থিয় হৈছিলো। পোহৰত প্ৰশান্তই মোৰ চকুলৈ চালে। তাৰ পাচত কলে –'চকু চাই নাম দিয়া তেখেতৰ অদ্ভুত ক্ষমতা দেখিছো।' এই অদ্ভুত নামেই আমাৰ পৰিচয়। পৰিচয় দিব লগীয়া আন একো নাই' বুলি মই দ্বিতীয় বাৰ আকৌ 'আহিছো' বুলি নমস্কাৰ জনাই মাহীৰ ওচৰলৈ খোজ দিলো।

* *

বুলবা। আমাৰ পাচফালৰ মানুহ ঘৰত তকৰাকদম এজোপা ফুলিছে। তাৰ সুগন্ধ আমাৰ ঘৰলৈকে বাগৰি আহিছে। এই গন্ধত মোৰ এনে লাগিছে পৃথিবীত আমি যিবোৰৰ বাবে দুখ পাওঁ প্ৰকৃতিৰ সেইবোৰ সকলো দুখ নহয়। এভাগ ভ্ৰম মাথোন। মোৰ ভাব হৈছে ইচ্ছা কৰিলে মই সুখ বিচাৰি লব পাৰো। পোৱাৰ আনন্দত আকৌ হাঁহিব পাৰিম। এই ভাব স্থায়ী হলে শেষ মুহূৰ্তত হয়তো যোৱাতো নহব। দেৱজিতক মই যেন দেখা পাই আছো তেওঁ যেন মোৰ বিছনাত শুই আছে। মোক বাৰে বাৰে মাতি কৈছে– 'শুবা আহা।' আকৌ কৈছে 'কিনো কৰি আছা ?' মই নোযোৱাত কৈছে 'তুমি মোক ভাল পালেহে মোৰ কথা শুনিবা।'

মই বিছনাত বহি লিখি আছো। মই জানো মোৰ এই বন্ধ কোঠাত মই আৰু মোৰ বেৰত পৰি থকা ছাঁটোৰ বাদে আন কোনো নাই। নাই বুলি জানিও পাচলৈ ঘূৰি মই বিছনাখনলৈ চালো। গাৰু দুটা বিছনাৰ সোঁ মাজত পৰি আছে। কোঁচ মোচ খাই থকা বিছনা-চাদৰখন ভালকৈ পাৰি গাৰু দুটা ঠিক কৰি থৈ আহিছো। এইবাৰ মোৰ এনে লাগিল দেৱজিতে সাজ-পাৰ সলাইছে। তাৰ পাচত

সন্ধানক আনখন বিছনাৰ পৰা দাড়ি আনি বুকুত সাৱটি লৈ শুই পৰিছে। সুন্দৰ স্বাস্থ্য। সক ল'ৰাৰ দৰে গভীৰ ভাবে তেওঁৰ টোপনি গৈছে। শুভ্ৰ সাজ পৰিহিত শুকুলা বিছনাত গভীৰ টোপনিত নিমগ্ন দেৱজিতক দেখি মোৰ এনে লাগিছে তেওঁ যেন শান্তিৰ দূত।

এয়া মোৰ অদ্ভুত কল্পনা। দুঃসহ মুহূৰ্তত মই এইদৰে মোৰ প্ৰিয়-জনক কাষ চপাই লওঁ। এই অদ্ভুত কল্পনাৰ স্নেহকণলৈ মই পৰম পৰিতৃপ্তিত সংসাৰৰ প্ৰতি থকা নিৰাসক্তি ভাব তল পেলাই দিওঁ। প্ৰচণ্ড মানসিক আঘাত পালেও মই এই দৰে ব্যৰ্থ জীৱনৰ বোজা পাতল কৰো।

মই তোমাক প্ৰশান্তৰ লগত পৰিচয় হোৱাৰ কথা কৈছিলো নহয় নে। তাৰ পাচত শুনা। পিচদিনা মই শিৱানীক সুধিলো তোমাক প্ৰশান্তই গান শিকাইছিল নহয়?"

"কোনে কলে?" শিবানীযে সুধিলে।

'কালি স্ব'ত তেওঁৰ কণ্ঠ শুনি ধৰি ললো। চেহেৰাটোৰ লগতহে পৰিচয় নাছিল।' মোৰ কথা শুনি শিৱানীযে মাকক মাতিলে— 'মা বেগতে আহ। এই কি কৈছে শুনহি' বুলি। মাক আহিলত কলে 'কালি প্ৰশান্তৰ গান শুনি চেহেৰা দেখি এই তেওঁৰ সপোনত মগ্ন হৈ আছে। তেওঁৰ সুৰৰ মূৰ্চ্ছনাই সুদৰ্শন চেহেৰাই এইৰ হৃদযত খলকনি লগাই তোলপাৰ লগাই আছে।'

এনেকৈ মই কেতিয়া কলো? কিন্তু তুমি কোৱা কথা সত্য। উপভোগ উপলব্ধিৰ বাবে মোৰ অনুভূতি নোহোৱা নহয়। মোৰ অনু-ভূতি বৰ সূক্ষ্ম। তেওঁ যেতিয়া গীত ৰচিছিল আৰু গাইছিল কেৱল এজনৰ কথা লৈ ৰচা নাছিল আৰু কেবল এজনক তৃপ্তি দিবৰ বাবে গোৱাও নাছিল। তেওঁ কেৱল এজনৰ নহয়। তেওঁ সকলোৰে।

'এজনৰ এজনৰ বুলি কাক উদ্দেশ্য কৰি কোৱা হৈছে—?' বুলি শিৱানী গৰ্জ্জি উঠিল।

'বুজিছাই কাক উদ্দেশ্য কৰি কৈছো। বুজিছা বাবেহে সুধিছা।' মই কলো।

মই আৰু কিবা কলোহেঁতেন হঠাৎ শিৱানীৰ গটাত দূৰত ছিটিকি পৰাত মোৰ মাত বন্ধ হৈ গল।

'লোকৰ ভাল ডেকা ল'ৰা দেখিলে তই যাদু কৰিবলৈ বিচাৰি ফুৰ'। মাহীয়ে খঙত দাঁত কৰচি কোৱা কথাত মোৰ হাঁহি উঠিল। মোক হঁহা দেখি মাক জীয়েক তিনিও গৰ্জ্জি উঠিল - "নিলজ্জ' বুলি। মই অফুট স্বৰে নিজকে কলো সেইবাবে তোমালোকে ভয়ত মোক তোমালোকৰ এই ৰত্নটিৰ আগত ওলাবলৈ নিদিয়া। তোমালোকৰ ৰত্নত মই চকু নিদিওঁ ভয় নাই। দেৱজিতৰ যাদু কাঠিয়ে মোক এনে ভাবে বশ কৰি থৈছে যে কাৰোবাৰ চকু মোৰ ওপৰত পৰে বুলিহে মই ভয়ত থাকো। মোৰ দেহত, মোৰ ৰূপত, মোৰ চকুত বশীকৰণ থাকিলেও সি অচল। মই নিজে আজি এজনৰ বশীকৰণত বশীভূত। মই যেন মাহীৰ কাণত এই কথা চিঞৰি কম—

"তন্ত্ৰ মন্ত্ৰ ক'ত কি আছে তোমালোকে বিচাৰা। বিশ্ব খনিকৰে মোৰ দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে মন্ত্ৰ দি পঠাইছে। যি মন্ত্ৰই মোক মাথোন অন্ধকাৰৰ ফাললৈহে টানি নিব খোজে।"

*　　　*　　　*

ইয়াৰ পাচত মাহী বা শিৱানীয়ে 'এই তই যা' বুলি কোৱাৰ আগতেই প্ৰশান্ত অহাৰ সময়ত মই নিজে গৈ কোঠাত সোমাওঁ গৈ।

সেইদিনা আছিল দেওবাৰ। প্ৰশান্তই ভাত খাব। মোৰ ৰন্ধা বঢ়াত সুন্দৰ হাত আছে বুলি আনদিনাৰ দৰে সিদিনাও মাহীয়ে মোক চৰুত লগাই দিলে। মোৰ ভাত ৰন্ধা সম্পূৰ্ণ হোৱাৰ আগতেই প্ৰশান্ত আহি উপস্থিত হলহি। বাহিৰত কাকো নেদেখি মাহীক মাত লগাই পাকঘৰৰ ফালে আগবাঢ়ি আহিল। মাহী পাক ঘৰতে আছিল। কথা বিষম দেখি মাহীয়ে তুৱাৰখন জপাই ততাতৈয়াকৈ বাহিৰ ওলাই আহিল। শেন অহাদি ক'ৰবাৰ পৰা হঠাৎ উৰি আহিল শিৱানী আৰু থাপমাৰি নিয়াৰ দৰে মাকৰ ওচৰৰ পৰা প্ৰশান্তক

আগফালে লৈ গল। মাহীয়ে মোক হালধিৰ হাতখনো ধুবলৈ সুযোগ নিদি এই সুযোগতে ঠেলি অনাদি আনি কোঠাত ভৰাই গলহি।

আনদিনা তেওঁ আছে এঘাৰ বাৰ বজাৰ ভিতৰত। আজি ন বজাতে ওলোৱাত মই ভালেই পালো। পুৱা কুকুৰাই ডাক দিওঁতে মাহীয়ে জগাই দিছিল। এই সময়খিনিৰ ভিতৰত উশাহ সলাবলৈও সময় কৰিব পৰা নাছিলো। কোঠাত সোমাযেই দীঘলকৈ নিশ্বাস ললো আৰু স্বস্তিৰ নিশ্বাস এৰিলো। দুৱাৰখন বন্ধ কৰি কোঠাটোত চকুফুৰাই চলো। পচিম ফালৰ খিড়িকীখন বন্ধ। দক্ষিণ ফালৰ খিড়িকীখন খোলা আৰু পৰ্দাখনো কোচাই থোৱা আছে। এই খিড়িকীখনৰ কাষতে শেৱালী এজোপা আছে। পুৱা সাৰ পালেই মই খিড়িকীখন খুলি দিওঁ। লগে লগে মোৰ কোঠাটো মৃদু সুগন্ধৰে ভৰি পৰে। মই এই খোলা খিড়িকীখন বন্ধ কৰিবলৈ গৈ থমকি ৰৈ গলো। সমুখত প্ৰশান্তক দেখি মোৰ বুজিবলৈ বাকী নাথাকিল তেওঁৰেই আন এটা নাম পোনা। মনতে মই কলো শিৱানী তুমি ভাল পছন্দ কৰিব পাৰা। মোক খিড়িকীৰ কাষত দেখি প্ৰশান্তই আনন্দ উন্মাদনাৰে 'আৰে স্বপ্ননযনা' বুলি মাত দিযাৰ লগে লগে মই সজাগ হলো। প্ৰশান্ত আৰু শিৱানী আছিল ফুলনিত। প্ৰশান্তই বোধ হয় কিবা ন কৈ ফুলা ফুল চাবলৈ গৈছিল। পোনাদা অহাৰ আগতে ফুলদানীৰ ফুল সলাবি। ৰাতিপুৱা নহয়।' শিৱানীযে এদিন মোক পুৱা ফুলদানীত নতুন ফুল সজাওঁতে কৈছিল। প্ৰশান্তই মোক মাত দিলে। মই কিন্তু তেওঁক দেখি চিনাকীজনে চিনাকী-জনক হঠাৎ দেখিলে হঁহা হাঁহিটোও ওঁঠত বিযপাব নোৱাৰিলো। শিৱানীযে মোৰ এই হাঁহিৰ কৈফিযৎ বিচাৰিব। কোনেও মোক পাচত নেৰে। সকলোতকৈ ডাঙৰ কথা প্ৰশান্তকো ভুল বুজিব। সেযে তেওঁ মোক মাত দিযাৰ লগে লগে মই খিড়িকীখন বন্ধ কৰিছিলো। তাৰ পাচতেই মোৰ কাণত পৰিল শিৱানীৰ বিৰক্ত ভৰা কণ্ঠ আপুনি তাইক ক'ত লগ পাইছিল ?'

'যেন এমুঠি জোনাক এইমাত্ৰ পৃথিৱীত বিযপি পৰিল।'

'যেন এটি বনগীত ধাননিৰ আলিবাটত প্ৰাণ জুৰাই ওপঙি উঠিল।

আৰু যেন এটি আধাকোৱা সাধুৰ মাদকতা সানি মনলৈ অসীম উৎকণ্ঠা আনিলে এনে যেন লাগে স্বপ্ননয়নাক। স্বপ্ননয়নাই ডালিমগুটীয়া মুকুতাৰূপ দাঁত জিলিকাই মধুৰ হাঁহিৰে পৰিচয় দি কৈছিল—'মোৰ পৰিচয় মাথোন এটা নামেৰে। নাম মোৰ স্বপ্ননয়না।' কোনে জানিছিল উপাধি নোকোৱাকৈও কেৱল নামটোৰে পৰিচয় দিয়া স্বপ্ন-নয়নাক অকস্মাতে ইয়াত এইদৰে দেখা পাম বুলি। মধুৰ মাদকতাৰ ভৰা সাধু কথাটি আধা শুনাতে উৎকণ্ঠাতেই আজীৱন থাকিব লাগিব বুলি ধৰি লৈছিলো। তেওঁ কোন কুলৰ কোন ধৰ্মৰ জানিবৰ বাবে মনলৈ উৎকণ্ঠা আহিছিল।

'কিন্তু ?' অলপ বৈ প্ৰশান্তই শিবানীক সুধিলে—

'মই মাত দিওঁতে কিয় এইদৰে খিড়িকীখন বন্ধ কৰি দিলে ? নিশ্চয় পাহৰিলে। আধা আন্ধাৰ, আধা পোহৰত কিমান কণ সময়েই বা লগ পাইছিল॥

'তাই কোন কুলৰ, কোন ধৰ্ম্মৰ জানিবলৈ মনলৈ উৎকণ্ঠা অহাৰ মানে ?' শিৱানীয়ে সুধিলে।

'তুমি যি অৰ্থত এই সুৰৰে ইয়াৰ অৰ্থ সুধিছা সেই কাৰণে তেওঁ কোন কুলৰ জানিবলৈ উৎকণ্ঠা হোৱা নাছিল। সংসাৰৰ ধুনীয়া ছোৱালীবোৰ দেখিলেই বিয়া কৰাবৰ মন নাযায়। আচলতে মোৰ জানিবলৈ ইচ্ছা হৈছিল কোন কুলত কোন ধৰ্মৰ মাজত প্ৰকৃত সুন্দৰী নাৰী দেখা যায়। কোনোৱে কয় বামুণ কায়স্থৰ মাজত নাক-চকু ধুনীয়া হয়। কোনো কোনোৰ মতে হৰিজন সমাজত দেখা যায়। মোৰ মতেতো মুছলিম সম্প্ৰদায়ত আজিও চুকে-কোণে নুৰজাহান মমতাজ জাহানাৰা এই সকলৰ দৰে সুন্দৰী লুকাই আছে। স্বপ্ননয়না তোমালোকৰ আত্মীয় ?"

'ও আত্মীয়। মোৰ সৌভাগ্য'। তাইৰ দৰে প্ৰকৃত সুন্দৰীক আত্মীয় বুলি পৰিচয় দিবলৈ পাইছো। খিড়িকীখন কিয় বন্ধ কৰিলে সুধিছিল—তাই হয়তো পাহৰিলে। তাইনো কাক চিনি নাপায়।

কিমানক মনত ৰাখিব।” তাৰ পাচত শিৱানীয়ে কিবা কব খুজিও কব নোৱাৰিলে। খং-উত্তেজনাত তাইৰ মাতে উজুটি খাইছিল। তাই অলপ বৈ আকৌ উজুটি খোৱা মাতেৰে মোৰ লগত ক'ত কেনেকৈ প্ৰশান্তৰ চিনাকী হল, প্ৰশান্তক সুধিলে। তাৰ পাচত মিলিটেৰী খোজ—মিলিটেৰী মেজাজেৰে আহি মোৰ ওচৰ পালেহি। “এই ৰাক্ষসী” বুলি মোক বিছনাৰ পৰা টান মাৰি কোঠাটোৰ মাজত গটা মাৰি দিলে। পকা মজিয়াত পৰি মই যথেষ্ট দুখ পালো। বেৰৰ কিনাৰত থকা ট্ৰাঙ্কটোৰ চুক এটা মূৰত লাগিল। সেই ঠাই ভোখৰ হাতেৰে ধৰি থাকি শিৱানীক শান্ত কণ্ঠেৰে সুধিলো—‘মই কি কৰিলো —আৰু তোমাৰ কি হল— ?’

‘দেহি—একো নুবুজে নাজানে ইমান সৰল, ইমান আজলী। মোৰ কাণৰ কাষত দাঁত কৰচি কলে—ৰংটো দেখুৱাই যিমানেই ভুলাবলৈ চেষ্টা নকৰ লাগিলে প্ৰশান্ত ৰূপ দেখি ভোল যোৱা ভকত নহয়। তই ভাব—সংসাৰত তয়েই একমাত্ৰ সুন্দৰী। কিন্তু প্ৰশান্তই বহুত দেখিছে। আন একো নাজানিলেও এইটো নিশ্চয় জান তই তগৰ, চম্পা, কেতেকী। গোলাপ নহব। তই মদাৰ। এই কথা সকলোৱে জানে। তই আমাৰ আপোননেকি সোধাত ‘ও’ বুলি কবলৈ জিভাকে লৰিব খুখুজিছিল। লাজ লাগে বুজিলি।’

শিৱানীৰ কথাত মই হাঁহিলো। দুখ পাই গালি খাই নাকান্দি হঁহা-হাঁহিটো মুখত লৈ কলো—‘আপোন নহয় চাকৰণি ছোৱালী বুলি কলেই লেঠা মৰে দেখোন।’ তাৰ পাচত হাঁহি মোৰ স্তব্ধ হৈ গল। খং উত্তেজনাত কঁপা মাতেৰে কলো—‘তোমালোকৰ আশ্ৰয়ত আছো যেতিয়া যেনেকৈয়ে মন যায় তেনেকৈয়ে মোক আঘাত দিব পাৰা।’

“মুক্তাৰূপ দাঁত জিলিকাই কোনে পৰিচয় দিছিল সিদিনা মোৰ নাম স্বপ্ননয়না ? মাকেও নামটো বেচ থলে। সপোন চকুৱা। সংসাৰে এই কেইটা ৰাক্ষসৰ চকুত স্বৰ্গৰ সপোন দেখে। সেই পুৰুষে কয় কি—এমুঠি জোনাক। এটি বন গীত। ধাননিৰ আলিবাটত

প্ৰাণ জুৰাই ওপজি উঠে। ধাননিৰ আলিবাটত নে জীৱনৰ অলি-গলিত।

এটি মধুৰ মাদকতাৰে ভৰা সাধুকথা। সাধুকথা নহয়—এখন আধুনিক কালৰ অশ্ৰাব্য অশ্লীল উপন্যাস। বনগীত নহয় বিহুগীত।"

শিৱানীৰ কথাৰ উত্তৰত মই শান্ত মাতেৰে কলো—'তেওঁ ভুল বুজিছে, তেওঁক বুজাই দিযাগৈ। মোক কলে কি হব? আৰু তেৱেঁই বা বোলে এফালে তোমাক প্ৰতিশ্ৰুতি দি আকৌ আন নাৰীৰ ৰূপ চাই কাব্য ৰচনা কৰে, কবিতা লিখে, সপোন দেখে।' (মিছা বুলি জানিও কৈছিলো।)

'চুপ থাক।' শিৱানীযে ধমকৰ সুৰত কলে। অলপ বৈ আকৌ কলে—"জোন আৰু জোনাক নিশাক লৈ হাজাৰ হাজাৰ কবি সাহিত্যিকে গীত-মাত-পদ্য-গদ্য ৰচনা কৰি আহিছে। সেই সকলে জোনক হাতত নোপোৱা বিৰহত মৰিছেনেকি? জোন দেৱজিতক চলনাৰ হাকুটীৰে হাকুটীযাই থাক। খহাব পাৰিলে গ্ৰাস কৰি মাৰিপেলা লাগিলে তাত মই মাত মাতিবলৈ নাযাওঁ। যিমানপাৰ সেইটি জোনকে তই হাকুটীযাই থাক" বুলি কৈ যিদৰে আহিছিল সেইদৰে তাই ওলাই গল।

মূৰত দুখপোৱা ঠাই ডোখৰৰ পৰা চুলিৰ ফাকেৰে তেজ বৈ আহি ডিঙিত পিৰ্‌পিৰনি তুলিছিল। মই সেই ঠাইত হাত দি চাই তেজ দেখি অদ্ভুত তৃপ্তি অনুভৱ কৰিলো। এই পৰিতৃপ্তিত মোৰ মনৰ অতলত নিৰৱে লুকাই থকা বাসনা জাগি উঠিল। মই অনুভৱ কৰিলো মোৰ অবচেতন মনেও ঘৰ-সংসাৰ বিচাৰে। মাতৃত্ব বিচাৰে। সু-সুন্দৰ এজন পুৰুষৰ বাবে পোৱা কষ্ট শোকতাপ এইবোৰত থাকে বিমল এক সুখ মিশ্ৰিত হৈ। এই দুখ মিশ্ৰিত সুখৰ বা সুখ মিশ্ৰিত দুখৰ তুলনা নাই। মই এজনী সাধাৰণ নাৰী হৈ পৰিলো। হাতত লাগি অহা তেজত মই এখন বিষণ্ণ বিষণ্ণ কোমল মুখ দেখা পালো। এইখন প্ৰশান্তৰ মুখ।

শিৱানীয়ে কোৱা কটু কথা, মূৰত হোৱা আঘাত আৰু তেজে

মোৰ হৃদয়ত প্ৰতিহিংসা প্ৰতিশোধৰ ভাবৰ সৃষ্টি কৰিলে। শিৱানীয়ে যিহলৈকে ভয় কৰিছে সিয়েই যেন সত্যত পৰিণত হয় প্ৰভু।' ঈশ্বৰক উদ্দেশ্য কৰি মনতে অস্ফুত স্বৰবে কলো। তাৰ পাচত শিৱানীক উদ্দেশ্য কৰি মনতে কলো—দেৱজিত ইমানেই ওখত আছে যে হাকুটীযাবলৈ সিমান দীঘল হাকুটী মোৰ নাই। আনে হাকুটীযাই তেওঁক তলত পেলাব নোৱাৰে নিজেই নপৰিলে। তেওঁলৈ মই হাকুটী তুলি ঢুকি পাওঁনে নাপাওঁ চোৱাও নাই। মই হাকুটীয়ালে হয়তো খহিব। কিন্তু তেওঁক মই নখহাওঁ, তেওঁ য'ত আছে তাতেই থাকক।

প্ৰশান্ত অহা সময়ত তাৰ পাচৰ পৰা মাহীয়ে মোৰ কোঠাত মোক ভৰাই তলা-ছাবি লগাই যায়। মাহীৰ এই কামত মোৰ হাঁহি উঠে। বন্ধ কোঠাটোত এইদৰে হাঁহি উঠা বাবে শেষত নিজকে পগলা-পগলা যেন লাগে। আৰু এই ভাব আহিলেই ভয়ত মোৰ হাঁহি বন্ধ হৈ যায়।

বুলবা। এইমাত্ৰ ডাক্তৰ খিৰেশদাসে হাস্পাতালৰ পৰা মোলৈ ফোন কৰি কলে—প্ৰতিভাই বোলে ফোনেৰে মোক বিচাৰিছিল। মই ঘৰলৈ অহা খবৰ তেওঁলোকে পোৱা নাছিল। ডাক্তৰ দাসে কৈছে, তাহাঁতি বোলে আহিব ইয়ালৈ। তাহাঁতি আহিব বুলি শুনি ভয়হে লাগিছে। তাহাঁতি আহি পোৱাৰ আগতে যদি মোৰ উদ্দেশ্য সিদ্ধি নহয় তেন্তে মোৰ এই উদ্দেশ্য সিদ্ধি হয়তো নহব।

মাহীয়ে কোঠাত তলা-ছাবি লগোৱা কথা কওঁতে ফোন অহাত উঠি গৈছিলো। প্ৰথম দিনা তলা-ছবি মৰা শব্দটো শুনি যি হাঁহি উঠিল সেই হাঁহি দমাবই পৰা নাছিলো। অৱশেষত এই হাঁহি দমাবলৈ আমাৰ জীৱনৰ কেইটামান করুণ অধ্যায় মনলৈ আনিলো। পুৰণি কথাবোৰ গ্ৰামোফোনৰ ৰেকৰ্ডত শুনাৰ দৰে শুনিলো। এল্-বাম খুলি ফটো চোৱাৰ দৰে স্মৃতি চকুৰে সেই দৃশ্যবোৰ চাই গলো।

তন্দ্ৰানয়নাৰ জ্বৰ। ক্ৰমাত জ্বৰ টানহে আহিছে। চৰকাৰী হাস্পাতালৰ ডাক্তৰ চাই দৰব বেজি লিখি দিছে। বেজি কিনিবলৈ

দেউতাৰ হাতত টকা নাই। শেষত দেউতা যোৰহাটৰ খুড়াৰ ঘৰলৈ গল কাৰোবাৰ গাড়ী এখন পোৱাত। সেই ৰাতি ৰতাহ ধুমুহাই আমাৰ ঘৰৰ মুখচ উকৱাই নিছে। ঘৰৰ ভিতৰত পানী নপৰা ঠাই এডোখৰ বিচাৰি মাযে জ্বৰীযা তন্দ্ৰানয়নাক বুকুত সাৱটি অ'ৰ পৰা ত'লৈ ত'ৰপৰা ত'লৈ এইদৰে ইঠাই সিঠাই বাগৰি ফুৰিছে। মাৰ পাচে পাচে মই আৰু প্ৰতিভা ঘূৰি ফুৰিছো। শেষ নিশা বতাহ ধুমুহা শান্ত অৱস্থালৈ আহিল। এই শান্ত পৰিবেশত তন্দ্ৰানযনাযে তাইৰ চকুৰ গধুৰ পতাযোৰ টানি মেলিলে। মোক দেখি মিচিকিযাই হাঁহিলে। মাৰ মুখলৈ চাই কিবা এটা কব খুজিছিল, কিন্তু সেই কথা তাই ফুটাই কব নোবাৰিলে। সৰু সৰু ওঁঠ দুটা মাথোন কঁপি উঠিছিল। তাৰ পাচতেই টানি চকু দুটা মেলি আকৌ মুদি দিলে। নিউমোনীযাত ভুগি থকা তন্দ্ৰানযনাৰ চকু আৰু খোল নাখালে।

বুলবা। মাহীযে দুবাৰত তলা-ছাবি লগোৱা দেখি হাঁহি উঠাত হাঁহি দমন কৰিবলৈ এই কথা স্মৰণ কৰা মুহূৰ্ততে মোৰ হাহি থমকি বৈ স্তব্ধ হৈ গৈছিল। মোৰ হাঁহি শুনি শিৱানী বেৰে-চালে কোবাই তলা-ছাবি খুলি কোঠালৈ সোমাই আহিছিল। ইযাৰ আগতেই মোৰ হাঁহি বন্ধ হৈছিল। লাইটটো জ্বলাই মোৰ ওচৰলৈ আহি মোক টান মাৰি তলত পেলাই মোৰ গাৰ ওপৰত লেপ তুলি সোপা হেচা দি কলে—'মাৰ-বাপেৰৰ মূৰ চোবাই আহি লোকৰ গলগ্ৰহ হৈ থাকি বৰ ফূৰ্তি লাগিছে। ফুৰ্ত্তিতে পগলাহৈ অকলৈয়ে হাঁহে। এই হাঁহিৰ মানে—? মোৰ পঢ়াত ব্যাঘাত জন্মোৱা? যিমান পাৰ এই সোপাৰ মুখত সোপালৈ হাঁহি থাক' বুলি আকৌ এবাৰ গাৰ ওপৰত জাপি দিযা কাপোৰ সোপাত হেচা দি শিৱানী ওলাই গল।

হেচামাৰি থৈ যোৱা কাপোৰ সোপা আতৰাই মা-দেউতাক সুঁৱৰি পাৰোমানে কান্দিলো। শিৱানী কোঠালৈ অহাৰ আগতেই মা-দেউতা তন্দ্ৰাইতৰ কথাৰে বুকু হম্ হম্ কৰিছিল। তাতে শিৱানীৰ

এঁনে উক্তি। চকুপানী ওলোৱা বন্ধ হলত মই আকৌ লাইটটো জ্বলাই আইনাৰ সমুখত থিয় হলোহি। আইনাত প্ৰতিফলিত হোৱা মোৰ প্ৰতিবিম্বৰ চকুত চকু পৰিলে শোকে মোৰ বুকুত খুন্দা মাৰি ধৰে। এইযোৰ চকুতে দেউতাই প্ৰখ্যাত হোৱা মহীয়সী নাৰী হোৱাৰ সপোন দেখিছিল। এইযোৰ চকুত সিদিনা প্ৰশান্তই মধুৰ মাদকতাৰে ভৰা সাধু শুনিছিল—সেই সাধু আধা শুনা হল। এই-যোৰ চকুত দেৱজিতে মই জ্বলি মৰা সপোন দেখিছিল। আৰু এইযোৰ চকুৱে মোক দিলে কি—? কান্দিবলৈকে আহিলি বুলি মই চকুযোৰক উদ্দেশ্য কৰি অফুট সুৰৰে মনতে কলো। আকৌ অশেষ ধাৰাৰে মোৰ চকু পানী বাগৰি আহে। বহু সময়ৰ পাচত আৰু নাকান্দো বুলি চকু মোহাৰি আইনাৰ ওচৰৰ পৰা আতৰি আহো। মই কান্দো বুলি কান্দিব পাৰো আৰু উঠলি উঠা কান্দোনখিনি আৰু নাকান্দো বুলি তৎক্ষণাত সামৰি থব পাৰো। এই আহৰণ মই গোটাই লৈছো।

তোমাক কৈছোৱেই—প্ৰশান্ত অলপ সময়ৰ বাবেহে আহিছিল। তাতে প্ৰায়েই নাহে। আহিলে শিৱানীৰ পঢ়া কোঠাৰ পৰাই যায় গৈ। এতিয়া তেওঁ যেতিয়াই তেতিয়াই আহে। আহি বহু সময় থাকে। কেতিয়াবা দিনটোত দুই-তিনিবাৰো আহে। ঘৰৰ ল'ৰাৰ দৰে পোনেই ভিতৰ সোমাই আহে। খোৱা পানী বা তামোল এখন বিচাৰি পাকঘৰৰ দুৱাৰ মুখত থিয় হয়হি। মাহীৰ লগত কথা পাতিবলৈ পাচফালৰ বাৰান্দাত বহি লয়। এইদৰে অহা বাবে চোতালে ঘৰে য'তে ত'তে সদায়েই মোৰ লগত দেখা হয়। ওচৰত কোনো নাথাকিলে আমি দুয়ো মাথোন এপলক মুখলৈ চাই নিৰৱে আতৰি যাওঁ।

কেতিয়াবা প্ৰশান্ত পাচ বাৰীত শাক-পাত এদালো নথকা বাৰীখনকে ঘূৰি ঘূৰি চায়গৈ। মাটিকাহুৰি মানিমুনি আদিৰ উপকাৰিতাৰ বিষয়ে কাষে কাষে ফুৰা শিৱানীক কয়।

ফুলনিত সোমাই ফুল আৰু পখিলাক স্ৰজন কৰাজনক কিয়

সুন্দৰ বোলে কবলৈ লৈ কয় 'সুন্দৰে অসুন্দৰ সৃষ্টি নকৰে'। মানুহকো তেওঁ তেওঁৰ প্ৰতিবিম্বৰূপেহে সৃজন কৰিছিল। আচলতেতো মানুহ বেয়া নহয়। স্বাৰ্থপৰতাৰ আৰু নিৰ্মমতাৰ গৰলখিনি পিহে মানুহ দেৱতাৰ শৰীৰ পৰা নামি আহি ক্ৰমাত পশুৰ শৰীৰলৈ নামি যায়। মানুহ কদৰ্য হয়। মানুহ হিংস্ৰ হয়।"

মোৰ কোঠাৰ খিড়িকীৰ কাষত থকা শেৱালী জোপাৰ তলত বৈ কয়- "এই ঠাই ডোখৰ বৰ ভাল লাগে। মৰহা শেৱালীৰ এই গোন্ধটিয়ে সংসাৰৰ প্ৰতি থকা অতিৰিক্ত আসক্তিখিনি কমাই দিয়ে। সংসাৰৰ প্ৰতি নিৰাসক্তি ভাব আহে। মনে নিৰ্ব্বাণ লাভ কৰে। তাৰ পাচত প্ৰশান্তই ঠিক এনে ধৰণেৰেই গীত গায়। যিটো গীত শুনি মই তেওঁৰ লগত পৰিচয় হবলৈ গৈ কৈছিলো আপুনি আনৰ বুকুৰ অকথিত কথা শুনে বুলি সেই গীতটো সদায় গায়। কেতিয়াবা শেষলৈকে আৰু কেতিয়াবা দুই এটা কলি গায় এৰি দিয়ে।

প্ৰশান্তৰ মনৰ এই অস্থিৰ দিশটো দেখি-বুজি প্ৰশান্তলৈ পুতৌ হয়। বেয়াও লাগে। তেওঁক মাত দি শিৱানীয়ে কোৱা 'তাইনো কিমানক মনত ৰাখিব' কথাষাৰ অৰ্থহীন কৰিবৰ মন যায়। কিন্তু প্ৰশান্তৰ লগত মই কথা পাতিব নোৱাৰো তোমাক কৈছোৱেই। শিৱানী ওচৰত থকাবাবে মই মাত মতা দূৰৰ কথা খিড়িকীখন খুলি সেইফালে চাবও নোৱাৰো।

মোৰ হৃদয়ত কামনা-বাসনা নাই বুলি কলে মই যে মিছা কৈছো জগতে বুজিব। তাতে এই বয়স—বাসনাৰে মন পৰিপূৰ্ণ হৈ থকা বয়স। সঁচা কথা কবলৈ হলে তেওঁৰ উপস্থিতি মুয়ো বাঞ্ছা কৰো। দেখা সাক্ষাৎ নহলেও তেওঁৰ এই ঘৰত উপস্থিতি মোৰ পৰম বাঞ্ছনীয়। এই ঘৰৰে এঠাইত আছে—এই ভাবেই মোৰ শান্তি।

কেতিয়াবা উপলব্ধি কৰো জীয়াই থাকি আমনি লাগিছে। বহু বছৰ যেন মই পৃথিৱীত আছো। অতীতৰ কথাবোৰ সপোন সপোন

লাগে। কোনোবা জনমৰ কথা স্মৰণ হোৱাৰ দৰে লাগে। মোৰ বয়সনো কিমান হল আঙুলি পাবত লিখি চাওঁ।

১৯৪৭

—৪৮

—৪৯

ষোল বছৰ। মোৰ কপালত যদি আৰু ইমানখিনি আয়ুস আছে। ভাবি মোৰ যেন ভয় লাগি যায়। মই নিবিচৰা বস্তুত কিবা পোৱাৰ ভয়। বিচৰা একো নোপোৱাৰ ভয়।

* * *

এদিন প্ৰশান্তই শিৱানীক সুধিলে ভূপেন হাজৰিকা সঙ্গীত সন্ধ্যালৈ যাবানে নোযোৱা? তালাত মামুদ, শ্যামল মিত্ৰৰ গীত শুনিবলৈ তোমালোকৰ মাহীনে জেঠাইৰ জীয়েক তেওঁকো লগত লবা। এওঁলোক অহা কথা জানিলে তেওঁ নিশ্চয় যাব।

"যাবহে হয় সেইপাত। দেখা নাইনে আপোনাক চিনি পাযো আপোনাৰ আগত নোলায়। কোনোবাই যেন ৰসগোল্লা গিলাৰ দৰে তপ্‌কৈ তাইক গিলি খাব। প্ৰকৃততে তাই অমূল্য হব খোজাৰ বুদ্ধি এযা। খাতিৰ বাতিৰ কৰি তাইৰ পাচত ৰাজ্যৰ ভাল ভাল ল'ৰাবোৰ ঘূৰক তাই সেই চেষ্টাত থাকে। তাই আশাকৰে ৰাজ্যৰ ডেকাবোৰে তাইক লৈ কবিতা ৰচক, গীত গাওক আৰু তাইৰ বিৰহত আত্মহত্যা কৰক নাইবা চিৰকুমাৰ হৈ থাকিবলৈ ভীষ্ম প্ৰতিজ্ঞা কৰক। তাইক দেখি কোনোবা মুগ্ধ হলেও, গীত কবিতা ৰচিলেও বিয়া কৰাই পত্নী বুলি আনৰ ওচৰত পৰিচয় দিয়া সাহ কৰিব নোৱাৰে। কথা ওলাল যেতিয়া খুলি কবলগীয়া হল। শিৱানীয়ে মাতটো অলপ সৰু কৰি কৈ গল, 'তাই তাইৰ ৰূপটোৰে এটা পৰিযাল চলাইছিল। এই কথাত জোৰোনৰ দিনা হঠাৎ তাইৰ বিয়া ভাগে। দেৱজিত মহন্ত নামৰ ওচৰৰে ল'ৰা এটাক বগৰাবলৈ খুব চেষ্টা কৰিছিল। কিন্তু কি হব

দেৱজিতে তাইক হাড়লৈকে জানে। চাকৰিৰ নামত দেৱজিত অসমৰ পৰাই বাহিৰ হৈ গল তাইৰ ভয়ত। এইবাৰ নাৰীয়ে কি কৰিব নোৱাৰে—সেয়ে ভয় খালে।"

স্বপ্ননয়নাই বোধহয় তোমাক খুব ঈৰ্ষা কৰে।'

"নকৰিবহে হয়—আপোনাৰ বাবে বেচি ঈৰ্ষা।"

"তোমাক কিবা কৈছিল ?"

'নাই কোৱা। কিন্তু মানুহে জানো মানুহৰ মনৰ কথা বুজি নাপায়।'

"মোৰ মনৰ কথা কোৱাচোন বাৰু।"

"তাইলৈ আপোনাৰ—মানে—মানে আপুনি তাইৰ বগা ৰং দেখি অৰ্থাৎ তাইলৈ আপোনাৰ বৰ মৰম।"

প্ৰশান্তই এইদৰে মোৰ কথা উলিয়াই তেওঁলোকৰ মাজত মোক ৰাখি থয়। আজি কিছুদিনৰ পৰা গোটেই ঘৰখনে আকাৰে-ইঙ্গিতে শিৱানীক যে প্ৰশান্তলৈ দিব খোজে এই কথা প্ৰশান্তক বুজাবলৈ চেষ্টা কৰিছে। এই ইঙ্গিত বুজি প্ৰশান্তই আগ্ৰহে শিৱানীৰ লগত মোৰ বিষয়ে কথা হয়। মোৰ' নাম ঘনাই উল্লেখ কৰি শিৱানীক শিৱানীয়ে নজনা কিবা এটা বুজাবলৈ চেষ্টা কৰে।

*　　　*

মোক আৰু জীৱনে নামুৱা হল। মাহীহঁতে কৰা অত্যাচাৰ, শিৱানীয়ে কৰা অপমান আদি একোৱে মোক আঘাত দিব নোৱাৰা হল। তোমাক কোৱাই নাই—হঠাৎ য'তে ত'তে দেখা হলেও প্ৰশান্ত অহাৰ পাচত আগৰ দৰেই বন্দী হওঁ। মই যে ওচৰৰ কোঠাৰ পৰা শিৱানীহঁতৰ কথা-বতৰা শুনি থাকিব পাৰো এই কথালৈ শিৱানীৰ খিয়াল নাই। এদিন শিৱানীয়ে ঠাট্টা কৰি প্ৰশান্তক সুধিলে—"আপুনি নাৰীৰ দৈহিক সৌন্দৰ্য্যৰ ওপৰত গবেষণা কৰিছেনেকি ? মানে কি কয়— ?" প্ৰশান্তই কলে—'মানে সবিশেষ অনুসন্ধান Research

Investigation' বুলি কৈ প্ৰশান্তই শিৱানীক কলে—ভালকথা স্মৰণ কৰি দিলা তুমি। বাৰু শিৱানী স্বপ্ননয়নাৰ মোলৈ হোৱা অকাৰণ ভয়টো ভাঙি নিদিয়া কিয়?'

'মোৰ কাম নাই।'

'তুমি স্বপ্ননয়নাৰ পৰিচয় মোৰ আগত যেনেকৈয়ে নিদিয়া লাগিলে তেওঁক দেখি মোৰ হলে ভাব হয় যেন এপাহ যুঁতি ফুল।'

"ইমান সাহিত্যৰ লালিত্য সানি কথা কোৱাতকৈ কৈ দিয়ক তাই আপোনাক ভালকৈয়ে যাদু কৰি নাচোন নচুৱাইছে।" শিৱানীৰ কথা শুনি প্ৰশান্তই স-শব্দে চকীখন ঠেলা মাৰি ওলাই গল।

এদিন শিৱানীৰ খিয়াল হল—শিৱানীৰ পঢ়া কোঠাত তেওঁলোকে কথা পাতিলে যে মই শুনি থাকো—আৰু ফুলনিৰ সেই ঠাইত বহি প্ৰশান্তই গোৱা গানো মই শুনি থাকো। এই খিয়াল হবৰ দিনাই মোক আন এটা কোঠালৈ বদলি কৰিলে। চোতালৰ এমূৰে থকা দুটা কোঠাৰ এটা সৰু খেৰি ঘৰ। এটা কোঠাত থাকে দহ-বাৰ-বছৰ মান বয়সৰ নন্দ নামৰ কাম কৰা ল'ৰাটো। আনটো কোঠাত ৰাজ্যৰ ভঙা টিং, বাকচ, পচা কাঠ, থৈলা, খালি বটল, ভগা চকী আদি কিবা এসোপাৰে ভৰি আছিল। ভেকুৰা গোন্ধেৰে ভৰা ঘৰটো মচি কাচি পৰিষ্কাৰ কৰি ললো। এই কোঠাটোত থাকিবলৈ পোৱাত মই ভালেই পালো। ঘৰটোৰ পুব ফালেই তেওঁলোকৰ ডাঙৰ ফুলনিখন। সেই ফালে এখন ডাঙৰ খিড়িকীও আছে। এই খিড়িকীয়েদি সোমাই অহা বতাহ চাতিত মিলি নানান জাতীয় ফুলৰ গন্ধৰ সংলগ্নত উদ্ভৱ হোৱা সুগন্ধি এটিও মাজে মাজে সোমাই আহে। বৈ বৈ এই সুগন্ধটি মোৰ চৌদিশে বাগৰি ফুৰে। মোৰ বিছনাৰ ওপৰত ঘৰৰ মুধচত ঘৰ চিৰিকা চৰায়ে বাহ লৈছে। তাহাঁতি মোৰ বগা বিছনাচাদৰখনৰ ওপৰত খেৰ কুটা আদি পেলাই লেতেৰা কৰি থয়। ঘৰ-চিৰিকাৰ পোৱালি জগে। পোৱালিয়ে বাহৰ পৰা মূৰ উলিয়াই মাক দেউতাকে টোপ লৈ অহালৈ অপেক্ষা কৰি বৈ থাকে। পোৱালিলৈ মুখত টোপ লৈ ঘৰ-চিৰিকা চৰাই কেইটা খিড়িকীয়েদি সোমাই আহে। এই দৃশ্য দেখিলে মোৰ

চকুত ভাঁহে দেউতাৰ ছবিটি। দেউতাই হাতত টোপোলা বা মোনা এটা লৈ সোমাই অহা দৃশ্য চকুত ভাঁহে।

এদিন দুপৰীয়া।

শিৱানী সুশান্তি স্কুলত। মাহী উল্টোৰথৰ কিবা এটা গল্প পঢ়াত মগ্ন হৈ বিছনাত পৰি আছে। প্ৰশান্ত আহি পাকঘৰৰ দুৱাৰ মুখত থিয় হলহি। মই তেতিয়া গুণগুণাই তেওঁৰ গীত এটা গাই মৈদাখনত মাছ বাচি আছিলো। পিছল মাছবোৰ মোৰ হাতৰ পৰা পিচলি পৰোঁতে বা কাঁইটে হাতত বিন্ধিলে মই গোৱা বন্ধ কৰি থমকি ৰওঁ আৰু অলপ পাচতে আকৌ গাবলৈ ধৰো। মাছ খিনি বচা হলত কাঁহি এখনত মাছখিনি লৈ থিয় হৈ দেখো প্ৰশান্ত ওচৰতে ৰৈ আছে। তেওঁক দেখি মোৰ চুলিৰ আগে জীৱ যোবা অৱস্থা। কিমান সময় বা থিয় হৈ আছে। কোনোবাই কিজানি দেখিছে মোৰ এই ভয়। প্ৰশান্তই মোৰ মুখলৈ চাই থাকি কলে—'আপোনাক কি বুলি যে মাতিম ?'

'মাহী সৌ তাতে আছে আপুনি তাতে - ।' মই কলো।

"ইয়াতে বহো" বুলি কৈ প্ৰশান্তই খোৱা মেজৰ কাষৰ চকী এখনত বহি পৰিল।

"ইয়াত ধোৱা আৰু গৰমো।"—মই কলো। প্ৰশান্তই শান্ত মাতেৰে কলে—ইযাতে আপুনি দিনটো থাকে। আপোনাৰ বাবে গৰম নহযনেকি ?"

'মোৰ কথা বেলেগ। তাতে অভ্যাস আছে মোৰ।" মই কলো।

"মানুহ সকলো একে।" প্ৰশান্তই কলে—'আপোনাৰ কথানো বেলেগ হব কিয় ?"

"নহয় নহয় আপুনি ইয়াত নালাগে বহিব।' মই মিনতিৰ সুৰে কলো।

"দেখা পোৱাৰ সৌভাগ্য মিলিল আজি। এই মাহেন্দ্ৰক্ষণটি নাপাহৰো"—বুলি আপোনাৰ লগত প্ৰথম সাক্ষাতত আপুনি কৈছিল মোক। আপুনি সেই কথা পাহৰিলে। মোৰ মনত আছে। মোৰ নাম প্ৰশান্ত পদ্ম।

মই তেতিয়াও এহাতে মৈদাখন আৰু আনখন হাতে মাছৰ কাঁহিখন লৈ আছিলো। সেইখিনি থবলৈ যোৱা চলেৰে আতৰি যাব খোজাত প্ৰশান্তই মাত দিলে—"নপলাব মই এতিয়াই যাম" বুলি। লগে লগে তেওঁ বহাৰ পৰা থিয় হল। মই ঘূৰি তেওঁৰ ফালে চালো। তেওঁ মোক শান্তস্বৰে প্ৰশ্ন কৰিলে—"কওক মই কি খুব বেয়া স্বভাৱ-চৰিত্ৰৰ? কিয় ইমান ভয়?" তেওঁৰ কথা শুনি মই আগবাঢ়ি আহি প্ৰশান্তৰ চকুৰ আগত মোৰ চকু দাঙি ধৰি কলো "মোৰ চকুত ভয় আছে সঁচা। কিন্তু কি ভয় সেয়া আপুনি বুজি লওক।" তাৰ পাচত থবকৈ সেই ঠাইৰ পৰা আতৰি গলো। মাছ আৰু মৈদাখন থৈ হাত ধুই হাতত সাবে ভৰিত সাবে গৈ মাহীক চালোগৈ। মাহীৰ টোপনি। হাতত লৈ থকা কিতাপখন বুকুত পৰি আছে। পাক মাৰি চাৰিও কালে চকুফুৰাই চাই আহি প্ৰশান্তৰ সমুখত থিয হলোহি। তেওঁ মোক দেখিয়েই কলে—"মোৰ কথাৰ যে আপুনি উত্তৰ নিদিলে?"

"আপুনি সচাকৈযে একো বুজা নাই?" মই প্ৰশ্ন কৰিলো।

"অনুমানতে যি ধৰি লৈছো সি ভুল হবওতো পাৰে।" প্ৰশান্তই কলে।

"মই নিৰুপায। আপুনি নিজে যদি বুজি নাপায মই বুজাব নোৱাৰিম।" মই কলো। 'মাথোন এটা কথাই কব পাৰো, আপোনাক মই চিনি পাইছো। আপুনি দেবুদাৰেই যেন একাংশ।'

"আপোনাৰ লগত দুটা কথা হোৱাৰ আশা ত্যাগ কৰি মোৰ কব-লগীয়া কথাকেইটা লিখি আনিছিলো" - বুলি প্ৰশান্তই পেণ্টৰ জেপৰ পৰা ভাজ কৰা কাগজ এখন উলিয়ালে। 'দিয়ক' বুলি মই হাত পতাত তেওঁ কলে "চিঠি নহয।"

প্ৰশান্তৰ হাতৰ পৰা চিঠিখন লৈ মই তৎক্ষণাত ব্লাউজৰ ভিতৰত ভৰালো। কোনোবাই কিজানি দেখিলে এই ভাবেৰে চাৰিওফালে চালো। চিঠিখন ক'ত যে নিৰ্ভয়ে পঢ়িম। শেষত গা-ধোৱা চলেৰে গা-ধোৱা ঘৰত সোমালোগৈ। পানীৰ তেপ্‌টো খুলি থৈ চিঠিখন পঢ়িবলৈ ললো। ওপৰত কোনো সম্বোধন নাই।

ধৰাক সুন্দৰ কৰিম বুলি কোন বিধাতাৰ শাওঁপাতত অসুন্দৰ খলা-বমা পথত উজুটি খাই খাই চকুলোৰে পৃথিৱী মচি এখনি করুণ ইতিহাস লৈ আপুনি যেন বৈ আছে কাৰ অপেক্ষাত। অসহায দৰিদ্ৰতাৰ বিৰুদ্ধে যুঁজি সুন্দৰক সজাৰ ব্ৰত লৈ অহা মোৰ দৰে ল'ৰাই যদি আনৰ বুকুৰ নিৰৱ ভাষা নুবুজে বুজিব কোনে? মই জানো আপোনাৰ শিল্পী পৰাণে কি বিচাৰে। সিদিনা মোৰ গান শুনি কিয আপুনি মোক গ্ৰীনৰুমত বিচাৰি গৈছিল তাকো বুজিছো।

মই মোৰ মনৰ দুৰ্ব্বলতাক স্বীকাৰ কৰিছো। মোৰ মনত সাঙ্ঘাতিক আলোড়ন এটাই মূৰ দাঙিছে। মোৰ জীৱনটো বৰ দৈন্য যেন লাগিছে। ইযাৰ কাৰণ কি উৎস কি মই সকলো বুজিছো। সেযেহে আতঙ্কত মোৰ মাত হৰিছে। ইমানদিনে সামাজিক ভাবে আমাৰ ক্লাবটো আৰু নিজৰ কিছু কল্পনা লৈযেই মই পূৰ্ণ আছিলো। পিচে আজি মোৰ ঘপহকৈ অগনি জ্বলিল। অত দিনে আনন্দৰ উৎস বুলি ভাবি অহা সোপাযে মোক সান্ত্বনা দিব পৰা নাই। মোৰ মনৰ এটি অংশই হাহাকাৰ কৰি এইজনী স্বপ্নযনাকেই যেন বিচাৰি ফুৰিছিল। এইজনী স্বপ্নযনাৰ পৰিচয এটি নামেৰে নহয। এটি শিল্পী পৰাণেৰেহে।

যেন এটি তৰা
যেন এটি সপোন।

আমাৰ দলটো ৰাচিযালৈ সাংস্কৃতিক মিশ্যন হৈ যোৱাৰ কথা আছিল। ৰাচিযালৈ কি লৈ যাম? এই সুদীৰ্ঘ কালছোৱাত মই এজনো সঁচা শিল্পী নাপালো। বিশেষকৈ ছোৱালীৰ কথা কৈছো।

মোৰ জন্মৰ দিনাই মোৰ মাতৃৰ মৃত্যু হয। মাক দেখা নাপালো কিন্তু ঘৰৰ কোঠাত আছে মাৰ তৈল চিত্ৰ, এলবাম ভৰি আছে মাৰ ছোৱালী দিনৰ অৰ্থাৎ স্কুল কলেজীযা দিনৰ পৰা মৃত্যুৰ আগলৈকে বিভিন্ন ফটো। কেতিযাবা কাৰোবাৰ লগত কাৰোবাৰ চেহেৰাৰ অদ্ভুত মিল হয। আপোনাৰ এখন ফটো নি মাৰ ফটোৰ লগত মিলাই দিলে, কোনেও ধৰিব নোৱাৰিব। ঠিক এই চকু। এই ভ্ৰু। এই নাক।

তাতোকৈও ডাঙৰ কথা, মই আপোনাৰ চকুত অকণ সঁচা মৰমৰ সন্ধান পাইছিলো। যি মৰমত কোনো স্বাৰ্থ থাকিব নোৱাৰে। মাতৃ স্নেহ কাক কয় নুবুজিলো। বোধহয় মাতৃৰ স্নেহৰ দৰে স্বাৰ্থহীন স্নেহ। সেয়ে হয়তো মই চঞ্চল হৈ উঠিছো। অমৃতৰ পূৰ্ণপাত্ৰলৈ আপুনি যেন বৈ আছে।

* * *

আন এদিন। ভৰ দুপৰীয়া বন্ধ দুৱাৰত টোকৰ পৰাত দুৱাৰ খুলি দেখো দুৱাৰ মুখত প্ৰশান্ত। প্ৰশান্তক নিৰলে এইদৰে পালে ভয়ত মোৰ হৃদয়ে ত্ৰাহি ত্ৰাহি বোলে। মোৰ ভয় শিবানীয়ে এই কথা জানিলে কি ভাবে লয় এই ভাবত। সেপ ুকি মই প্ৰশান্তক কলো—'আপুনি দুপৰীয়া কিয় আহে? শিবানীতো ইমান সময়ত স্কুলত থাকে।'

'ইমান দিনে আপুনি ইয়াকেহে বুজিলে—?' হতাশ ভাবে প্ৰশান্তই কলে। তাৰ পাচত কলে—'আপোনাক তেন্তে ভালকৈ বুজাই দিওঁ। মাক দেউতাকে শিৱানীক অকণ চাই দিবলৈ বাৰে বাৰে অনুৰোধ কৰা বাবে, অৰ্থাৎ অনুৰোধ পেলাব নোৱাৰি অকণ চাই দিওঁ। মই তেওঁৰ ঘৰুৱা শিক্ষক নহওঁ। পাৰিশ্ৰমিকো নলওঁ। ইচ্ছা হলে বন্ধ কৰিও দিব পাৰো। বন্ধ কৰিম বুলিয়েই ভাবিছিলো সেই সময়তে ।' 'বাৰু সেইবোৰ যেই হওঁক দুপৰীয়া আপুনি নাহিব।' প্ৰশান্তৰ কথা শেষ নৌহওঁতেই মই কলো।

'আপোনাৰ কথা জানিবৰ মন যায় বাবেহে—"

'শিৱানীক সুধিলেই হয় দেখোন।'

'তেওঁক নোসোধাকৈয়ে তেওঁ বহুত কয়। গঙ্গাজলৰ সমান পবিত্ৰ আপোনাৰ ৰূপ। তেওঁ তাত "

'তেওঁ কোৱা কথা যদি সঁচা হয়, তাত আপোনাৰ কি হানি?' এই বাৰো তেওঁৰ কথা শেষ হোৱাৰ আগতেই কলো।

'আপুনি এনেকৈ কৈছে?' আচৰিত হোৱাৰ দৰে প্ৰশান্তই কলে।

'আচৰিত হ'বলৈ কি আছে ?' মই গহীন ভাবে কলো।

'আপুনি কৰ্কশ স্বৰে কথা নকব। এই স্বৰত আপোনাৰ সৌন্দৰ্য্য হ্ৰাস পাব।'

প্ৰশান্তৰ কথা শুনি মই হাঁহি দিছিলো। ব্যঙ্গ হাঁহি। মোৰ মুখলৈ চাই থাকি তেওঁ কলে—'আপুনি যিমান সুন্দৰ সিমান নিষ্ঠুৰ।' মই উত্তৰ দিলো—'মইতো আপোনাক কৌৱা নাছিলো মই বৰ দযাৱতী বুলি।' মোৰ কথাৰ ওপৰত এইবাৰ তেওঁ কোনো কথা নকৈ ক্ষন্তেক মোৰ মুখলৈ কি যেন বুজিবলৈ চেষ্টা কৰি চালে। তাৰ পাচত খৰকৈ খোজ দি বাটত উঠিলগৈ।

* * *

এই দুদিন দুপৰীযা প্ৰশান্ত অহাৰ কথা। শিৱানীক কওঁ কওঁ বুলিও কব নোৱাৰিলো। কব খুজিলেই অদৃশ্য হাত এখনে যেন মোৰ মুখত সোপা দি ধৰে। ইযাৰ কেইদিনমান পাচৰ কথা। প্ৰতিভাৰ পৰা অহা চিঠি এখন মই পঢ়িবলৈ লওঁতে ঘোৰ মূৰ্ত্তি ধাৰণ কৰি শিৱানী সমুখত থিয হলহি। মোৰ হাতৰ পৰা চিঠিখন কাঢ়ি পেলালে। তাৰ পাচত কলে—"কথা লুকুৱাইছিলি কিয ?"

'কি কথা— ?

'দুপৰীযা দুপৰীযা প্ৰশান্ত কিয আহে—?'

'কিয কম তোমাক ? অবোধ বালকেহে চুৰি কৰি মই চুৰ কৰিছিলো বুলি কব।"

'কবই লাগিব—বাপ বুলি কবি।' উত্তেজনাত শিৱানীৰ মাত বন্ধ হৈ গৈছিল। অলপ ৰৈ আকৌ কলে - 'চিঠিবোৰ দে।'

'কাৰ চিঠি – ?' অবাক হৈ মই সুধিলো।

'প্ৰশান্তই দিযা প্ৰেমপত্ৰবোৰ।'

'প্ৰেমপত্ৰ— ?'

'হা-হা, প্ৰেমপত্ৰ। এজন ডেকায়ে বা এজনী যুৱতীয়ে—তোমাৰ

বাবে মৰি যাম, মোৰ তুমি জীৱন, তুমি আত্মা, তুমি কাণৰ সোণ, গলৰ মণি, এই কথাবোৰ প্ৰেমাস্পদলৈ লিখিলে, সেই লিখাক প্ৰেমপত্ৰ বোলে।'

"আগেয়ে তুমি মই লিখা প্ৰেমপত্ৰ সোপা তেওঁক খুজি লোৱাগৈ। আৰু তুমি নথকাত তেওঁ কিয় ইযালৈ আহে তেওঁক সুধিবা। মোৰ পৰা তুমি একো উত্তৰ নাপাবা।"

'তেওঁ নকয়। তই যাদু কৰি তেওঁক বশ কৰি থৈছ।'

'শিৱানী, এইদৰে তুমি যিহকে-তিহকে কৈ মোক একো কৰিব নোৱাৰা। মাথোন প্ৰশান্তক অপমান কৰিছা—আৰু নিজৰ অক্ষমতাৰ বা মূল্যহীনতাৰহে পৰিচয় দিছা।'

'কি কলি ?'

'তুমি নথকাত তেওঁ কিয় আহে ?'

'বাঃ কোনে কাক প্ৰশ্ন কৰিছে চোৱা।'

"মোক উত্তৰ দিব নালাগে, নিজেই মাথোন তাৰ উত্তৰ বিচাৰি লোৱা।'

সেইদিনা দুপৰীয়া প্ৰশান্ত অহাৰ পাচৰ পৰা প্ৰশান্ত আৰু অহা নাই। এমাহ পাৰ হৈ গল। সকলোৱে ধৰি লৈছে শিৱানীৰ ক্ষতি হওঁক বুলি মই প্ৰশান্তক আহিবলৈ মানা কৰিছো বুলি।

মাহীৰ কথা মতে মহাযে এদিন বিচাৰি গৈ বিচাৰি নোপোৱাত বিৰক্ত হৈ কলে—'মোক আৰু ঠেলি নাথাকিবা। নাহে নালাগে আহিব। বগা ভাত দেখিলে ক'লা কাউৰীৰ আকাল নাই। কেইটা মাষ্টৰ লাগে এঘণ্টাত মই আনি দিব পাৰো। সিও চাই লওক।'

মহাৰ কথা শুনি মাহীযে বিৰক্ত ভাবে কলে—'আপোনাৰ পৰা আৰু একো নহব। আপোনাৰ দোষতেতো বিয়াখন বন্দবস্ত আজিও নহল। মাষ্টৰ পাবলৈ নাই বুলি তাক ইমানখিনি আদৰ যত্ন কৰিছিলোনে।"

'কন্যাদান কৰিবলৈও এনে পাত্ৰ গণ্ডাই গণ্ডাই পাম। তাহাঁতক বন্ধা ৰচি মোৰ হাতত।'– মহাই কলে।

"সেই কাৰণেহে মোকোলাই গল।"

"কুক্কুৰৰ ধন্ ধানৰ আকাল নাই—মোহ নাই। চাকৰি বাকৰিও হৈ গল।'

'যেই হওক —ল'ৰাটো ভাল আছিল।'

প্ৰায়েই মাহী-মহাৰ মাজত প্ৰশান্ত নহা বাবে বাকযুদ্ধ হয়। দুদিন মানৰ পাচত মহাই এদিন এজন ডেকা আনি ঘৰৰ সকলোৰে লগত পৰিচয় কৰি দিলে। (সেই সময়ত মোক কোঠাত বন্ধ কৰি ৰাখিছিল।) 'সিদ্ধাৰ্থ ফুকন ইঞ্জিনিয়াৰ।'। মাহীক কোৱা শুনিছিলো—'সুবিধা পালে বিদেশলৈ যোৱাৰ চেষ্টাত আছে। ছোৱালীজনীক অকমান দেখুৱাই দিবা বুলি অনুৰোধ নকৰিবা। সেইটো প্ৰফেচাৰ আছিল কৈছিলা দেখিবলৈ ভাল।"

ঠিক সেইদিনাই প্ৰশান্তৰ চাকৰ ল'ৰাটো আহি কলেহি—'চাৰৰ জ্বৰ। টাইফয়েড, হাস্পাতালত আছে। মযো নথকাত বোলে বিচাৰি গৈছিল শুনিলো।'

এই খবৰ শুনাৰ পাচতো শিৱানীযে হাঁহি মাতি আনন্দ মনে সিদিনা সন্ধ্যাসাজ শিৱানীহঁতৰ ঘৰত সিদ্ধাৰ্থক ভাত খোৱাৰ নিমন্ত্ৰণ কৰা দেখি মই অবাক। ভবিষ্যতৰ সকলো আশাৰ মূল হিচাবে এদিন ভবা এই মানুহজনৰ অসুখৰ খবৰ পায মনটো কেনেবা কেনেবা কৰিব নাপাযনে। সেযেহে বোধহয শিৱানীযে পাবলগীযা মনোকষ্ট খিনিযে মোৰ বুকুত ঠাই বিচাৰি ললে।

পিচদিনা শিৱানী-সুশান্তিক সাজি-পাৰি ওলোৱা দেখি মনটো ভাল লাগিল। মই ধৰি ললো তেওঁলোক হাস্পাতাললৈ যাব। চাহ দিওঁতে সুশান্তিক সুধিলো—"তোমালোক হাস্পাতাললৈ যাবা?" তাই উত্তৰ দিবলৈ লওঁতেই বিৰক্তকণ্ঠে শিৱানীযে কলে কি দুখত হাস্পপাতাললৈ যাম? আমি সিদ্ধুদাৰ (সিদ্ধাৰ্থ) লগত ফুৰিবলৈ ওলাইছো। চিনেমাও চাম মন গলে।'

'মই ভাবিছিলো তোমালোকৰ পোনাদাক চাবলৈ যাবা।'

'পোনাদা আমাৰ হৈ থকা নাই। এতিয়া তোৰ পোনাদা।

চাবলৈ যাব যদি তই চাই আহগৈ। ড্ৰাইভাৰক কগৈ লৈ যাব। আমি যাম সিদ্ধুদাৰ গাড়ীত। চাবলৈ কোন্নাত ভাল পাইছ? কিন্তু আজি নহব। আজি সিদ্ধুদাযে ইযাত খাব। ন-খন ব্যঞ্জন বান্ধি থবি। তেতিযা ইচ্ছা হলে কালিলৈ দুপৰীয়া পোন্ধৰ মিনিতৰ বাবে ছুটী দিম।" তাৰ পাচত অলপ বৈ কলে—"প্ৰশান্ত নমৰে বুজিলি। মৰাহলে, চাকৰি এটা অন্ততঃ খালি হলহেঁতেন। এনে লম্পট মানুহ কলেজৰ পৰা সোনকালে যোৱাই মঙ্গল।' 'তুমি সুন্দৰ কথা কৈছা।'—মই কলো। "প্ৰশান্তৰ বিযা। খবৰ পাৱনে?"—শিৱানীয়ে কলে। 'নাই পোৱা।' মই কলো।

"কাৰ লগত নোসোধ যে?" শিৱানীয়ে কলে।

"প্ৰযোজন নাই সোধাৰ।" মই কলো।

"তোৰ লগত।" শিৱানীযে হাঁহি কলে।

"মোক লৈ গীত কবিতা ৰচিলেও বিযা কৰাই সন্মান হানি কৰিব পৰা মনোবল তেওঁৰ নাই।" মই কলো।

"তেন্তে মোৰ লগত।" কৈ শিৱানীযে হো-হো-কৈ হাঁহিলে।

"মনটো তেওঁৰ সৌন্দৰ্য্য পিপাসিত।"—কৈযেই মই মাহীৰ চাহ কাপ লৈ ওলাই আহিলো।

সেই নিশা—সকলো ঘোৰ নিদ্ৰাত নিহ্পালী। অলপ দূৰত কুকুৰ এটাই মাজে মাজে ভুকৃভুকাই আছিল। বৈ বৈ ভুকা কুকুৰৰ ভুকনিযে নিশাটোক গহীন কৰি তুলিছিল। অলপ সময বিছনাত নিৰৱে বহি থাকি প্ৰশান্তৰ বাবে কি কৰা যায চিন্তা কৰি শেষত বাকচ খুলি মূৰ্ত্তিটো আনিবলৈ উঠি গলো। কিন্তু বাকচৰ ঘোৱা ঠাইত মূৰ্ত্তিটো নাপালো। কোঠাটোত তন্নতন্নকৈ মূৰ্ত্তিটো বিচাৰি নাপায মনতে কলো—'দেউতা তেওঁৰ ওপৰত কোনোবাই হাত দিলে। শিৱানীয়ে দুদিন হঠাৎ কোঠালৈ সোমাই দেখিছিল। নন্দই এদিন দেখি থৰ লাগি চোৱাৰ দৰে চাইছিল। মাহীক মই নিজেই মূৰ্ত্তিটোৰ কথা কওঁতে তাৰ ওজনৰ কথাও কৈছিলো। অলপ বৈ আকৌ মনতে কলো—আপদ গল, ভালেই হল। আপদ বাবেই

খুড়াইঁতে—কোনেও এই ভাব গ্ৰহণ নকৰিলে। মায়ো মূৰ্ত্তিটোৱে শাও দিয়া সপোন দেখাৰ পাচতে দেউতাৰ বেমাৰ হ'ল। মৃত্যু হ'ল। মায়ে নিজে দুৰ্ঘটনা ঘটালে। মায়ে দুসেৰ সোণৰ ওজনেৰে ইয়াক চোৱা নাছিল। মায়ে ভাবিছিল মূৰ্ত্তি মূৰ্ত্তিয়েই—সোণ হীৰাৰেই হওক বা মাটিৰেই হওক ই একেই মূল্যৰ। মই কিন্তু নিজেই নাজানিলো আজিও মই এই সোণৰ ৰাধা-কৃষ্ণৰ মূৰ্ত্তিটিলৈ কিদৰে চাইছিলো।

* *

আকৌ এদিন দুপৰীয়া প্ৰশান্ত আহি উপস্থিত হলহি। প্ৰশান্তই জানে মাহীয়ে এই সময়ত ঘোৰা-বাগৰ এটা দিয়াৰ নামত টোপনিত থাকে। শিৱানীহঁত থাকে স্কুলত।

বতৰটো ওমা-গোমা যেন দেখি বাহিৰত মেলি থোৱা কাপোৰবোৰ ভিতৰ সুমুৱাবলৈ লৈছিলো। বাহিৰত প্ৰশান্তক দেখি, ততাতৈয়াকৈ তেওঁক শিৱানীৰ পঢ়া কোঠালৈ মাতি নিলো। তেওঁৰ মুখলৈ চাই থাকি কলো—'প্ৰশান্ত তুমি যে ইমান খীনালা।' মই তেওঁক নাম ধৰি মতাত স-প্ৰশ্ন দৃষ্টিৰে মোৰ মুখলৈ চালে। তাৰ পাচত তেওঁৰ দুচকু আনন্দত তিৰবিৰাই উঠিল। তেওঁৰ মুখমণ্ডলত তৃপ্তিৰ হাঁহি বিযপি পৰিল। তেওঁ এখন ভাঁজ কৰা কাগজ মোৰ ফালে আগবঢ়াই দি কলে—'পঢ়ি চাব—মনৰ কথা সময়ত কথাৰে বুজাই কব পৰা নাযায়, সেয়ে লিখি আনিছো।' মই কাগজখনৰ সতে তেওঁৰ হাতখন তুলি লৈ কলো—'মই বিচাৰো তুমি লিখা আৰু লিখা। গোৱা আৰু গোৱা। তোমাৰ ৰচনাৰ প্ৰতি শব্দযে বিপ্লৱ কৰক।' তাৰ পাচত প্ৰশান্তক বহিবলৈ কৈ দুৱাৰৰ মুখৰ পৰা মাহীক চালোহি। মাহীৰ টোপনি আহিলেই নাকৰ শব্দ হয়। সেই শব্দ শুনি মই নিচিন্ত হ'লো। গা-ধোৱা ঘৰত সোমাই চিঠিখন পঢ়ি চালো—তেওঁক মই ভুল বুজাবাবে অনুতাপ কৰি কৰি লিখিছে—'মোৰ কঙাল মনটোক ক্ষমা কৰিব। নোপোৱাক পাবৰ বাবে দুৰ্ব্বাৰ বাসনা হয়। মই মোৰ

মনক সান্ত্বনা দিছো পৃথিৱীত সকলো হব পাৰিলেও মাক হুজনী হব নোৱাৰে। মই আপোনাক সেইকৈ মাতিছো মোৰ অন্য ভাব একো নাছিল। অকণমান সময় যদি নিৰলে লগ পালোহেঁতেন।'

ঠিক এই কথাটোক মযো ভাবিছিলো। চিঠিখন ব্লাউজৰ ভিতৰত ভৰাই মই প্ৰশান্তৰ ওচৰলৈ ঘূৰি আহিলো। খিড়িকী এখনৰ কাষলৈ তেওঁক মাতি নি থকা ঘৰটো তেওঁক দেখুৱাই কলো—'সৌ ঘৰটোত মই থাকো। তুমি কিমান দূৰত থাকা ? দিনত মই তোমাক লগ পাব নোৱাৰো। কি কৰিম কোৱা ?"

মই কথা কওঁতে প্ৰশান্তই মোৰ মুখলৈ চাই আছিল। মই তেওঁৰ চকুলৈ চাই তেওঁৰ চকুৰ মণিত মোৰ ছবি দেখিছিলো। তেওঁৰ ক্লান্ত-ভৰা চকুত মই তেওঁৰ মনৰ অতললৈকে দেখা পাইছিলো। সমুখত থিয় হৈ থকা ছ ফুট ওখ প্ৰশান্তক সেই সময়ত মোৰ এনে লাগিছিল যেন মাথোন এহাত দেহাৰ এটি কেচুৱা ল'ৰা। মই তেওঁৰ চকুলৈ চাই থাকিযেই কলো—'তুমি মোক মা বুলি মাতিব পৰা হলে ।'

প্ৰশান্তৰ দৰে এটি সন্তানৰ মাতৃ হলে কিমান তৃপ্ত হম সেই কল্পনা সুখৰ তৃপ্তিতে মোৰ চকু জাপ খাই গৈছিল।

* * *

তেতিয়া গভীৰ নিশা। মোৰ কোঠাত জ্বলি থকা মম দালে কোঠাটো কোমল ভাবে পোহৰাই ৰাখিছে। বাহিৰত শো-শো-বতাহ বলি আছে। বেৰৰ ওপৰত থকা বাঁহৰ চিলিঙিয়েদি সোমাই অহা বতাহে মমৰ অগ্নিশিখাৰ কঁপনি তুলিছিল।

মোৰ বিছনাত বহি প্ৰশান্তই কান্দিছিল। টপ্ টপ্ কৰে প্ৰশান্তৰ চকুপানী সৰিছিল। মই সমুখৰ বেৰত আঁউজী থিয় হৈ থাকি সেই দৃশ্য উপভোগ কৰিছিলো। এজন পুৰুষে মোৰ বাবে ( যি কাৰণতেই নহওক লাগে ) মোৰ সমুখত কন্দা দৃশ্যটোৱে মোৰ মনত আঘাত দিব পৰা নাছিল যেতিয়া—সেই দৃশ্য মই উপভোগ কৰিছিলো আৰু কি ?

মনটো অৱশ্যে কেনেবা কেনেবা লাগিছিল। প্ৰশান্তই অনুশোচনাৰ দগ্ধ কণ্ঠে কৈছিল—'মই পাপ কৰিলো। মই তোমাক এইদৰে বিচৰা নাছিলো।'

"মযো এইদৰে বিচৰা নাছিলো।" মই কলো।

"এৰা মোৰেই ভুল" প্ৰশান্তই লাহে লাহে কলে—"মই তোমাক মাতৃ ভাবে, গোসানী ভাবে, যি ভাবেই নাচাওঁ লাগিলে এইটো সত্য তুমি যৌৱন, তুমি উত্তাপ। তুমি স্পন্দন। তুমি প্ৰকৃতি, মই পুৰুষ— এযে সত্য। এই সত্য সম্বন্ধৰ মাজত যেতিয়া ক্ষুদ্ৰতমো বাধা নাথাকে এনে শান্ত পৰিবেশত এজনে আনজনক নিবিড় ভাবে কাষত পালে যি আদিম সত্য—যি চিৰ সত্য সি মূৰ দাঙি উঠে আৰু সিযে সত্য হয়। সমাজনীতি নিযম বান্ধোন আদি কেৱল সমাজৰ শৃঙ্খলা আৰু শান্তিৰ বাবে সমাজে সৃষ্টি কৰিছে। সেযেহে নীতি নিযমৰ বান্ধোনৰ সীমা চেৰাই গৈ সমাজৰ বা লোক চক্ষুৰ আৰত এজন সুস্থ সবলী পুৰুষৰ এগৰাকী মৰমৰ গাভৰুৰ স্পৰ্শ আৰু উত্তাপত তেওঁৰ দেহৰ প্ৰতি ৰন্ধ্ৰে ৰন্ধ্ৰে এক উত্তেজনা বা শিহৰণ উঠি অন্তৰলৈ প্ৰবিষ্ট হয। শিৰে শিৰে শিহৰণ প্ৰবাহিত হয। শৰীৰৰ এই কোলাহলত বাকী পাতি লোৱা সম্বন্ধবোৰ মিছা হৈ যায।"

'তেন্তে তোমাৰ পাপ হল কেনেকৈ?'—মই সুধিলো।

'কিয আমি এই পৰিবেশৰ সৃষ্টি কৰিলো। কিয আমি আনৰ অলক্ষ্যে ইজনে সিজনৰ কাষ চাপিলো। সীমা চেৰাই যোৱাটোৱেই ভুল।'—প্ৰশান্তই কলে।

'জানি বুজি কৰা ভুলেই পাপ'—মই কলো।

'আনৰ অনিষ্ট হব বুলি জানিও কৰা কাৰ্য্য সচাই পাপ।' প্ৰশান্তই কলে।

'কাৰোবাৰ যদি অনিষ্টই হোৱা কথা, তেন্তে তেনে কাম কিয কৰিলা?'—মই কলো।

'মোৰ হৃদযৰ স্বাৰ্থহীন এক দুৰ্ব্বাৰ বাসনায়ে মোক টানি আনিলে।'

'স্বাৰ্থহীন মানেই পবিত্ৰ। এই পবিত্ৰতাই তোমাৰ ভুলক পাপৰ

ঘৰলৈ ঠেলি নিদি ভুলৰ ঘৰতে ৰাখিছে। আজিৰ পৰা এনে ভুল নকৰিলেই হল। জানি শুনি পাপত লিপ্ত হোৱাকে মহাপাপ কৰ। নোবোলে জানো? মই এইবোৰ বুজি নাপাওঁ। বুজিবলৈ চেষ্টাও নকৰো।'

'মই মোৰ ভুল সোধৰাব পাৰিম' বুলি ঘপহকৈ প্ৰশান্তই মোৰ ভৰি দুটা চুলে। মই ভৰিৰ পৰা প্ৰশান্তৰ হাত আতৰাই দি কলো— 'বয়সত সৰু হলে ভৰি চুই প্ৰণাম কৰিলে বোলে অকল্যাণ হয়।' প্ৰশান্তই আক্ষেপ কৰি কলে—'কিয় যে তুমি মোক সাৱটি ধৰিছিলা। নহলে মোৰ এই ভুল নহলহেঁতেন। প্ৰতিশ্ৰুতি দি মালাক মই প্ৰতাৰণা কৰিলো।'

মই মনে মনে থাকিলো। এখন অঁকা ধুনীয়া ছবি বা এটি ধুনীয়া দৃশ্য চাই মই ঘণ্টাৰ পাচত ঘণ্টা কটাব পাৰো। এজোপা ফুল ফুলা ফুলগছ দেখিলে নেদেখালৈকে ঘূৰি ঘূৰি চাই যাওঁ। হাঁহি মুখৰ ধুনীয়া শিশু দেখিলে একোলালৈ জোৰেৰে বুকুত হেচি ধৰিবলৈ নাপালে মোৰ প্ৰাণে শান্তি নাপায়। মোৰপ্ৰাণ উতলা কৰা সুৰস্ৰষ্টা প্ৰশান্তকো মোৰ তৃষ্ণাতুৰ প্ৰাণে ঠিক এইদৰেহে আদৰেৰে সাৱটি লৈছিল। কিন্তু লগে লগে মই মোৰ এই মাৰাত্মক ভুলটো ধৰিব পাৰি তৎক্ষণাত তেওঁক এৰি দিছিলো। প্ৰশান্তই নিজে যদি এই কথা নুবুজে মোৰ বুজাবৰ সাধ্য নাই। মই মোৰ দেহ যৌৱন আৰু উত্তাপৰ কথা পাহৰি গৈছিলো। এইবিলাকৰ সতে মিলিহে যে মোৰ পিপাসিত প্ৰাণ এই কথালৈ মোৰ খিয়ালেই নহল। জীৱন বুলিলে এটা সজীৱ দেহহে বুজায়। সজীৱ দেহটো আতৰাই থৈ মোৰ তৃষ্ণাতুৰ প্ৰাণে যদি তেওঁক স্পৰ্শৰে মৰম দিবলৈ সক্ষম হলহেঁতেন, তেন্তে প্ৰশান্ত মোৰ প্ৰতি বিতুষ্ট নহল-হেঁতেন। যৌৱনপূৰ্ণ এই দেহটোৱেই যত অনৰ্থৰ মূল। মোৰ দেহৰ স্পৰ্শ আৰু উত্তাপে তেওঁৰ দেহত সুৰসুৰণি তুলিছিল। সেই সুৰসুৰণিত যি সত্য সিয়েই মূৰ দাঙি উঠিছিল। সেয়ে প্ৰশান্তৰ উন্মাদনাৰ স্পৰ্শত মই প্ৰশান্তক খং-ৰাগ কৰিব নোৱাৰিলো। মনতে মই কৈছিলো দোষী মইহে বুলি। চৰম মুহূৰ্ত্তত প্ৰশান্তয়ে আমি যিটোক পশু শক্তি বুলি কওঁ

সেই শক্তিক হত্যা কৰিছিল আৰু তেওঁ জয়ী হৈছিল। সেই অদম্য শক্তিক যন্ত্ৰণাৰে ভবিষ্যতৰ বাবেও হত্যা কৰিছিল। তেওঁৰ সহিষ্ণুতাৰ প্ৰতি মোৰ শ্ৰদ্ধা হৈছিল।

মোক বুকুৰ মাজৰ পৰা আতৰাই তেওঁ চিগাৰেট এটা জ্বলাই লৈ বিছনাতে বহিল। তাৰ পাচত জ্বলা চিগাৰেট্‌টো তেওঁ তেওঁৰ তল ওঁঠত অবিচলিত ভাবে ধৰি থাকিল। অগ্নিয়ে যেতিয়া তেওঁৰ কোমল মঙহ দহন কৰিছিল তেতিয়া তেওঁ জোৰেৰে চকুছুটা মুদি ধৰিছিল। মই অবাক হৈ সেই দৃশ্য চাই আছিলো। যেন এটা নিৰ্জীৱ দৃশ্য চাই ভোলগৈ ক্ৰমাত মযো এটা নিৰ্জীৱ মূৰ্ত্তিলৈ ৰূপান্তৰিত হৈছিলো।

বাহিৰত কিন্‌কিন্ কৰে বৰষুণ পৰি আছিল। মই আহি মোৰ বিছনাত পৰি জোৰেৰে বুকুত গাৰুটো হেচি ধৰিলো। অসহায় ভাবে মই কোঠাটোত এবাৰ চকু ফুৰাই চালো। প্ৰশান্ত মোৰ শিতানলৈ আহি মোৰ মূৰত হাত বুলাই দি সুধিলে—'কি হল তোমাৰ?' তোমাৰ চকুৱে মুখে ভয় আতঙ্কৰ চিহ্ন। তোমাক বৰ অসহায় যেন দেখাইছে।'

'অসহায় যেন নাই দেখানেকি? এই মুহূৰ্ত্তত মই আনন্দিত। এই নিশা মই সকলো পোৱাৰ সম্ৰাজ্ঞী।' —মই কলো।

'তুমিতো মোৰ পৰা একো পোৱা নাই।'

'বন্ধুত্বতকৈ মহৎ আৰু পৱিত্ৰ সম্বন্ধ মোৰ বাবে আন একো নাই। এই সম্বন্ধত মই সকলো বিচাৰি পাইছো।'

"তুমি সকলো সুখ ভোগৰ সম্ৰাজ্ঞী হ'লেও—কালৈ যেন ভয় কৰিছা?"

"ভয় অৱশ্যে লাগিছে।"

"মোলৈ – ?"

"তুমি মোৰ বন্ধু।"

"তেন্তে কালৈ— ?"

"বৰষুণলৈ।"

"বৰষুণলৈনো ভয় লাগেনে?"

"ৰৰষুণৰ লগত মই মোৰ মৃত্যুৰ পদধ্বনি শুনিবলৈ পাওঁ।"

"এইবোৰ তোমাৰ অলীক কল্পনা।"

"কল্পনা হলেও কল্পনা কেতিযাবা বাস্তৱত সত্য হয়। মই এনে এটা ৰৰষুণৰ ৰাতি মৰিম তুমি চাবা। কেতিয়াবা ৰৰষুণৰ লগত মৃত্যুৰ পদধ্বনি শুনো—আৰু দেৱজিত মহন্তক সমুখত দেখা পাওঁ। তাৰ পাচত সেই পদধ্বনি ক্রমাত যেন দেৱজিত মহন্তৰ ফালে আগবাঢ়ি যায়। কিবা কৰিব খুজি মই একো কৰিব নোৱাৰো, পৰিবেশটো ভয়-ভয়ঙ্কৰ হৈ পৰে। প্রশান্ত—ৰৰষুণ এৰিলেই তুমি যাবাগৈ। পুৱালৈকে ৰৰষুণ এৰাৰো লক্ষণ নাই। সময় বাৰু কিমান হল— ?"

'বাৰ বাজিছে।'

"তিতি হলেও শেষ ৰাতিযাবাগৈ। আমাক একেলগে নিশি যাপন কৰিবলৈ সমাজে বিযাৰ বান্ধোনেৰে বান্ধি যেতিয়া অধিকাৰ দিয়া নাই আমি ওৰে নিশা বহি ৰামায়ণ বা গীতা পাঠ কৰি একে সঙ্গে থাকিলেও অপযশ হব। কলঙ্ক হব।"

প্রশান্ত যোৱাৰ পাচত মই বিছনাত নপৰি শেষ নিশা তেওঁলৈকে লিখিবলৈ বহিলো।

প্রিয় প্রশান্ত—তুমি মোৰ বিষয়ে জানিব খুজিছিলা। একে সঙ্গে নিৰলে থকা সময়খিনিত মোৰ কবলগীয়া একোৱেই কোৱা নহল। সংসাৰক মই প্রাণভৰি ভাল পাওঁ। কিন্তু নিজে সংসাৰ ধৰ্ম্ম পালন কৰিব নোৱাৰিম কিজানি। কিযনো—মোৰ মনে বিযাৰ সংস্কাৰক মানি সমাজক স্বীকাৰ কৰি লব নোখোজে। বিযাৰ মানে কি ? এজনে আন জনৰ দায়িত্ব বহন কৰা আৰু দেহ মনৰ অংশীদাৰ হোৱা। সমাজত একে লগে থাকিবলৈ পৱিত্র অধিকাৰ পোৱা। সমাজৰ আন আন বহুত প্রযোজনৰ দৰেই আমি নাৰী জাতি যেন পুৰুষৰ প্রয়োজনৰ বাবেই সৃষ্টি। প্রয়োজন শেষ হলে আতৰাই যেতিয়া দিয়ে তেতিয়াহে আমি নিঃস্ব হওঁ।

দেহক কাৰোবাৰ হবলৈ দিবলৈ মই প্রস্তুত নহওঁ। পুৰুষে আমাক নিজৰ আন আন সম্পত্তিৰ লগৰে এটা সম্পত্তি বুলিহে ভাবে। এইবোৰ

মোৰ মনৰ কথা। এক এক নাৰীয়ে জীৱনক এক এক ভাবেৰে চায়। ঘৰ-মটৰ সম্পত্তি আ-অলঙ্কাৰ ধন-ৰত্ন লৈ কোনো নাৰী সুখী থাকে। কোনো সুখী থাকে স্বামী পুত্ৰ লৈ। কোনো হয়তো সকলো পাযো সুখী হব নোৱাৰে।

মই নাচ´ৰ প্ৰশিক্ষণ লোৱাৰ কথা ভাবিছো। বহুতে কয় নাৰ্চবোৰ বোলে ভালে নাথাকে। কিন্তু মোৰ মতে ই অৰ্থহীন কথা। মহৎ উদ্দেশ্যযে মানুহক সুন্দৰ কৰে। ভাল থকা বা বেয়া হৈ যোৱা এইবোৰ চৰিত্ৰৰ কথা, মনোবলৰ ওপৰত নিৰ্ভৰ কৰা কথা।

মোৰ এই যাত্ৰাত তুমি মোক আশীৰ্ব্বাদ কৰিবা মোৰ এই জুইজ্বলা দৈহিক সৌন্দৰ্য্য যেন খুব সোনকালে শেষ হৈ যায। বসন্তযে দেখা দি মোৰ মুখত দাগ্ দি মোক কুৎচিত কৰি গলে বৰ ভাল হয। মই যেন তোমাৰ স্বাৰ্থহীন প্ৰেমৰ আশীৰ্ব্বাদ শিৰত লৈ কুৰূপা হৈ যাওঁ। সকলোৰে চকুপৰে মোৰ এই বাহ্যিক সৌন্দৰ্য্যত। মোৰ আত্মিক সৌন্দৰ্য্যত সেযে কাৰো চকু পৰা নাই। যি অপূৰ্ব্ব সৌন্দৰ্য্যয়ে এদিন ভাবিছিল কোনোবাই হাতখন ধৰিলেও পাপ হোৱাৰ কথা অৰ্থাৎ সতীত্ব হেৰুৱা কথা। মিছা কথা কলে ধৰ্ম্ম জগতৰ পৰা খহি নৰকলৈ যাব লাগিব বুলি বিশ্বাস আছিল। এই সৌন্দৰ্য্যক পদদলিত কৰিলে মোৰ বাহ্যিক দেহ-সৌন্দৰ্য্যযে। 'তুমি ইমান ধুনীয়া বুলি বহুতে মোক (সুবিধা পালে) সাৱটি ধৰিছিল। আত্মীয পুৰুষৰ সংখ্যা বেচি। আত্মীয বুলি আগবঢ়াত সুবিধা আছিল। সেই সুবিধা তেওঁলোকে গ্ৰহণ কৰিছিল। ক'তো মই দুদণ্ড শান্তিৰে থাকিবলৈ সুবিধা নাপাই-ছিলো। আমি দুখীয়া থকা বাবে কোনো কোনোৱে এই সৌন্দৰ্য্যক অপমান কৰিবলৈ সাহ পাইছিল। ধন নথকাৰ মান নাই। মান নথকাৰ অপমান বোধো যেন নাই। (?) দৃঢ়তা নাই—সাহ ক্ষমতা নিজস্ব যেন একো নাথাকে। একো নথকা নহয। মনৰ দৃঢ়তাৰে আমি মনৰ মৰকতটি অন্তৰৰ অতলত কোনেও নোপোৱাকৈ থৈ দিব পাৰো। আৰু এই মনৰ মৰকতেই আমাক পৱিত্ৰকৈ ৰাখে। নাৰাখে জানো ?

ধুনীয়া নাৰী মনে প্ৰাণে সতী সাধ্বী হৈ থাকিবলৈ ইচ্ছা কৰিলেও

অনিচ্ছাকৃত ভাবে হলেও কেতিয়াবা অসতী হৈ যায়। (যদি সতীত্ব দেহাশ্রয়ী হয) কুৰূপা নাৰী ইচ্ছাকৃত ভাবে নহলেও সতী হৈ থাকে। মই সৰু থাকোঁতেই ৰবপিতাযে কৈছিল 'ইমান ৰূপো অমঙ্গল' বুলি। অমঙ্গলেই হব নিশ্চয—ই মোৰ শত্ৰু হল। সুবিধা পালে এই শত্ৰুৱে হযতো ভালকৈযে বিপদত পেলাব। জীৱনটো এইকণ নহয়। আৰু বা মোৰ জীৱনৰ কতবা দিন পৰি আছে ॥

* * *

আকৌ এদিন প্ৰশান্তক লগপোৱাৰ কথা ভাবিলো। তেওঁক যেন বহুত কথা কব লগীযা আছে। মোৰ জীৱনৰ এই অধ্যায়টো হল বেদনা জড়িত হলেও মধুৰ মাদকতাৰে ভৰা। জীয়াই থকাটো অভ্যাস হল বাবেহে জীযাই আছোৰ দৰে হোৱা ভাববোৰ নহা হল। জীৱন-ভৰ ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছিলো অনুভৱ কৰিছিলো—

আমাৰ জীৱনে নাই আলো
আছে আলোযাৰিৰ হাতছানি।
মনটোক সেইবাবে প্ৰস্তুত কৰিছিলো—
যদি কাটাযে পাযে ৰক্ত ঝৰে
—তবুও চল একলা।

এনেতে এজাক পোহৰ আহিল। সৰ্ব্বান্তঃকৰণে স্বীকাৰ কৰিছো মই—মোৰ মন কোঠালিৰ বন্ধ খিড়িকী এখন শিৱানীয়ে খুলি দিলে। সেই খিড়িকীয়ে পোহৰ অহাত প্ৰাণৰ ওপৰত গভীৰ আস্থা হল।

প্ৰশান্তৰ মনৰ কথা বুজিবলৈ চেষ্টা কৰো। প্ৰশান্তৰ মনৰ খবৰৰ বাবে মোৰ উৎসুক্য ভাব থাকিলে কি হব। কি হব অৰণ্য ৰোদন কৰি। মনতে মই ভাবো তেওঁতো মোক মাতৃভাবে ভাবিবলৈহে চেষ্টা কৰে। গতিকে মনৰ আগ্ৰহ মনতে মাৰি নিতাল মাৰি থাকিলো।

অৱশেষত মই প্ৰশান্তৰ মনৰ খবৰ পালো। প্ৰশান্তয়ে মোৰ পৰা মাতৃস্নেহ বিচাৰি মোৰ কাষ চাপিছিল সচা কিন্তু তেওঁ সেইখন

চকোৱা পাৰ হৈ আহি প্ৰেমৰ এলেকাত সোমাওঁ সোমাওঁ কৰে। এই সময়ত প্ৰশান্ত মনৰ দ্বন্দ্বত ভোগে। কেতিয়াবা তেওঁ ভাবে—পাপ হৈছে। এই ভাব আহিলেই তেওঁ নিৰ্দোষী প্ৰমাণিত কৰিবৰ বাবে ভাবে—মালায়ে তেওঁক কোনো উদ্দেশ্যত উৎসাহ দি তেওঁক আগবাঢ়ি-বলৈ উৎসাহান্বিত নকৰে। সেযে এনে হল বুলি।

পৃথিৱী নিতাল মাৰি শুই আছে। পৃথিৱী নিৰৱ হৈ যেন আমাৰ অলক্ষ্যে আমাক মন কৰি আছে। এই নিশা—নিশাৰ আকাশ, বতাহ, অন্ধকাৰ আৰু এই ঘৰৰ বাহ-খেৰ মাটি আদি সকলোৱে যেন সত্য উপলব্ধি কৰিবলৈ সজাগ হৈ আছে।

প্ৰশান্ত মোৰ বিছনাত আৰু মই বেৰৰ কাষত থকা মোৰ ব্লাকচটোত বহি আছো। তলমুখকৈ নিৰৱে বহি থকা প্ৰশান্তক মই অধ্যয়ন কৰাৰ চেষ্টা কৰিছিলো। কিন্তু মই তেওঁৰ বেটুপাত খিলাৰ বাদে একো দেখা পোৱা নাছিলো। অলপ পাচতে প্ৰশান্তযে—'আহা' বুলি মোক ওচৰলৈ মাতিলে। মই যেন ইমান সময় এই আহ্বানৰ অপেক্ষাতে আছিলো। মই গৈ তেওঁৰ কাষত থিয় হলোগৈ। সোঁহাত খন আগবঢ়াই তেওঁ মোক তেওঁৰ আৰু কাষলৈ মাতিলে—'আহা'।

তুখন হিয়াৰ নিবিড় কোণত থকা মৰমখিনিত প্ৰণয়ৰ মহাদাবানল জ্বলিল। কামনাৰ শতদল ফুলিল। থামি থকা বৰষুণ আকৌ আহিল। ওচৰৰ কলগছ জোপাৰ পৰা ধপ্ ধপ্ পাখি মাৰি বাদুলি এটা উৰি গল। ক'ৰবাত কুকুৰ এটাযে ভুক্‌ভুকাই উঠিল। পৰীক্ষাৰ অন্তত জয়ী হৈ সকলোৱে যেন নিজ নিজ কামত আনন্দৰে উৰাজুৰা লগালে। মোক বুকুৰ মাজৰ পৰা আতৰাই প্ৰশান্তই কলে—'মই তোমাক এনেকৈ নিবিচাৰো।' 'তুমি মোক আৰু নিশা নিৰলে লগ নকৰিবা।' মই কৈ গলো—'মই তোমাৰ অনাত্মীয়া। তাতে তুমি মোক ভালপোৱা। তুমি নজনাকৈয়ে তোমাৰ মনৰ বান্ধ খোল খাই যায়। তুমি অনুতপ্ত মই জানো।'

অনুতপ্ত প্ৰশান্তই চকুমুদি কিবা ভাবত তন্ময় হৈ থাকি শেষত মোৰ মুখলৈ চাই সুধিলে 'তুমি এজনক ভাল পাইছিলা?' "তুমি নিশ্চয়

দেৱজিত মহন্তৰ কথা কৈছা। তেওঁক মই কিমান ভাল পাওঁ বা তেওঁৰ লগত মোৰ সম্বন্ধ কি মই তোমাক বুজাব নোৱাৰিম। তেওঁ মোৰ সত্তাৰ লক্ষ্য। তেজৰ অণুৰে অণুৰে তেওঁ। হাড়ৰ মজ্জাত তেওঁ।"

"মই দেৱজিত মহন্তক লগ ধৰিম।"

"কিয় –?"

'তেওঁ তোমাক চিনি নাপালে। বৰ দুখৰ কথা মানুহে মানুহক ব্যৱধান নোহোৱাকৈ কাষত পালেও এআঙুল ডাঠ বুকুৰ ভিতৰত কি আছে নাজানে। জানিবলৈ চেষ্টা কৰিলে অৱশ্যে অনুমান কৰিব পাৰি।'

'দেৱজিতে মোক খুব ভালকৈ জানে। তেওঁৰ সমান মোক আৰু কোনেও ভালপাব নোৱাৰে।'

'তেন্তে তেওঁ কিয় তোমাক 'তেওঁৰ কথা শেষ হোৱাৰ আগতেই মই কলো—'কিয় তেওঁ মোক বিয়া নকৰাই বা তেনে কোনো সম্বন্ধ নাই—এই কথা নহয়? তেওঁ অনাত্মীয় হৈও খুব বেচি আত্মীয় হৈ পৰিছিল। মা-দেউতাই তেওঁক নিজৰ ল'ৰা যেন দেখিছিল। সেয়ে তেওঁ তেওঁৰ মনক, মনৰ দুৰ্ব্বলতাক বৰ কষ্টৰে হলেও লুকুৱাই ৰাখিলে। আৰু মোৰ ক্ষেত্ৰতো এয়ে হল। মায়ে সদায় কৈ আহিছিল 'তহঁতৰ বৰ ককায়েৰ সি।' আমিও জনমৰে পৰা পোৱা দেৱজিতক পৰ বুলি ভাবিব নোৱাৰিলো। তেওঁক আমি ভাল পাইছিলো। ভক্তি কৰিছিলো। তেওঁক স্বামী ভাবে বিচৰা এই দিশটো হয়তো এই বাবেই কোনোৰকমে প্ৰকাশ কৰিব নোৱাৰিলো। কিন্তু মোৰ এনে লাগে তেওঁ মোৰ—আৰু কাৰো নহয়। প্ৰশান্ত তুমি আৰু তেওঁৰ কথা আমাৰ মাজলৈ নানিবা। তেওঁৰ চৰিত্ৰক—তেওঁৰ স্নেহ ভাল-পোৱাক মই ব্যাখ্যা কৰিব নোৱাৰো যে।'

'তুমি তোমাৰ বিয়া ভঙাই দিছিলা—?'

'ও।'

'কিয়—?'

'দেখাত তেওঁ ভাল নাছিল বাবে।'

'তুমি কি বিচাৰা ৰূপ ?'

'মই যে ঠিক কি বিচাৰো মই নিজেই নাজানো। তেনে বিশেষ একো নিবিচাৰো। কিন্তু ?' মই মোৰ মনৰ কথা প্ৰকাশ কৰিব নোৱাৰি ৰৈ গলো। প্ৰশান্তয়ে মোৰ চকুলৈ চাই থাকি কলে— 'তুমি একো নিবিচাৰিলেও স্বামী সুদৰ্শন হোৱাটো বিচাৰা।'

'আৰু কিবা কিবি বিচাৰো। মোৰ মন চক্ষু দুয়ো পিপাসিত। সৌন্দৰ্য্য আৰু সুন্দৰৰ প্ৰতি দুৰ্ব্বলতা মোৰ জন্মগত।'

'দেৱজিত মহন্ত খুব সুন্দৰ আছিল ?'

'তেওঁৰ মনটিও আছিল সুন্দৰ আৰু সুকোমল।'

'তুমি তেওঁক খুব ভাল পোৱা ?' আহত সুৰে প্ৰশান্তই মোক সুধিলে।

'প্ৰশান্ত মই তেওঁক ইমানেই ভালপাওঁ যে তেওঁৰ বাবে মোৰ সাংঘাতিক কিবা এটা কৰিবৰ মন যায়। কিন্তু কি কৰিম মই ভাবি নাপাওঁ। তেওঁৰ বাবে কিবা দুৰ্ঘটনা হৈ পঙ্গু হৈ গলে বা মৰি গলে বেচ হয়। তেওঁৰ বাবে মনত বৰ কষ্ট হয় আৰু এই কষ্ট বৰ তৃপ্তিদায়ক।'

'মই যদি ঠিক দেৱজিতৰ দৰে এজন পাত্ৰ তোমাৰ বাবে মনোনীত কৰো— ' প্ৰশান্তই মোৰ চকুলৈ চাই থাকি সুধিলে।

'মোৰ বিয়া হোৱা নোহোৱাৰ লগত তোমাৰ কি সম্বন্ধ ?' মই সুধিলো।

'তুমি এনেকৈ থাকিলে মোৰ মুক্তি নাই।' প্ৰশান্তই কলে।

'মোক লগ নকৰিলেই তোমাৰ মুক্তি হব।'— মই কলো।

'তুমি খুব বঢ়িয়াকৈ জানা মই যে নাহি নোৱাৰো। মই অন্যায় কৰিছো। মালাক প্ৰবঞ্চনা কৰিছো। মোৰ পাপ হৈছে।' অলপ সময় মনে মনে থাকি আকৌ কলে—'তুমি বাৰু কিয় ইমান ধুনীয়া হলা ? মোৰ যে তোমাকহে বিয়া কৰাবৰ মন যোৱা হল।'

গাকত মুখ গুজি তলমুখকৈ মই বিছনাত পৰি আছিলো। প্ৰশান্তৰ কথা শুনি মই ঘপহকৈ উঠি বহি গাকটো দূৰলৈ ঠেলি

কলো—'এতিয়ালৈকে এইষাৰ কথা বহুতৰ পৰা শুনিলো। অন্ততঃ তোমাৰ পৰা এনে কথা শুনিবলৈ বিচৰা নাছিলো। তুমি মোৰ পৰা কি বিচাৰা? তোমাক মুক্তি দিবৰ বাবে আৰু কিবা উপায় আছে যদি কোৱা। মোৰ বিয়া হলে এজনৰ প্ৰতি অন্যায় কৰা হব।'

'তুমিযেইতো কলা—তুমি বা দেৱজিত কোনেও মনৰ কথা ব্যক্ত কৰিব নোৱাৰা। তেন্তে—?' প্ৰশান্তই কলে।

'মনেই মানুহৰ স্বৰ্গ ৰচনা কৰে। দেৱজিতক লৈ ওৰে জীৱন মই স্বৰ্গ ৰচনা কৰি যাম। মোৰ মন পৰি থাকক তেওঁৰ অজ্ঞাতে তেওঁৰ পাচত। তোমাক কৈছোৱেই সংস্কাৰ মই নামানো। সেয়ে সামাজিক অনুষ্ঠান মোৰ বাবে ল'ৰাকালৰ খেলা মাথোন। মোৰ সত্বাৰ লক্ষ্য তেওঁ। তেওঁক মনে মনে স্বামী ভাবে বিচাৰিছিলো। মোৰ ভাব হয়, বিশ্বাস হয় তেৰেঁা মোক বিচাৰিছিল মনে মনে। ইজনে সিজনৰ একান্ত কাষ চাপিছিলো। সেযে আমাৰ বিয়া হৈ গৈছিল।'

'বাস্তৱত যি নাই। কল্পনাত তেওঁক লৈ পূৰ্ণ হৈ থাকিব পাৰিবা জানো?'

"কাহানিও মই অপূৰ্ণতা উপলব্ধি কৰা নাই।"

'স্বপ্ননয়না তুমি এজনী জীয়া গাভৰু। দেহ-মন দুয়োটা তৃষ্ণাতুৰ হবই।'

"মন তৃষ্ণাতুৰ হলেহে দেহৰ তন্ত্ৰী কঁপি উঠে। আজি বাৰু বৰষুণ নেৰিবই নেকি?"

"কাণ পাতি তুমি যেন কি শুনিছা?"—প্ৰশান্তই সুধিলে।

"চোতালত সেয়া যেন মৃত্যুৰ পদধ্বনি। কিন্তু মোৰ ভয় লগা নাই। তুমি আছা ওচৰত। মোৰ মৰিবলৈও ভয় নালাগে।"

'এইদৰে কিমান দিন থাকিবা? তোমাৰ গোটেই জীৱনটো পৰি আছে।'—বুলি প্ৰশান্তয়ে মোৰ বন্ধ চকুৰ পতাত আঙুলি বুলাই দিলে। ভ্ৰূৰ ওপৰেদি আঙুলি বুলাই নি গালত হাতখন থৈ আপোন মনে কোৱাৰ দৰে কলে—'তুমি মোৰ জীৱনলৈ বহু পলমকৈ আহিলা।'

*   *   *

শদীয়াত বন্তাহ দিলে ধুবুৰীত হালি পৰা সুশান্তিৰ দেহ। এইজনী ছোৱালী দুদিন নে তিনিদিন জ্বৰত বিছনাত পৰিছিল। এই কেইদিনতে তাইৰ হাত ভৰিবোৰ ঘৰচিৰিকা চৰাইৰ ঠেঙৰ দৰে হল। গা-মুখৰ অৱস্থাও তথৈবচ। তাই বিছনাত পৰি থাকোঁতেই মহাযে মটৰ দুৰ্ঘটনা কৰিলে। যিটো ল'ৰা খুন্দিযাইছিল সি হাস্পতালত। অৱস্থা সঙ্কট জনক। শিৱানীযে দিযা মেট্রিক পৰীক্ষাৰ খবৰ ওলাল। চুচৰি বাগৰিও চাৰি বাৰতো পাৰ হব নোৱাৰিলে। এইবাৰ মই এই সুযোগ নেৰিলো। পেটে-পেটে এনে সুযোগ বিচাৰিয়েই আছিলো ( মোৰ হেৰোৱা মূৰ্ত্তিটোৰ বদনাম গাবলৈ )। মই গহীন সুৰত মাহীক কলো —'মোৰ বাকচত থকা মূৰ্ত্তিটো মই ক'ৰবাত দি দিম। এই মূৰ্ত্তিটো য'ত থাকিব সেই ঠাইৰ সকলো লোক নানান বিপদত পৰে। অমঙ্গল হয়। মাযে সপোনত দেখিছিল মূৰ্ত্তিটোৱে মাক শাও দি দেউতাৰ মৃত্যু হব বুলি কৈছে আৰু জীৱনত মোৰ বিয়া নহব বুলি কৈছিল। এতিয়া আপোনালোকৰ ঘৰতো এইবোৰ দেখোন অমঙ্গল নুগুচাই হল। সেই বাবেই পূৰ্ব্বপুৰুষৰ বহুমূলীয়া সম্পত্তিটো কোনেও ৰাখিবলৈ সাহ নকৰিছিল। দেউতাযে মোক দি যোৱা বাবেহে মই ৰাখিবলৈ বাধ্য হৈছিলো। এতিয়া ইযাত মূৰ্ত্তিটো থকাবাবেহে এনে লটি-ঘটিখন হৈছে। ইমান দিন মহাই মটৰ চলালে, আগেযেতো এনে ঘটনা হোৱা নাছিল।

সেইৰাতি মই আকৌ বাকচত মূৰ্ত্তিটো বিচাৰি পালো। মাহীৰ মুখ দেখি মই সকলো বুজি মাহীক সুযোগ দি সন্ধ্যা গা-টো ধুবলগীয়া হল বুলি পানীৰ তেপটো খুলি বহু সময় গা-ধোৱা ঘৰত সোমাই আছিলো।

ইযাৰ পাচদিনা মাহীৰ ঘৰৰ নন্দ নামৰ কামকৰা ল'ৰাটোক ঘাঁহ কাটিবলৈ যাওঁতে মুখ-মূৰ-নাক সকলোতে কোদোৱে বিন্ধিলে। ল'ৰাটো যন্ত্ৰণাত কাতৰহৈ অজ্ঞান হোৱাৰ দৰে শুই আছে। প্ৰশান্ত

অহা সময় পাৰ হৈ যোৱাত নাহে আৰু বুলি মাহীয়ে মোক মোৰ কোঠাৰ পৰা মাতি আনিলে। মই আহি নন্দৰ ভাগৰ গৰুক দানা দিয়া আদি সকলো কাম কৰা সত্বেও শিৱানীয়ে গুৰিয়াই গুৰিয়াই তাক— 'এই ল'ৰা উঠ, এই ল'ৰা' বুলি টনা আজোৰা কৰা দেখি মোৰ অসহ্য হল। মই নন্দক শুই থাকিবলৈ দিবৰ বাবে টানি কোৱাত শিৱানী দা, খাই উঠিল। তাৰ পাচত মাক জীয়েক দুয়ো গোট খাই মোক অশ্লীল ধৰণেৰে গালি বৰ্ষণ কৰিবলৈ ধৰিলে। প্ৰশান্তৰ নামো ইয়াৰ মাজত দুবাৰ মান উচ্চাৰণ কৰিলে। ইযাৰ অলপ আগতে প্ৰশান্ত আহি তেওঁলোকৰ পাচফালে থিয হৈছিলহি। প্ৰশান্তৰ নাম লৈ মোক যিহকে তিহকে কোৱাত মই তেওঁৰ মুখলৈ চাই (লাজতে হাঁহিলো-নেকি) হাঁহি কলো— 'শিৱানী তোমালোকৰ পোনাদা আহিছে।' ঘূৰি চাই শিৱানীইঁতে ওচৰতে প্ৰশান্তক দেখি মাক জীযেক দুযোজনী তৎক্ষণাত পম খোৱা বেলুনৰ দৰে কোচ খাই আহিল। মাকে 'অ'-পোনা' বুলি খকৰ-মকৰকৈ ওৰণিখন বিচাৰিলে। 'আহক পোনাদা' বুলি জীযেক প্ৰশান্তক নিজৰ কোঠালৈ মাতিলে। মাহীৰ কথামতে মই পাকঘৰত লাগিলোহি। যাবৰ সমযত মাহীক মাত লগাবলৈ অহা চলেৰে প্ৰশান্ত পাকঘৰত থিয হলহি। লগে লগে শিৱানীও আহিল। মোক ঠেলামাৰি আতৰাই তাই প্ৰশান্তক কলে—'আপুনি এই চৰিত্ৰ-হীনাজনীৰ গ্ৰাসত পৰি মান-সন্মান পুৰি খাব খুজিছেনেকি ?'

অপমান বোধ কৰিযেই নে কি বুলি প্ৰশান্তযে তল ওঁঠটো কামুৰি ধৰিল। লাজ অপমান আৰু খঙত মই ঘন ঘন উশাহ লৈ ফোঁপাবলৈ ধৰিলো। প্ৰশান্তই এক মুহূৰ্ত্ত মোৰ চকুলৈ চাই কি যেন বুজাবলৈ চেষ্টা কৰিলে। তাৰ পাচত কাকো মাত নলগোৱাকৈ ততাতৈয়াকৈ গুচি গল।

প্ৰশান্ত যোৱাৰ পাচত মাহী-মহা শিৱানী নন্দ সকলোৱে আহি মোক বেঢ়ি ধৰিলেহি। মই যেন হঠাতে আবিষ্কাৰ হোৱা আচৰিত— মানে চাবলগীয়া কিবা এটা এইদৰে সকলোৱে মোৰ মুখলৈ চালে। খুট এটাত ধৰি থিয় হৈ সুশান্তিয়েও মোলৈ চাই থাকিল। মাহীয়ে

তাইক বিছনাৰ পৰা উঠি যোৱা বাবে কলে—'খাব খাব। এই তইঁতক খাবলৈকে আহিছে। যা তই বিছনালৈ যা।' শিৱানীয়ে পিঠিফালৰ পৰা মোক ঠেলা মাৰি দি কলে -'বাঃ ৰে! খাব খুজিলেই তাইৰ মনোবাঞ্ছাপূৰ্ণ হব।' তাৰ পাচত মোক কলে - 'যা টালি টোপোলা বান্ধ গৈ।'

সেই নিশা—

বাহিৰত কৃষ্ণপক্ষৰ আন্ধাৰ। মোৰ কোঠাটোও অন্ধকাৰত ডুব মাৰি নিতাল মাৰি আছে। সিটো কোঠাৰ পৰা নন্দই সক সক মাতেৰে মাতিলে—।

—"বাইদেউ – ?"

'তোৰ টোপনি অহা নাই নন্দ ?'

'বাইদেউ তোমাৰ দুৱাৰত যিটো তলা লগাই থৈছে সেইটোৰ ছাবি মোৰ হাতত দি থৈছে। ৰাতিপুৱা কাম কৰিবলৈ সোনকালে তলা খুলি দিবলৈ কৈছে। ভালকৈ পোহৰ হোবাৰ আগতে আপোনাক আগফালৰ চোতালখন সাৰি থবলৈ কৈছে।'

'কি হলনো এতিয়া ?'

'তেওঁ যদি আহে তুমি পলাই গুচি যাবা। মই তলা খুলি থম। মোৰ বাইজনীও নিশা পলাই গৈছিল। মাহীয়ে হাই-হুইকৈ বাইৰ লগত বৰ হাই-মাৰি থাকে। বাই যোৱাত সেই কাৰণে ভালেই পাইছিলো।'

'বাযেৰনো ক'লৈ গল ?'

'মাখনলৈ। মাখন আমাৰ গাৱৰে ল'ৰা। তেওঁৰো আই নাই। সেই বুলি আমাৰ দৰে মাহী আই নাই।'

মোৰ সন্দেহ হৈছিল প্ৰশান্ত দুনিশা যে আহিছিল এই কথা নন্দয়ে নিশ্চয় গম পাইছিল বুলি। সেইবাবে ভয়ো হৈছিল—মাহীক কৈ দিব বুলি। মোৰ ভাব হৈছিল—কোন আহে নাজানিলেও সি প্ৰশান্ত আৰু মোৰ মাজত হোৱা কথাৰ অস্পষ্টধ্বনি শুনে। মই মনে মনে থকাত সি আকৌ কলে—'যাবাতো ?'

'নন্দ ?'

'মই তলাটো খুলি থওঁগৈ দেই।'

'মই গলে তোৰনো কি লাভ হব ?'

'তুমি মোক নিজৰ বাইতকৈও বেচি ভালপোৱা।'

'মইনো ক'লৈ যাম নন্দ ?'

—'কিয়—পোনা ককাইদেউনো তেন্তে নিশা মনে মনে কিয় আছে ?'

'এই চুপ্। মাহীহঁত শোৱা নাই।'

তাৰ পাচত নন্দই আৰু মাত এটাও নামাতিলে। মই ভাবিলো তাৰ বোধহয় টোপনি আহিল বুলি। মই মম এদাল জ্বলাই বাকচ খুলি মূৰ্ত্তিটো আনি বিছনাত মূৰ্ত্তিটো থৈ, মূৰ্ত্তিটোলৈ চাই চাই নন্দৰ কথা ভাবিলো। তাক এইঘৰ মানুহৰ অত্যাচাৰৰ পৰা কেনেকৈ আঁতৰাব পৰা যায় চিন্তা কৰিলো। 'বেচেৰাটো।' অস্পষ্ট স্বৰে মই নন্দক উদ্দেশ্য কৰি কলো। লগে লগে মই যেন উপায় পালো। বেৰৰ কাষলৈ গৈ সৰু সৰু মাতেৰে নন্দক মাতিলোগৈ। মোৰ মাত শুনি সি বিছনাৰ পৰা নামি সুধিলে—

—'বাইদেউ তলাটো খুলিম ?'

'তই এইফালে আহচোন।'

অলপ পাচতে তলা খুলি নন্দ আহি মোৰ সমুখত উপস্থিত হলহি। তাৰ মুখ-চকু ফুলি আছে। কামিজৰ বুতাম নাই। বুকুখন উদং, পেণ্টটোৰ অৱস্থা তথৈবচ। মই তাক মূৰত হাত বুলাই দি কলো—'তোক মই বায়েৰতকৈও ভাল পাওঁ বুলি কৈছ—কিন্তু মই তোৰ এই অৱস্থা চাই আছো। মোৰ চকুৰ আগতে তই মাৰ খাইছ। গালি শুনিছ, সদায় মাছ-মঙহ মুগুচা ঘৰখনত নিমখ অকণ লৈ শুকান ভাত গিলিছ। মাছৰ কাঁইট এদাল মঙহৰ হাড় এডোখৰো তোৰ পাতত নপৰে।' —বুলি মই মোৰ ব্লাউজৰ পৰা পিন এটা খুলি তাৰ কামিজত লগাই দিলো। সি মোৰ বিছনাত থকা মূৰ্ত্তিটোলৈ চাই মনে মনে কি যেন ভাবিছিল। মই কলো—'তোক এইটো লাগেনে ?'

'নালাগে। মইনো এইটোৰে কি কৰিম?'

'এইখিনি সোণ— ?'

'সোণৰ— ?' সি প্ৰশ্ন কৰিলে। 'ও' মই কলো। তাৰ পাচত কলো 'এইটো তোক দিবলৈ তোক মাতিছো।"

"নালাগে।"

"তই সোণ কি বুজি নাপাৱ?"

"মই জানো। সোণৰ বহুত দাম।"

'এইটো লৈ তই এই নিশাই পলাই যা। দেউতাৰক দিবি। ক'ৰবাত এই সোণখিনি বেচি যি ধন পাব তাৰে মাটি আৰু গৰু কিনিবলৈ কৈছো বুলি কবি। দেউতাৰে হালবাব পাৰিব নহয়?"

'নোৱাৰিব কিয়?' উৎসাহেৰে নন্দই কলে। আমাৰ নিজৰ মাটি নাই বাবেহে দেউতাই লোকৰ হাল বায়।'

মই কাগজ এখনত আমাৰ ঘৰৰ ঠিকনাটো লিখি দি কলো— 'এইটো আমাৰ ঘৰৰ ঠিকনা। তই আমাৰ ঘৰলৈ যাবি।'

'এইটো মই নিনিওঁ।' নন্দই কলে। অলপ ৰৈ কলে—'এইটো মোক দিলে তোমাক ঘৰত মাৰ ধৰ কৰে যদি?'

'এইবাবে তই নিচিন্ত হৈ থাক। এইটো মোৰ সম্পত্তি। মোৰ মা দেউতা নাই। ককাই নাই। বাই নাই। তই জানই মোৰ বিয়াও হোৱা নাই। মোক মাৰ-ধৰ কোনে কৰিব?'

কোনো মতেই নন্দই মূৰ্ত্তিটো লবলৈ সন্মত নোহোৱাত মই তাক শপত দিলো। মৰম কৰি অনুনয় কৰি শেষত মান্তি কৰালো। সি কান্দিছিল। মোৰ মৰম পাই কান্দিছিলনে, মাকলৈ মনত পৰাত কান্দিছিল নে তাৰ আন কিবা কথাত বেজাৰ লাগিছিল নাজানো। মোৰো বুকুখন কেনেবা কেনেবা লাগিছিল। নিকুমলৈ মনত পৰিছিল। মই তাৰ চকুপানী মোহাৰি দি কলো—তোৰ ঘৰলৈ ইয়াৰ পৰা সাত মাইল নহয়নে? বাট পথ চিনি পাৱতো? এতিয়া গলে নিশাৰ ভিতৰতে ঘৰ পাবিগৈতো?"

তাৰ হাতত মোৰ চাদৰ এখনৰে মূৰ্ত্তিটো মেৰিয়াই দি মই কলো—

"পাৰিলে তইঁতৰ ঘৰলৈ মই এবাৰ যাম। আৰু চা—তই মাহীয়েৰৰ হাততহে বস্তুটো দিবি। তই পলাই যোৱা বাবে হুলস্থুল নিশ্চয় হ'ব। তোৰ ঘৰলৈও মহা যাব পাৰে। তই এই বস্তুটো চুৰি কৰি নিয়া বুলি মহাৰ হাতত দি দিব পাৰে। মতা মানুহ উদাৰ হ'লে এনে হয়। আমাৰ দেউতাৰ নিচিনা মানুহ হ'লেতো এনে বস্তু পালে হুলস্থুল লগাই দিব। সেযে অলপ দিন যাতে বস্তুটো দেউতাৰে নেদেখে। মাহীয়েৰৰ মোৰ কথা বুজাই কবি।"

কৃষ্ণপক্ষৰ জোনটো আকাশৰ মাজত। বাহিৰৰ আন্ধাৰলৈ অকণ অকণ পোহৰ নামি আহিল। আধা পোহৰ আধা অন্ধকাৰত এই ৰাতিৰ ৰহস্য আৰু ঘনীভূত হৈ আহিল। জেওৰা পাৰ হৈ নন্দই জেওৰাৰ এইপাৰে থকা মোক ক'লে—'বাইদেউ আজি ৰাতি তুমিও গুচি যাবা। পোনা ককাইদেউ বৰ ভাল।'

অদমনীয় শোকে মোৰ বুকুখন কেনেকুৱা যে কৰিছিল। নন্দক মই একো কব নোৱাৰিলো। নন্দই আকৌ ক'লে—'পোনা ককাইদেউ ওলাই যাওঁতে মই আগবাটি গৈ আজি নিশা আহিবলৈ আৰু আপোনাক লৈ যাবলৈ কৈ থৈছো।'

মোৰ কোঠালৈ ঘূৰি আহি মই নন্দৰ কথাকে ভাবি খিড়িকীযেদি বাহিৰৰ আকাশলৈ চাই থাকি ঈশ্বৰক উদ্দেশ্য কৰি ক'লো—সি ইয়াত বৰ কষ্টত আছিল। তুমিতো দেখিছিলাই। তাৰ পাচত মোক দেউতাই দি যোৱা মূৰ্ত্তিটোক উদ্দেশ্য কৰি ক'লো - তুমি জান মোৰ বাকচত পৰি আছিলা? সোণ সোপাহে পৰি আছিল। কিবা যদি মই দোষ কৰিলো তাৰ ফল মই ভুগিম। নন্দৰ যেন বাটত কোনো বিপদ নহয়।

ছুৱাৰ মেলা শব্দ শুনি মই লৰালৰিকৈ হুমুৱাই থোৱা মম দাল জ্বলালো। ইতিমধ্যে ছুৱাৰখন মাৰি প্ৰশান্ত আহি মোৰ বিছনাত বহি পৰিছিল। কোঠাটোত তেওঁ চকু-ফুৰাই চাৰিওকালে চাই মোক হাতত ধৰি ওচৰ চপাই আনিলে। মোৰ হাতৰ তলুৱাত মুখ গুজি মোৰ হাতখন ধৰি থাকিল। অলপ সময় নিৰবে থাকি, মুখ

নোতোলাকৈয়ে কলে—'তুমাৰ খুলি এনেকৈ যে আছিলা—ভয় নালাগেনে ?'

'নালাগে।' মই কলো।

'নহয় স্বপ্ন তুমি ভয় কৰিবা। অন্তত' তুমি তোমালৈ ভয় কৰিবা। তোমাৰ ইমান ৰূপ —এই ৰূপক তুমি শত্ৰু বুলি ভাবি ভয় কৰি চলিবা। তুমি বৰ সৰল। মোৰ ভয় হয় তোমাৰ সৰলতায়ে তোমাৰ সৰ্ব্বনাশৰ মূল হব।'

মোৰ হাতৰ তলুৱাযে প্ৰশান্তৰ চকুৰ উমি উমি গৰম পানী স্পৰ্শ কৰাত মই তেওঁৰ মূৰ দাঙি ধৰি মুখলৈ চাই কলো—'তুমি কান্দিছা ?' তেওঁৰ চকুপানীত মোৰ বেদনা উটি গল। মানুহে প্ৰিয়জনৰ পৰা ইযাকেই বিচাৰে। অকণমান সমবেদনা। মই কলো—'নাকান্দা প্ৰশান্ত। আমাৰ কথা এষাৰ আছে ভগৱানে বোলে যি কৰে ভাললৈকে কৰে। দুখৰ মাজত জন্ম মোৰ। বিপৰ্য্যযৰ মাজেদিযেই আহি আছো। সেযে কষ্টহে মোৰ প্ৰাপ্য যেন লাগে। মোৰ কষ্ট হৈছে বুলি তুমি নাভাবিবা।'

'বলা তোমাক লৈ যাওঁ।' প্ৰশান্তই কলে—'মই শেষ হৈ গৈছো, কিবা হৈ গৈছো তুমি নাজানা।' শূন্য মনেৰে মই কলো -'তুমি মোক ইযাৰ পৰা আতৰাবলৈকে বোধহয় এনেকৈ কৈছা। মোৰ ঘৰ আছে, ভাই-ভনী আছে। কালিলৈকে মই যামগৈ। প্ৰতিভাই খনে খনে চিঠি লিখিবই লাগিছে। এনেকৈ থকাতকৈ কিয় কোনো এটা হোষ্টেলত থাকি পঢ়িবলৈ নলওঁ। প্ৰতিভাই লিখা মানে গৌৰাঙ্গযে প্ৰতিভাৰ দ্বাৰা কৈছে।'

'ভাল কথা তুমি যোৱাগৈ।' প্ৰশান্তই কলে। তাৰ পাচত কলে -'মই তোমাক যাবলৈ কৈছো। তুমিয়েই মোক দুদণ্ড শান্তি দিছিলা। তোমাক যেন মই হাজাৰ বছৰ পৃথিৱী ভ্ৰমি বিচাৰি ফুৰিছিলো। কিন্তু তুমি বহুত পলমকৈ দেখা দিলা। মই কৈ নিৰুপায়। মালাক মই কেনেকৈ প্ৰতাৰণা কৰিম। কান্দি কান্দি বেচেৰী মৰি যাব।'

'প্ৰশান্ত কাকো তুমি নঠগিবা।' বুলি মই আতৰি গৈ বাকচটোৰ ওপৰত বহিলোগৈ। প্ৰশান্ত উঠি আহি মোক হাতত ধৰি বহাৰ পৰা তুলি কলে—'ইমান দূৰত বহি থাকিলে কথা হম কেনেকৈ? আহা।'

প্ৰশান্ত যোৱাৰ পাচত পুৱাৰ পোহৰে পৃথিৱী পোহৰোৱালৈকে মই খিড়িকীৰ কাষতে থিয় হৈ থাকিলো। মোৰ দৃষ্টিয়ে যেন আন্ধাৰ ফালি এটা সৰু নিচলা ল'ৰাৰ পাচে পাৰ্চে গৈছে। 'সি বোধহয় দৌৰিছে।' মনতে মই ভাবিলো। তাৰ পাচত নিজকে মনতে কলো —'তাক হয়তো আৰু কোনো দিনে দেখা নাপাম।'

প্ৰশান্তক এৰি যাবলগীয়া হোৱাত মনত আঘাত বা অসহ্য কষ্ট হব বুলি ভাবিছিলো—বাস্তৱত কোনো কষ্ট অনুভৱ নহ'ল। যেতিয়া ভালকৈ পোহৰ হ'ল মই খিড়িকীৰ কাষৰ পৰা আতৰি আহি মোৰ লাম লাকটু যি আছিল সামৰি লৈ এই ঘৰ এৰাৰ বাবে প্ৰস্তুত হলো।

বুলবা—শেষেই নহয় দেখোন। আচল অধ্যায়টো পাবলৈ এতিয়াও ভালেমান বাকী। এদিন এৰাতি সময় আছে হাতত। ইতিমধ্যে মোৰ এইকাম সমাপ্ত নহলে—অসমাপ্ত অৱস্থাতে এৰি যাম। তুমি চম্পাৰ পৰা শেষখিনি সংগ্ৰহ কৰি লবা। তাই মোৰ সকলো জানে। যদিও তাই এই ঘৰলৈ কাম কৰা ছোৱালী হিচাবে আহিছিল মই তাইক বন্ধু ভাবে লৈছিলো। এই ঘৰখনত তাইকহে মোৰ একমাত্ৰ আপোন যেন লাগিছিল।

মানুহে কয় কোনো এটা দুৰ্ব্বল মুহূৰ্ত্তত মানুহৰ আত্মহত্যাৰ ভাব আহিলে, সেই সময় পাৰ হৈ গলে সেই ভাব নাইকীয়া হৈ যায়। কিন্তু মই দেখোন কেইদিন কেইৰাতি একে ভাবতে আছো। মাথোন মাজে মাজে পৃথিৱীৰ প্ৰতি দুৰ্ব্বলতা আহে। ভাব হয় মন গলেই পৃথিৱীৰ পৰা যাব পৰা যায়। কিন্তু মন গলেতো আহো বুলি আহিব নোৱাৰি। মই মোৰ দেহৰ পৰা ওলাই যোৱাৰ লগে লগে সকলো ব্যস্ত হৈ পৰিব। বাহ কাটিব কোনোৱে। কোনোৱে বগা নতুন কাপোৰ আনিব। কোনোৱে কাঠ বিচাৰিব। চাঙি সাজিব, ঘিউ আনিব। সকলোৱে মিলিজুলি দেহটি ছাঁই কৰি দিব চিতা জ্বলাই।

অবিনশ্বৰ আত্মাই যদি পৃথিৱীৰ মায়া এৰিব নোৱাৰে, তেন্তে প্ৰেতাত্মা হৈ পৃথিৱীতে ভ্ৰমি ফুৰিব। ভূত হওঁ যদিও বেচ হয়। মই সন্তানৰ পাচে পাচে ফুৰিম। দেৱজিতৰ ওচৰলৈ যাম। শুভাইঁতক মাজে সময়ে চামগৈ। জয়ন্তয়ে যদি খুব সোনকালে আকৌ বিযা কৰায়, মই গোলমাল লগাম। কিছুমান পুৰুষে স্ত্ৰীৰ চিতা-জুই চাই চাই আকৌ কাক কেনেকৈ কেতিয়া বিযা কৰাব আদি ভাবত তন্ময় হয়। অনুভব কৰে – এইজনী মৰিল ভালেই হ'ল। এইৰ আছিল কি ? ই-নাছিল-সি-নাছিল। মই কৈছোৱেই আমি তেওঁলোকৰ প্ৰয়োজনৰ সামগ্ৰী। তোমাৰ মটৰখন দুৰ্ঘটনাত ভাঙিলে, সমৰ্থ থাকিলে – প্ৰযোজনো যদি থাকে তুমি জানো আকৌ আন এখন লবলৈ নাচাবা ? ঠিক যেন তেনে কথা।

* * *

সৰু সৰু ভাই-ভনী কেইটাই মোক দেখি আনন্দ পালে। বৰ-পিতাইৰ মুখ দেখিযেই বুজিলো মোক দেখি তেওঁ অলপো সুখী হব নোৱাৰিলে। এবাৰ মোক মূৰৰ পৰা ভৰিলৈকে চাই সুধিলে 'তই হঠাৎ এইদৰে গুচি আহিলি যে ?'

'আত্ম সম্মান মানুহ মাত্ৰৰে থাকে। মোৰো আছে। সেযে গুচি আহিলো। মই আৰু নাযাওঁ।'

মোৰ কথা শুনি বৰপিতাই যেন আগন্তুক বিপদৰ সম্ভাৱনাত উচপ্ খাই উঠিল। দুখ ক্লান্ত স্বৰে কলে – মোৰ তিনিকুৰি বছৰৰ ওপৰ হ'ল। মোৰ জীৱনৰ আৰু কোনো বিশ্বাস নাই। যোৱাৰ দিন ধৰি মই যেন মোৰো আহ্বান শুনি আছো। কোনোবা এদিনা হঠাতে ভুটুংকৰে তইঁতক এৰি গুচি যাম। তেতিয়া ? মই তোক চোৱাৰ দাযিত্ব লওঁ কেনেকৈ ?'

'বৰপিতাই মোক চোৱাৰ ভাৰ মোৰ ওপৰত এৰি নিচিন্তৰে শুই থাকিব পাৰা।' মই কলো। মোৰ মুখলৈ চাই থাকি বৰপিতায়ে

কলে—'তোৰ এই সোপা ৰূপ। ইযাবে তই ভালচাই ল'ৰা এটাকে যদি বান্ধিলিহেঁতেন। কুল-ধৰ্ম্ম ঠিক থাকিলে ল'ৰাৰ মতি বুদ্ধি ভাল হলে আমি বেয়া পাম কিয় ?'

ৰৰপিতাইৰ এই কথাৰ মই কোনো উত্তৰ দিয়া নাছিলো। নিজক নিজে অফুট স্বৰে উত্তৰ দি ৰৰপিতাইৰ ওচৰৰ পৰা আতৰি যাওঁতে গালো এটি গীতৰ এটি লাইন 'মোক হেনো কোনোবাই মদাৰৰ বিজালে—'

* * *

প্ৰশান্তই মোৰ ঘৰৰ ঠিকনা ৰখা নাছিল। তথাপি এদিন আহি ওলাবহি বুলি আশা কৰি আছিলো। নহাবাবে মোৰ মনত বদ্ধমূল ধাৰণা হ'ল মই আতৰি অহাত প্ৰশান্তই আপদ আতৰিল বুলি স্বস্তিৰ নিশ্বাস পেলালে যেন। এৰি অহা এই অধ্যাযটো মোৰ এখন নাটক কৰি অহাৰ দৰেহে লগা হ'ল। প্ৰশান্ত পদ্ম নাটকৰ নায়ক আছিল। মই আছিলো নাযিকা।

এদিন গম পালো মহন্ত উকীলৰ কিবা অসুখ। শুনিয়েই মই মহন্ত উকীলৰ ঘৰলৈ লৰি গলো। মোক দেখি ৰৰমা বিস্মিত হ'ল। প্ৰসন্নও হ'ল। মই পোনেই মহন্ত উকীলক চাবলৈ যাব খুজিছিলো। ৰৰমায়ে মোক মাতি নি পাক ঘৰতে বহিবলৈ দিলে।

তোমাক বোধহয কোৱাই নাই, মা-দেউতাৰ মৃত্যুৰ পাচৰ পৰা দেৱজিতহঁতৰ ঘৰৰ লগত আকৌ আমাৰ আহ-যা আৰম্ভ হৈছিল। মাৰ মৃত্যুৰ বাতৰি পায়েই মানুহ গৰাকী লৰি আহিছিল আৰু সেইদিনাৰ পৰাই আমাক মৰমৰে আকোৱালি লৈছিল।

ৰৰমাৰ মুখৰ পৰা জানিলো দেৱজিতক মাতি চিঠি এখন দিছে। দীপ্তিলৈ লিখা নাই দেউতাকৰ অসুখৰ কথা। আগত পৰীক্ষা থকা বাবে, দেৱজিতকো মানা কৰি দিছে দেউতাকৰ অসুখৰ কথা নিলিখিবৰ বাবে। [illegible]য় কলে পাকঘৰত কাম কৰা মানুহ নথকা বাবে বৰ

দিগ্দাৰ হৈছে। ৰুগীকে চাবানে ৰক্ষা বঢাকে চাবা। এইবোলে চাহ একাপ আনা। এইবোলে অমুকটোহে খাবৰ মন গৈছে। এইবোলে তমুকটোহে খাবৰ মন গৈছে—এনেকৈ দিনটো মোক চৌকালৈ ঠেলি থাকে। চৌকাঁত লাগি থাকোতে ৰক্ষা নোহোৱাকৈ মাতি আনি কব বহুৱাই দিযা। শুৱাই দিয়া। বাৰান্দাত আৰামি চকীখন পাৰি দিয়া।'

"বৰ দেউতাৰনো কি হৈছে ?"—মই সুধিলো।

"কি আৰু হৈছে পানীলগা জ্বৰ বিষ। যি হে বিছু দেখুৱাইছে—আটাই কেইটা ল'ৰা-ছোৱালী, আত্মীয় স্বজনলৈ টান বুলি টেলিগ্ৰাম কৰিবলৈ তৎ দিযা নাই। সেই কাৰণে আজি ভাবিছিলো দীপ্তিকে মাতো। নালাগে পৰীক্ষা দিব। মই অকলৈ নোৱাৰিছো।"

'ৰবমা দেবুদাৰ বিয়া নাপাতে কিয় ?" মই কলো 'তেতিযা আপুনি বহুত সকাহ পাব।' মোৰ কথা শুনি বৰমাযে মোৰ মুখলৈ চাই থাকি কলে—"ল'ৰাই বিযা পাতিলেহে। বোৱাৰীৰ হাতৰ সুখ খোৱাৰ কথা ভাবিবলৈ বাদেই দিছো।" চাহ কাপত চেনি মিহলাই চামোচখন লৰাই থাকি মোক সুধিলে—'তই কিয় মাহীয়েৰৰ তালৈ আৰু নাযাব ? বিধাতাই কাৰ কপালত কি লিখি থব কোনে জানে। তইঁতৰ এইকালৰ বাৰীখন নেবেচাহলেতো কোনো কথা নাছিল। এতিয়া এই পকা চকোৱা বেৰৰ সিপাৰে থকা তইঁতৰ ঘৰখন এমাইল দূৰৰ ঘৰ যেন হ'ল। লাগ বুলিলে মাত-কথা এটাও হব নোৱাৰা হ'ল।"

হাতত চাহ কাপ লৈ বৰমা ওলাই অহাত মযো বৰমাৰ পিচে পিচে আহি মহন্ত উকীলৰ বিছনাৰ কাষত থিয় হলোহি। "হেৰি হয়নে—?" ববমায়ে মহন্ত উকীলক মাত দি কলে—"চাওঁকচোন কোন আহিছে ?" তেতিয়াও চকু নেমেলাকৈ কলে "আভা আহিছে ?"

চকু মুদি গভীৰ টোপনিত থকাৰ দৰে পৰি থকা মহন্ত উকীলে মোৰ নাম শুনি জাপ মাৰি বিছনাত বহি পৰিল। ববমায়ে [redacted] কলে—"উঠাই নিদিয়াকৈয়ে উঠি বহিব পাৰিল ?" মহন্ত উ[redacted]লেই কথা

যেন হুগুনিলেই। মোক হাতেৰে ইঙ্গিত কৰি ওচৰলৈ মাতি বিছনাতে বহিবলৈ কৈ কলে– "বহ আই। মই জানো খবৰ পায়েই যে তই লৰি আহিবি। নিজৰ কেইটা পোৱাহিয়েই নাই। তই মোৰ সুহৃদ বন্ধুৰ কন্যা যেতিয়া মোৰো কন্যা।" দীৰ্ঘ নিশ্বাস এৰি কলে—'এয়ে শেষ দেখা আই। দেউতাৰ যোৱাৰ দিনাই ময়ো বুজিছিলো মোৰো যে যাবৰ হ'ল।'

বৰমায়ে মোৰ হাততে মহন্ত উকীললৈ অনা চাহ কাপ দি কলে— 'খৰচোন চাহ কাপ। মই তোলৈ একাপ আনোগৈ। ইয়াৰ আগেয়েও সামান্য কিবা অকণ হলেই এনে কথা শুনিছিলো মানে সময় অহাৰ কথা। আটাই কেইটা ল'ৰা-ছোৱালী বিছনাৰ কাষত লৈ দিহা-পৰামৰ্শ দি শেষ বিদায় লোৱা এইবাৰৰ সতে কমেও দহ বাৰ মান হল। 'খাই লওক চাহ কাপ' বুলি বৰমা কোঠাটোৰ পৰা ওলাই গ'ল। বৰমা ওলাই যোৱাৰ পাচত সক সক মাতেৰে মহন্ত উকীলে মোক কলে—'আমাৰ দেবুৱে তোলৈ চিঠি-পত্ৰ দিযেনে? সি তোক বিয়া কৰাব খোজাহলে মই ভালেই পালোহেঁতেন। কিন্তু সি দেখোন তোলৈ দৰা বিচৰাত উৎসাহিত। পঙ্কজ কাকতি নামৰ ল'ৰা এজন তোলৈ চোৱাৰ কথা মোলৈ লিখিছে। মই ভাল দেখিলে বোলে গৌৰাঙ্গক জনাব।' অলপ বৈ তেখেতে কি যেন গভীৰ ভাবে ভাবি আকৌ কলে—'তোৰ আইতাৰ– মানে তোৰ দেউতাৰৰ মাকজনী অবিকল তোৰ দৰেই আছিল। চকু কেইটা অৱশ্যে তোৰ দৰে নাছিল। তেখেতৰ বহল চকুযোৰ আছিল বৰ শান্ত। কাকো তেখেতে খং ৰাগ নকৰে— তেখেতে কেৱল আনক মৰম আদৰ কৰিবহে জানে। কিন্তু লোকে তেখেতৰ চকুলৈ চাবলৈ সাহ নকৰিছিল। সকলোৱে তেখেতক ভাল পাইছিল আৰু ভয় কৰিছিল। মই তোক আশীৰ্ব্বাদ কৰিছো— তোকো জগতে ভাল পাব। ভক্তি কৰিব। তোৰ সুখ হব মা। মোৰ আইৰ যুৰম চুলিৰ সমান আয়ুস হওঁক' বুলি মহন্ত উকীলে মোৰ মূৰত হাত [illegible]।

মহন্ত [illegible] আশীৰ্ব্বাদে মোক কন্দুৱালে। দেউতালৈ মনত

পৰিল। দেউতাৰ পাচত দেউতাৰ দৰে গভীৰ আন্তৰিকতাৰে কৰা মৰম এই প্ৰথম পালো। টপ্ টপ্ কৈ চকুৰ পানী সৰিল হাতত লৈ থকা চাহ কাপতো চকুপানী পৰিল। মোলৈ বুলি হাতত চাহ একাপ লৈ অহা বৰমাযে—মোৰ হাতৰ পৰা চাহ কাপ লৈ, আন কাপ চাহ মহন্ত উকীলক দি কলে—'তযো সেই - বোলো বৰ দেউতাৰে বিদায় লোৱা কথা কৈছোৱেই দেখোন। জীৱনত এইদৰে আৰু বহুবাৰ শেষ বিদায় লব। চাওঁ চকু কেইটা মোহাৰি ল আৰু পাকঘৰলৈ আহ' বুলি বৰমা ওলাই গ'ল। তেখেতে ভাবিলে মহন্ত উকীলে শেষ বিদায় লোৱা বাবেহে মই কান্দিছো বুলি।

মই লক্ষ্য কৰিছিলো দৰব বেজি টনিক আদি চলি থকা চত্তেও মহন্ত উকীল দিনে দিনে পৰি আহিছে। মই তুল এখন লৈ তেখেতৰ ওচৰতে বহি থাকো। হাত-ভৰি বোৰ মোহাৰি দিওঁ। জ্বৰ উঠিলে মূৰটো বিচি দিওঁ। জ্বৰ নথকা অৱস্থাত তেখেতে বৰ আমনি কৰে। হঠাৎ কয় 'ধৰ-ধৰচোন মোক বহুৱাই দেচোন।' উশাহ লবলৈও তৎ নিদিয়ে। বহুৱাই দিযাৰ লগে লগে হযতো কব— শুৱাই দে।' সকালোতকৈ ডাঙৰ কথা হল দিনটো কিবা এটা নহয় এটা খাই থাকিবলৈ লাগে।

এদিন মই ওচৰতে বহি থাকোঁতে মহন্ত উকীলে মোক কলে- 'আৰু অকণমান ওচৰ চাপি বহচোন'। মই এনেযে এবাৰ গাটো লৰালো। তেখেতে এবাৰ তুৱাৰৰ ফালে চাই মোৰ ফালে চকু ঘূৰাই সৰু সৰু মাতেৰে মোক সুধিলে—'তই জানো আমাৰ দেবুৰ বাবেই বিযাখন ভঙোৱা নাছিলি ? মোৰ অনুমান নিশ্চয সঁচা। তোৰ বিযাখন ভালে ভালে হৈ যাওঁক বুলি দেউতাৰক টকা তুহাজাৰ ময়েই দিছিলো। দেউতাৰক আৰ ওচৰলৈ যোৱা, তাৰ ওচৰলৈ যোৱা বুলি ইচ্ছা কৰিযেই তুদিনমান ঘূৰাইছিলো। হোৱা দিনত পাচলৈ নোচোৱাকৈ খৰছ কৰাৰ মজা পাওঁক বুলি। হোৱা দিনত ভৱিষ্যত ভাবি খৰছ কৰাৰ কথা ময়ো কৈছিলো। তেতিয়া কৈছিল পইছা কেলৈ—মৰিলে লগত লৈ যাবলৈ নেকি ?'

মই মহন্ত উকীলৰ কথাবোৰ শুনাৰ লগে লগে আমাৰ ঘৰৰ পুৰণি ছবি কিছুমান মোৰ চকুত ভাঁহি উঠে। মায়ে বকি-জকি জুহালত বহি থকা। দেউতাই হাতত মোনাটো লৈ ওলাই যোৱা, অঞ্জুমে মূলা চুৰকৈ অনা। মোৰ বিয়া ঠিক হওঁতে দেউতাই খোৱা-শোৱা এৰি ব'দে বৰষুণে ঘূৰা সেই ক্লান্ত হতাশে ভৰা চেহেৰা।

ঠিক সেই সময়তে বাহিৰত দেৱজিতৰ মাত শুনিলো। লগে লগে তেওঁক কোঠাৰ দুৱাৰ মুখত দেখিলো। তেওঁক দেখি 'দেবুদা আহিল' বুলি ঘপহকৈ বহাৰ পৰা থিয় হলো। মোক দেখি আনন্দ উৎফুল্লতাৰে কলে—'তুমি ইযাত? মই মাহীৰ ঠিকনাত লিখিছিলো হে। কথা আছে। ভালেই হল লগ পালো।'

সেই নিশা। মূৰৰ কোঠাত আন্ধাৰে মুধাৰে বহি আছো। মোৰ মনলৈ মাথোন এটা কথাই আহিছে—চিঠিত বা দেৱজিতে কি লিখিছিল। শিৱানীহঁতে আনৰ চিঠি খুলি পঢ়ে। মই তাত থাকোঁতেই নিশ্চয মোৰ নামত চিঠি পাই তেওঁলোকে খুলি পঢ়ি, পঙ্কজ কাকতিৰ কথা পোৱাত ছাগৈ খণ্ড-বিখে জৰ্জৰিত হৈছিল—মোৰ বাবে দৰ্মা ওলোৱাত।

মোৰ সমুখেদিযেই দেৱজিত পাৰ হৈ ভিতৰ সোমাই গ'ল। আন্ধাৰত থকা বাবে তেওঁ মোক নেদেখিলে। ভিতৰত তেওঁ মোক নেদেখি পাকঘৰ পালেগৈ। পাকঘৰত শুভাক দেখি সুধিলে—"আভা ক'ত?" বুলি। শুভাযে তেওঁৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ আগতেই মই গৈ দেৱজিতৰ ওচৰ পালোগৈ। শুভাক কলো—"যা তই পঢ় গৈ।' তাই হাতখন ধুই ওলাই যাব খোজোঁতে সুধিলো—"ডাইলত নিমখ দিলি-নেকি—?" 'নাইদিযা' বুলি কৈ তাই ওলাই গ'ল। দেৱজিতক বহিবলৈ মুঢ়া এটা দি কলো—'বহা দেবুদা। মূৰটো বিষাইছিল বাবে শুভাকে ভাতত লগাই দিছিলো। এতিয়া ভাল পাইছো।'

'এইবাৰ তেন্তে সচাই এই অসুখটি লভিল?' দেৱজিতে সুধিলে।

'এতিযাতো অভিনয় কৰাৰ উদ্দেশ্য নাই।' বুলি কৈ মনে মনে নিজকে কলো—ইয়ো এক অভিনয। মনটো খেলি মেলি ভাবেৰে

উবি পৰাস্ত একো কবিবৰ মন নোযোৱাত বহি থাকি, কাকি দি কলো
মুখ মিযোৱা বাবে ভাত বন্ধা নাছিলো বুলি।

চাহ একাপ কৰি দেৱজিতৰ হাতত দি সুধিলো “বৰ দেউতাৰ জ্বৰ উঠিছেনেকি ?” দেৱজিতে কি যেন ভাবি আছিল, অলপ পলমকৈ উত্তৰ দিলে--'নাই উঠা।' তাৰ পাচত আকৌ নিৰবে বহি থাকিল। কি কথা হওঁ—ময়ো যেন কথাকে বিচাৰি পোৱা নাই। মনে মনে পাচলি কটাত ব্যস্ত হৈ থাকিলো। অলপ পাচত দেৱজিতে সুধিলে—'কি হৈছে ভামনি ?'

'কি হৈছেনো - ?' মই সুধিলো।

'নিজক আৰু কিমান কষ্ট দিবা ?' দেৱজিতে কলে।

'মইতো কোনো কষ্ট অনুভব কৰা নাই।' মুখ তুলি দেৱজিতৰ ফালে চাই অকণমান হুহাঁৰ নিচিনা কৰিলো।

'প্ৰশান্তৰ বিষয়ে অলপ শুনিছিলো। জীনামাহীযে এবকলা মান মোলৈ লিখিছিল। মোৰ অনুমান হৈছিল জীনামাহীযে যি কওঁক নকওঁক তোমালোক কোনেও কাকো নঠগা। প্ৰশান্ত তেনে ল'ৰা নহয়। গীত গায। দেখাত ভাল। সেযে মই ভাবিছিলো এইবাৰ নিশ্চয কিবা এটা হ'ব। কিন্তু মই এতিয়া বুজিছো এই ছোৱালী জনীযে একো কথাতে সঠিক সিদ্ধান্তত উপনীত হব নোৱাৰে। পৱিত্ৰ প্ৰেম ভালপোৱাযে মানুহক সজীৱ কৰে বুলিহে শুনিছিলো কিন্তু এই মুখ ইমান বিষণ্ণ কিয় ?

"বিষণ্ণ দেখিলা ? আচৰিত। মইতো হাঁহিয়েই আছো।" মই কলো।

'এযা হাঁহি নহয়। হাঁহিৰ উচুপনিহে। সুখ নহয়। সুখৰ সিপিঠি।' —দেৱজিতে কলে। বাহিৰৰ পৰা খৰি অলপ অনাৰ চলেৰে বাহিৰলৈ আহি বৈ আহিব খোজা চকুপানীখিনি চকুতে মোহাৰি আহি দেৱজিতক কলো—'তোমাক দেখি মোৰ পুৰণি দিনবোৰৰ কথা মনলৈ আহিছে। মা দেউতা পেহী প্ৰতিভা সকলোক মই যেন দেখা পাইছো। দেউতা এই ডোখৰতে ধঁপাতৰ চিলিমত অগ্নি জ্বাবলৈ বহেহি। দুখক্লিষ্ট

মুখেৰে দেউতা যেন এই অলপ আগতে বহিছিলহি। আযে বেৰত আউজি ঠিক সৌডোখৰতে বহি যেন কিবা বকি আছিল। প্ৰতিভা—তাই যেন কিবা কামত ব্যস্ত হৈ ইকালে সিকালে ঘূৰিছিল। আমাৰ ঘৰখন যেতিয়া দৰিদ্ৰতাই মেৰুদণ্ড পোনাব নোৱাৰাকৈ হেচা মাৰি ধৰিছিল সেই সময়ত আমাক অকুণ সঁগ মৰম কৰা একমাত্ৰ পুৰুষ আছিলা তুমি। দেবুদা চেষ্টা কৰিলেও তোমাক পাহৰিব পৰা নাযায়।

ইযাৰ কেইদিন মানৰ পাচত সেৱজিত কৰ্ণপুৰলৈ গ'লগৈ। মহন্ত উকীলো ক্ৰমাত ভাললৈ আহিল। সেৱজিত যোৱাৰ পাচত নিজকে বৰ অকলশৰীয়া যেন লগা হ'ল। ঠিক এনে সময়তে দুজন ভদ্ৰলোক আমাৰ ঘৰলৈ আহি মই চিনেমাত নামিমনে মোক সুধিলে। মই তৎক্ষণাত আনন্দৰে সন্মতি প্ৰকাশ কৰিলো। মোৰ মনলৈ আহিল জীয়াই থকাৰ উৎসাহ। মই যেন জীয়াই থকাৰ পথ পালো।

মই চিনেমাত নামিবলৈ লোৱাত বৰপিতায়ে সেইদিনা একো নাখালে। দুখ আৰু হতাশে ভৰা মাতেৰে নিজকে কোৱাদি কৈছিল—'এয়া নিজৰ মৰিশালিত নিজ হাতে চিতা সাজিবলৈ লৈছে' বুলি।

মই মোৰ যাত্ৰাত ওলোৱা সময়ত বৰপিতাইৰ ভৰি চুই সেৱা কৰি কলো—'দেউতাই দিয়া পূৰ্ণিমা নাম যেন সাৰ্থক কৰিব পাৰো।' 'যি উদেশ্যত ওলাইছ সেই উদ্দেশ্য তোৰ সাৰ্থক হওঁক' বুলি আশীৰ্ব্বাদ কৰোতে বৰপিতাইযে কান্ধত লৈ থকা গামোছা খনৰে চকুহুটা মোহাৰি আকৌ কলে 'ভৰি চুই আশীৰ্ব্বাদ খুজিছে তইঁতৰ ঘৰখনৰ কোনেও মোক বাহিৰা মানুহ এটা বুলি নাভাবিলি। তোৰ বিয়াত দিবলৈ মই সামান্য কিবা এপদ থৈছো। বিয়াতহে দিম। ভনীয়েৰ ল'বাৰ মাক হল।' বৰপিতাইৰ কথা শুনি মই হাঁহিলো। হাঁহি মুখে কলো—'বৰপিতাই মই চিৰকুমাৰী হৈ থাকিম বুলিতো ভীষ্ম প্ৰতিজ্ঞা কৰা নাই।

বুলবা—ঘৰৰ ওপৰত দেখোন কিবা এটাই বৈ বৈ শব্দ কৰি আছে। নিশাৰ নিৰৱ পৃথিৱী। অকলশৰে নিজানত কিবা কিবা লাগিছে। ভয় বুলি কমনে কি কম ভাবি পোৱা নাই, ঠিক ভয়ো নহয়। এইটোনো কি—কিহে এইদৰে শব্দ কৰি আছে চাই আহো ৰবা।

*　　　　*　　　　*

এইবাৰ শুনা মজাৰ ইতিহাস। মানুহজন (প্ৰযোজক) কলিকতালৈ নি মোক আন আন শিল্পীৰ লগত থাকিবলৈ নিদিলে। পৰিচালক প্ৰযোজক দুযোজনে কলে "তোমাৰ কোনো অভিভাৱক আহা নাই যেতিয়া দায়িত্ব আছে। যাৰে তাৰে লগত এৰিব নোৱাৰো।" এই বুলি তেওঁ থকা হোটেলৰ তেওঁৰ কোঠাৰ কাষৰ কোঠাটো মোৰ বাবে ঠিক কৰি দিলে।

পৰিচয়ৰ প্ৰথম পাতনিতে মই ধৰি লৈছিলো মানুহজন দেৱতুল্য বুলি। মোৰ এনে লাগিছিল মানুহজনৰ প্ৰায়বোৰ কথা দেউতাৰ লগত মিলে। দেউতাৰ অবিহনে দেউতা এজন পোৱাৰ দৰে লাগিছিল। ভক্তিত যেন ভৰিত পৰি সেৱা কৰিম। কিন্তু নিশা ক'ৰবাৰ পৰা ঘূৰি আহি তেওঁ মোৰ কোঠাত সোমাই তেওঁৰ প্ৰকৃতৰূপ দাঙি ধৰিলে। কথা ভীষণ ভয়ঙ্কৰলৈ যোৱা দেখি মই আছোৰ মাৰি তেওঁৰ কবলৰ পৰা আতৰি গৈ দাঁতকৰচি কলো—'মই খুব জোৰেৰে চিঞৰ মাৰি দিম —যাওঁক ইযাৰ পৰা।'

তাৰ পাচত তাত থকা দিন কেইটা মানুহজনে আৰু তেনে প্ৰচেষ্টা কৰা নাছিল। মই জোৰ কৰি সহনায়িকা হোৱা ছোৱালী-জনীকো মোৰ লগত থাকিবলৈ ধৰাত মোকেই তেওঁলোকৰ লগত থাকিবলৈ এৰি দিলে। পাচদিনা পুৱা মানুহজনে অনুতাপৰ সুৰত কৈছিল—'বৰ-খাটনি পৰাত শৰীৰটোৰ বাবে অকণমান খাইছিলো। তাৰ জালতহে ভুল হৈছিল।'

তেওঁ যে সুৰাপান কৰি এনে কাম কৰা নাছিল মই খুব বঢ়িয়াকৈ জানিও তেওঁৰ কথাৰ কোনো প্ৰতিবাদ কৰা নাছিলো।

বুলবা—এই মানুহজনৰ মই নাম নকওঁ বুলিযেই ভাবিছো। মানুহজন মানুহজন বুলিয়েই কম। তুমি কাল্পনিক নাম এটা দি লবা।

*　　*　　*

মই অভিনয় কৰা ছবিখনে সোনকালে মুক্তি লাভ কৰিলে। মই আশা কৰাতকৈ বহুত বেচি কৃতকাৰ্য্যতা লাভ কৰিব পাৰিলো। মই যেতিয়া অজস্ৰ প্ৰশংসা পাইছিলো, তেতিয়া মই অন্তৰত এক আঘাত অনুভব কৰিছিলো। দেউতালৈ মনত পৰিছিল। দেউতা যদি থাকিল-হেঁতেন দেউতাৰ সপোন ফলৱতী হোৱাত কিমান আনন্দ পালে-হেঁতেন।

ছবিখনে মুক্তি লাভ কৰাৰ পাচত মই মানুহে চাবলগীয়া মানুহ হলো। মোৰ নাম চাৰিওফালে প্ৰচাৰ হোৱাৰ লগতে আৰু এটা কথা প্ৰচাৰ হল—'স্বপ্নযনাৰ চৰিত্ৰ বৰ বেয়া'। মানুহৰ মাজত মই দুই প্ৰকাৰে প্ৰখ্যাত হলো। এক - ভাল শিল্পী। দুই– 'এজনী বেয়া চৰিত্ৰৰ ছোৱালী' বুলি।

ইযাৰ পাচত আন এখন ছবিয়ে মোক নাযিকাৰ বাবে বিচাৰিলে। প্ৰত্যাখান কৰিলো। এইবাৰ কথাটো এইদৰে দুইএকৰ মাজত ওলাল - মই বোলে এখন ছবিত কিবা অকণ দেখুৱাই মীনাকুমাৰী-বৈজযন্তীমালাৰ শাৰীত বহিব খুজিছো। অৰ্থাৎ অসমীযা ছবিযে দিব নোৱাৰা পাৰিশ্ৰমিক বিচাৰিছিলো, তেওঁলোকে মোক 'অহঙ্কাৰতে পচি মৰিব' বুলি শাও দিলে।

সেই মানুহজনে প্ৰাযেই মোক দেখা কৰি কযহি 'তোমাক মই আৱিষ্কাৰ কৰিছো, পাহৰি নাযাবা। মই দ্বিতীয ছবিৰ কাম হাতত লৈছোৱেই।'

বৰপিতাই দুদিন মানৰ পৰা মহন্ত উকীলৰ ওচৰলৈ বৰকৈ যাবলৈ ধৰিছে। মই বুজিব পাৰো বৰপিতাযে মহন্ত উকীলৰ পৰা কিবা পৰামৰ্শ লৈছে, গভীৰ ভাবে কিবা আলোচনা কৰিছে। এনে সময়তে মই দেৱজিতৰ পৰা এখন চিঠি পালো। তেওঁ দুখ কৰি লিখিছে—

'তোমাৰ বাবে আনন্দ আৰু গৌৰবৰে হাঁহিবলৈ মেলা মুখেৰে হাঁহিব নোৱাৰি হুমুনীযাহহে পেলাবলগীয়া হ'ল। উজুটি খোৱা বাবে মই

পথক দোষ দিব নোৱাৰো। বাট পিচল হ'লেও সজাগহৈ খোজ দিলে পিচলি পৰাৰ ভয় নাথাকে।'

মায়্হজনৰ কথা লিখি লিখিছে 'শিল্পীৰ পৱিত্ৰ আকাশৰ পৰা সি কাহানিবাই কক্ষচ্যুত হৈ খহি পৰিল। আমি তাক শিল্পীৰ সম্মান দি শ্ৰদ্ধা কৰো। কিন্তু ভালপাব নোৱাৰো। এক কথাত কবলৈ হলে সি শিল্পীজাতিৰ কলঙ্ক। কলঙ্কিত লোকটি সঘনাই তোমাৰ ওচৰলৈ গৈ থকাত তোমাৰ অপযশে বাহিৰৰ বতাহ গৰম হৈ পৰিছে।'

ইচ্ছা কৰিযেই মই দেৱজিতৰ মই উজুটি খোৱা কথাবাৰৰ কোনো প্ৰতিবাদ নকৰিলো। দেৱজিতৰ নামত আজি-কালি মোৰ মন খং আৰু অভিমানেৰে ভৰি পৰে। পৰ্ব্বতৰ উচ্চ শিখৰত থিয়দি থকা দেৱজিতৰ কাষলৈ ধাপে ধাপে উঠি যাব খুজি মই যেন গহ্বৰত খহি পৰিলো। তেওঁৰ বাবেই মোৰ এই জীৱন-এই যন্ত্ৰণা। মোৰ এনে লাগে দেৱজিত নিষ্ঠুৰ নিৰ্দয়-নিৰ্ম্মম। তেওঁ সকলো বুজিও অবুজ বা তেওঁৰ বাবে যে মই তিলে তিলে ক্ষয় হৈ আহিছো সেই কথা তেওঁ বুজিবৰ প্ৰযোজন বোধ নকৰে। মোৰ ভাব হয় তেওঁৰ মোৰ প্ৰতি থকা মৰমৰ দৰে মৰম বাটে-ঘাটে বহুত পোৱা যায়। কেতিয়াবা কেতিয়াবা মোৰ এনে লাগে দেৱজিতেই যেন মোৰ জীৱনৰ প্ৰধান শত্ৰু।

* * *

নন্দৰ কথা একৰকম পাহৰিযেই আছিলো। এনিশা সপোনত দেউতাই দি যোৱা মূৰ্ত্তিটো দেখি মনত পৰিল। মই সপোন দেখিলো মূৰ্ত্তিটোৱে মোক পাৰে মানে আশীৰ্ব্বাদ কৰিছে—শিৱৰ দৰে পতি লভিবি, সু-পুত্ৰৰ মাতৃ হবি। তোৰ নাম যশ চাৰিওফালে ফুটিকাটি যাব। ইত্যাদি। সপোনটো দেখাৰ পৰা মনটো গধুৰ হৈ পৰিল। মই যেন কিবা এটা অন্যায় কৰিছো। মই যেন কাবোবাৰ দুখৰ কাৰণ হৈছো এনে ভাব এটাই মোৰ চেতন-অবচেতন দুয়োটা মনত মূৰ দাঙি উঠিল। কিন্তু মই ভাবি নাপালো মই ক'ত কি দোষ বা অন্যায়

কৰিলো। শেষত চিন্তা কৰি চালো —নন্দৰ বাক সোণখিনিৰ বাবে কিবা বিপদ হলনেকি বুলি। মনলৈ এই প্ৰশ্ন অহাৰ লগে লগে মই সিদ্ধান্ত কৰিলো তাৰ খবৰ লবই লাগিব বুলি। সেইমতেই পাচ দিনা নিকুমক লগত লৈ আহি তাৰ গাঁও ওলালোহি। মই বিক্সাৰ পৰা নামি বাটেদি আহি থকা স্কুলীয়া ল'ৰা দুটাক সুধিলো —'সুৰেন গগৈৰ ঘৰ কোনটো' বুলি। মোৰ ফালে ল'ৰা দুটাই তধা লাগি চাই শেষত ইটোৱে সিটোৰ মুখলৈ চোৱাচুই কৰি লাজ লাজকৈ মাথোন হাঁহিলে। মই মোৰ কথাৰ উত্তৰ নোপোৱাত আকৌ সুধিলো। ইতিমধ্যে তাহাঁতৰ ওচৰত আক কেইটামান ল'ৰা ছোৱালী থিয় হৈছিলহি। তাৰ ভিতৰৰে কোনোবা এটাই সুধিলে 'কাৰ ঘৰ বুলিলে ?'

"সুৰেন গগৈৰ।" মই কলো।

"ইযাত সুৰেন গগৈ বুলি কোনো নাই।" জুমৰ মাজৰ পৰা কোনোবাই কলে।

উপায নাপাই মই সুধিলো—"নন্দ নামৰ ল'ৰা এটা টাউনত আছিল। কেইমাহ মানৰ আগতে ঘূৰি আহিছে জানানে ?" ইতিমধ্যে ওচৰৰ ঘৰ কেইটাৰ পৰা তিৰোতা ল'ৰা-ছোৱালী আদি বহুতে জুমা-জুমিকৈ মোক চাবলৈ ধৰিলে। মোৰ সমুখৰ ফালৰ পৰা চাইকেলত অহা আদহীযা মানুহ জনে 'কি হৈছেনো' বুলি আমাৰ কাষত আহি চাইকেলৰ পৰা নামি মোক মূৰৰ পৰা ভৰিলৈ, ভৰিৰ পৰা মূৰলৈ কেনে এটা গিলো গিলো ভাবলৈ চাবলৈ ধৰি কলে 'অ' তাৰ মানে ছৰেণ গগৈৰ ঘৰৰ কথা সুধিছে ? নন্দৰ দেউতাকৰ নাম সুৰেননে ছুৰেনহে হবপায়।' আন এজনে কলে—'বোধহয় নন্দই এখেতৰ বস্তুৱেই চুৰ কৰি ?' "চুৰ কৰি ?" মই উচপ্ খাই উঠি, ব্যগ্ৰভাবে প্ৰশ্ন কৰিলো- 'কি বস্তু ?" 'বহুত মূল্যৰ সোণৰ মূৰ্ত্তি এটি। সেইটোকে বিচাৰি আহিছেনে ?" এগৰাকী বুঢ়ীযে কলে। 'এতিযা পাইছে পোতক— তিনি মাহ জেইলত আছে।' জুমৰ মাজৰ পৰা আকৌ কোনোবাই কলে। কোনে কি কৈছে নকৈছে শুনাৰ আক মোৰ ধৈৰ্য্য নহল। মই আকৌ সুধিলো —"ঘৰ কোনটো ?" "সৌটো" —ল'ৰা এটাই

আঙুলিয়াই কলে-'সৌ যে পদূলিত আম পুলি এটা আছে সেইটোৱেই ঘৰ।'

মই আৰু নিকুম আছি চোতালত ভৰি দি পাচলৈ ঘূৰি চাই দেখো বাটত গোট খোৱাতকৈও বেচি মানুহ মোৰ পাচে পাচে আহি নন্দহঁতৰ পদূলিযেদি সোমাই আহিছে। কোনোবা এগৰাকীয়ে চিঞৰি নন্দৰ মাকক কলে 'হেৰ বিনন্দৰ মাক ওলাই নাহ কিয়? কোন আহিছে গমেই পোৱা নাইনে?' এগৰাকী তিৰোতা ওলাই আহি দুৱাৰ মুখতে থমকি ৰৈ মোৰ ফালে আৰু মানুহ জুমৰ ফালে তধা লাগি চাই ৰল। নন্দৰ মাকক মাত মতা মানুহ গৰাকীয়ে মোক 'আহক' বুলি ভিতৰলৈ মাতি নিলে। কোঠাত থকা একমাত্র এটা বাঁহ ভগা, এটা বাঁহ থকা চকীখনত হাত ফুৰাই কলে 'বহক'। তাৰ পাচত নন্দৰ মাহীমাকক ভিতৰ লৈ মাতি নি কি জানো ফুচফুচাই কলে।

নন্দৰ বাপেক সুৰেন গগৈৰ কাম-কাজ আৰ্জ্জন উপাৰ্জন বুলিবলৈ তেনে একো নাই। মৌজাদাৰৰ মাটি তিনিপুৰা মানত হাল বায়। অত্‌তত্‌ হাজিৰা কাম ওলালে তাকো কৰে। সিদিনা ঘটনাটো ঘটিবলৈ পালে এইদৰে দিনত গাঁৱৰে এঘৰত হাজিৰা কাম কৰিছিল। নিশা সেই ঘৰত চুৰি হল। সেই সূত্রতে নন্দহঁতৰ ঘৰতো পুলিচে তদন্ত কৰি চালে। তেতিয়া নন্দৰ মাহীমাকৰ হাতত থকা এই মূৰ্ত্তিটো পালে। প্রশ্ন হল ইমান ওজনৰ সোণৰ মূৰ্ত্তিটো কাৰ? ক'ত পালে ইত্যাদি। নন্দৰ বাপেকে এই মূৰ্ত্তিটো দেখাই নাছিল। মই নন্দক কৈ পঠোৱা মতে মূৰ্ত্তিটো লুকুৱাই ৰাখিছিল। নন্দৰ দেউতাকে একো বুজিব নোৱাৰি নিজে অবাক। মাহীমাকে সকলো বিৱৰি কলে যদিও সেই সত্য কথা কাৰো বিশ্বাস নহ'ল। আজিৰ দিনত আটৈ সেৰ ওজনৰ সোণৰ মূৰ্ত্তি এটা কোনোবাই কাৰোবাৰ দুখত, কাৰোবাৰ মৰমত মৰি দিয়া কথাটো বিশ্বাসযোগ্য নহয়।

নন্দৰ দেউতাকক সেই দিনাই গ্রেপ্তাৰ কৰা হ'ল। এতিয়াও জেইলত। জামিনত লবলৈ কোনো আগবাঢ়ি নগ'ল। মই নন্দহঁতৰ গাঁৱৰ ৰাইজক সকলো বুজাই কলো। আদ্যোপান্ত সকলো শুনি

সকলো অবাক হল। এগৰাকী তিৰোতাই মোৰ মুখলৈ চাই থাকি কলে 'কেলেই নন্দ যি ঘৰ মানুহৰ ঘৰত আছিল, তেওঁলোকে যে কলে মূৰ্ত্তিটে তেওঁলোকৰ আৰু সেই দিনা নিশা নন্দৰ কোঠাত ফুচ্‌ফাচ্‌ কথা-বতৰা শুনাৰ নিচিনা তেওঁলোকে শুনিছিলো বোলে। নিশা বাপেকেই গৈছিল নিশ্চয। মূৰ্ত্তিটো গোসাঁই ঘৰতে আছিল। গোসাঁই ঘৰৰ চাবি নন্দৰ হাততে থাকে।'

কথা শুনি মোৰ চকুত ভাঁহিল শিৱানীহঁতৰ গোসাঁই ঘৰটো। সোঁফালে চোতালৰ মাজত এটা পকা সুন্দৰ ঘৰ। বাৰান্দা আছে সমুখত। কাঠৰ দুৱাৰত সদায এটা ডাঙৰ তলা ওলমি থাকে। এদিন জীনামাহীয়ে এটা ডাঙৰ চাবি মোৰ হাতত দি কৈছিল গোসাঁই ঘৰটো খুলি চাফা কৰগৈচোন। শিৱানী পৰীক্ষালৈ ওলোৱাৰ আগতে চাকি জ্বলাব লাগিব।'

মই তলাখুলি ভিতৰলৈ সোমাই গৈ চাৰিওফালে এবাৰ চকু ফুৰাই চাই প্ৰায় পোন্ধৰ মিনিট মান বৈ থাকি ভাবিলো কি চাফা কৰিম। কোঠাটোৰ মাজতেই বুলিব পাৰি ফুলাম গামোচাৰে ঢকা থাপনা এখন আছে হয। থাপনা বুলি কলেহে বুজিব পাৰিব। গামোচাখন ভালকৈ চালেহে বুজিব পাৰি সেইখন যে এখন গামোচা।

কোঠাটোত ভৰি আছে ভৰ্ত্তি কৰি থোৱা কিছুমান ধানৰ থৈলা। ডুলিতো ভৰাই থোৱা আছে ধান। একাষত ডাঙৰ ডাঙৰ কাঠৰ বাকচ কিছুমান আৰু থাপনাৰ পাচফালে আছে তাঁৰ এসোপা। তাঁৰ মানে —আমি ঘৰ বাৰীৰ সীমাত জেওৰা দিয়া তাঁৰ।

এই কোঠাটো কোনে কেতিয়া খোলে বা মাৰে মই দেখা পোৱা নাছিলো। 'তেন্তে সঁচাই আপুনি ইচ্ছা কৰিয়েই দিছিল ?' এগৰাকী বুঢ়ীয়ে সুধিলে। 'হয় আইতা'। মই কলো।

নন্দহঁতৰ ঘৰটো অৰ্থাৎ মই বহি থকা কোঠাটোত মই চকুফুৰাই চালো। কোঠাৰ একাষত মানুহ গৰাকীয়ে বোধহয় ভৰিবে ধান মাৰি আছিল। সেইখিনি অসমাপ্ত অৱস্থাত পৰি আছে। এটা চুকত ঢেঁকীশাল। আন এটা চুকত পল এটাৰে কেইটামান হাঁহ পোৱালি

চাকি থৈছে। চুৰাৰ মুখৰ কাষে পিৰা এখন পৰা আছে। ওচৰতে ঘটি এটা আৰু সৰু পিয়লা এটা। পিয়লাটোৰ তলতে অকণমান ফিকা চাহ। ওচৰতে পৰি আছে কাগজৰ টুকৰা এডোখৰ। কাগজ টুকুৰাত গুৰৰ দাগ। ঠিক তাৰ সমুখত অলপ দূৰত তামোলৰ বাকলি দুটামান। ভিতৰলৈ সোমাই যোৱা চুৰাৰ মুখৰ পৰা ক্ষীণ সৰু ল'ৰা এটাই মোৰ কাষে থৰ লাগি চাই আছে। মই তাক ওচৰলৈ মাতি সুধিলো—'কি নাম তোমাৰ?' সি ওচৰলৈ নাহি ভিতৰলৈ লৰ মাৰিলে। নন্দৰ মাহীমাকে কলে—'তাৰ নাম বিনন্দ। মোৰ ডাঙৰ ল'ৰা এইটো।'

মই বেগটো খুলি চাৰিওফালে চকুফুৰাই চালো। সকলোৱে মোলৈকে চাই আছে। মই বেগটো আকৌ বন্ধ কৰি থলো। অলপ বৈ আকৌ বেগটো খুলিবলৈ লৈ লক্ষ্য কৰি দেখো সকলোৰে লক্ষ্য মোৰ আৰু মোৰ বেগটোত। বেৰখনৰ সিপাৰে কোনোবাই ফুচ্‌ফুচাই (বোধহয় নন্দৰ মাকক) কোৱা শুনিলো "চেনী গাখীৰ নাই বুলি পানী অকণ নাযাচিবিনে?' 'লোকৰ সেইটো ফিকাপানী গোঁৰ (গুৰ) খোৱা চেহেৰানে? সাক্ষাতেই দেৱী প্ৰতিমা।' এইবাৰ নন্দৰ মাকৰ মাত মই ধৰিব পাৰো। 'দেৱীযেইতো।' আন কোনোবা এগৰাকীৰ মাত "নহলেনো ক'ৰ্‌কাৰ খাবলৈ নোপোৱা ল'ৰা এটাৰ দুখত বুকুপুৰি অতসোপা সোপা সোণ দি পঠাযনে? দেখা নাইনে কেনে নম্ৰ। তই যিহকে দিয তাকে গ্ৰহণ কৰিব।'

মোৰ ইচ্ছা হৈছিল নন্দৰ মাকক টকা কেইটামান দি সোনকালে ঘূৰি আহি নন্দৰ ওচৰলৈ যোৱা। নন্দক আগধন লৈ আকৌ নগৰৰ কাৰোবাৰ ঘৰত থৈছে।

বেলি পৰি আহিল। ৰিক্সাখনো ৰাখি থৈছো। সাত মাইল বাট টাউনলৈ। ৰিক্সাৰেই ঘূৰি যোৱা কথা। কি কৰো বৈ থাকিবলৈও সময় নাই। মানুহৰ মাজত টকা দিবলৈও সঙ্কোচ হৈছে। কি কৰা যায় ভাবি শেষত 'মুখ হাত ধুম' বুলি নন্দৰ মাহীমাকক পাচফালৰ পুখুৰী পাবলৈ মাতি নি কোনোৰকম টকা বিশটা হাতত গুজি দিহে মই বন্ধা

পোৱাদি পালো। মোৰ বাবেই মানুহ গৰাকীৰ এই দুৰ্গতি মোৰ প্ৰাণে নহলে শান্তি নাপালেহেঁতেন।

মই নন্দ থকা মানুহ ঘৰৰ ঠিকনা লৈ নন্দৰ ওচৰ পালোহি। সি মোক দেখি আনন্দতে হাঁহিমেইনে কান্দিমেই হৈ হাঁহি হাঁহি কান্দি দিলে। কান্দি কান্দি হাঁহিলে। তাৰ পাচত সুধিলে মই সেই নিশা প্ৰশান্তৰ লগত পলাই গলোনে নাই। সি থকা মানুহ ঘৰৰ কথা কৈ কলে—'এইঘৰ মানুহ বৰ ভাল।'

মই নোসোধালৈকে সি তাৰ দেউতাকৰ কথা কোৱা নাছিল। মই কোৱাৰ পাচত সি মন্তব্যৰ সুৰত কৈছিল—'বিচাৰ হব যেতিয়া দেউতা যে চোৰ নহয় এইকথা বিচাৰত ওলাই পৰিবই। পিতাযে চুৰ কৰা নাই দণ্ড পাব কিয়?'

*　　　*　　　*

পুলিচ আৰু আদালতৰ লগত আমাৰ বংশৰ কোনোদিন ইযাৰ পূৰ্ব্বে কোনো সম্বন্ধ নাছিল। প্ৰথম সম্বন্ধটো মোৰ দ্বাৰাই ঘটিল। এইখন বিচাৰলৈ আমাৰ খুড়াইঁতো আহিব লগীয়া হল। জীনা মাহীৰ মতে সেইটো তেওঁলোকৰ। সেই সম্পদ যে তেওঁলোকৰ সেই সাক্ষীৰ বাবে দুই চাৰিজন সাক্ষীও গোটালে।

অৱশেষত সত্যৰ মাজেদি মোৰ সম্পদ মোৰ হাতলৈ আহিল। নন্দৰ দেউতাকে মুক্তি পালে। গৌৰাঙ্গয়ে সেইদিনা প্ৰথম মোৰ সমুখা-সমুখিকৈ কথা হৈ কলে—'যি সম্পদ দেউতাই আপোনাক দি গৈছে, সেই সম্পদ আপুনি ৰাখক। অৱশ্যে দেউতাই কোৱামতে আপুনি ইয়াৰ উচিত মূল্যই দিছিল। মই আপোনাক কথা দিলো—নন্দহঁতৰ বাবে মই কিবা এটা কৰিম।'

সেইদিনা সন্ধ্যা বিচাৰকজনে মোক ঘৰত লগ ধৰিবলৈ গৈছিল। কিহে তেওঁক মোৰ ওচৰলৈ টানি নিছিল বুজি মই তেওঁৰ লগত কেৱল

দেৱজিতৰ কথা পাতিলো। তেওঁৰ চেহেৰাৰ প্ৰশংসা কৰিলো। চৰিত্ৰৰ প্ৰশংসা কৰিলো।

হাকিমজন যোৱাৰ পাচত ৰবপিতায়ে কলে—'খেদালি ল'ৰাটো। দেৱজিতৰ গুণগান তেওঁৰ আগত গাবলৈ তোক কিহে পাইছিল।' দেৱজিতৰ গুণগান বোৰ আছিল তেওঁক খেদাব মন্ত্ৰ।'

'মই এইকালে ঈশ্বৰৰ নাম লৈছো—সিফালে তই খেদোৱাৰ মন্ত্ৰ মাতিলি। ঈশ্বৰে তোক সুমতি নিদিব। উপযাচি কোনোবা আগবাঢ়িলেও তই কব এনেখন। ইচ্ছা কৰা হলে এই হেন ল'ৰাটো তই বান্ধি পেলাব পাৰিলিহেঁতেন।'

'ৰবপিতাই তুমি আছা। মই জাল পেলাই ফুৰিম কিয় ? তুমি গতি লগাবা বুলি মই নিচিন্ত।'

'জাল পেলাই ফুৰিবলৈ কেতিয়া কলো। জালত লাগিলে চাই চিন্তি ভাল দেখিলে টানি ধৰিবলৈহে কৈছো। মই তোৰ বাবে আগবাঢ়িবলৈ ভয় কৰো। তই মোক শাও দিলেও দিব পাৰ—দেবুৰ মাক-দেউতাকক এই প্ৰসঙ্গে মই একো কব নোৱাৰো। আগেয়ে তেওঁলোকে ছোৱালী খোজক। তেনেদিন আহিলে মোৰ হয়তো আনন্দতেই মৃত্যু হব।'

মই কিবা কবলৈ লৈ "ৰবপিতাই' বুলি ৰৈ গলো। মোৰ মুখলৈ চাই ৰবপিতায়ে কলে—'মই একো নুবুজাকৈ থকা নাই। তোৰ চৌবিশ বছৰ বয়সলৈকে বাট চাম। মই যদি বাচি থাকো তাৰ পাচত অগত্যা কবলগীয়া হলে মহন্ত দেউতাক কৈ চাম।'

তহঁতৰ যি প্ৰেম দেখিলো—বুজিলো এনে প্ৰেমতে ঈশ্বৰৰ বাস। আজি কালি বহুত প্ৰেম ওলাইছে—ফু মাৰিলে উৰি যোৱা প্ৰেম। কিন্তু এনে প্ৰেমৰ তুলনা নাই—মৃত্যু নাই।' আৰু কিবা কব খুজি কব নোৱাৰি ৰৈ দিলে। মই অস্ফুট কণ্ঠেৰে কলো— নিজৰ বাবে নহলেও ৰবপিতাইৰ বাবেই কিবা এটা কৰিব লাগিব।

ইযাৰ কেইদিন মানৰ পাচৰ কথা—

অপ্ৰত্যাশিত ভাবে হঠাৎ এদিন পেহী আৰু পেহা ওলালহি। তাৰ পাচদিনা ওলালহি গৌৰাঙ্গ আৰু প্ৰতিভা। সকলোকে একেলগে দেখি মোৰ এনে লাগিল মোৰ অজ্ঞাতে যেন কিবা এটা ষড়যন্ত্ৰ চলিছে। সন্ধ্যা সময়ত সকলো মিলি মহন্ত উকীলৰ ঘৰলৈ যাওঁতে পেহীৰ লগত মই যাব খোজাত বাধা দিলে। এই কথাত মই নিশ্চিত ভাবে বুজিলো সকলো মিলি যে মোৰ ভিত্তিত পঘা লগাব খুজিছে। মই মনে মনে প্ৰতিভাক সুধিলো—'তহঁত সকলো মিলি একেলগে আহিলি যে?' 'তেখেতলৈ পেহাই কিবা চিঠি এখন দিছিল। ইংৰাজীত লিখিছিল—মই বৰ ভালকৈ নুবুজিলো—কিন্তু তোমাৰ বিয়াৰ কথাকে লিখিছে।'

"কাৰ লগত?"

'নাজানো।'

'নুসুধিলি কিয়?'

'সুধিছিলো। ভালকৈ নকলে। কেৱল কলে—দেবুদাযে ঠিক কৰিছে।'

'দেবুদাযে চিঠি দিযেনেকি— মানে টুকুমনৰ দেউতাকলৈ।'

'কেইদিন মানৰ আগতে দেবুদাৰ চিঠি এখন পাইছিল। তেওঁ লিখিছে—তোমাৰ বোলে মত অমত বুলিবলৈ তেনে একো নাই। সুদৰ্শন ল'ৰা। শিক্ষিত ল'ৰা—অমত হোৱাৰো মানে নাই।' —মনতে মই অফুট সুৰৰে কলো—মোৰ মত-অমত একো নাই। দেৱজিতৰ প্ৰতি খং অভিমানেৰে হৃদয দগ্ধ হল। নিশা পেহীয়ে এই বিষয়ে কৈ মোৰ মত বিচৰাৰ নিচিনাকৈ কথা কওঁতে তপৰাই পেহীক কলো— "পাতনি মেলিব নালাগে পেহী। তুমি কি কব খুজিছা মই বুজিছো। মোৰ আপত্তি থাকিব কিয?" কৈয়েই মই পেহীৰ ফালৰ পৰা মুখ ঘূৰাই বেৰৰ ফালে মুখ কৰি শুই কলো —'পেহী তোমাৰ টোপনি ধৰা নাইনে? মোৰ জানা কি হল। অসম্ভৱ টোপনি। দিনে নিশাই শুই থাকিলেও টোপনি ভাগিব নোখোজে। সাবে থকা সময়খিনিও টোপনি টোপনি যেন লাগি থাকে।'

মোৰ কথাৰ পিঠিত পেহীয়ে কথা নকৈ মনে মনে থাকিল। মই মত দি কাৰ ওপৰত যেন প্ৰতিশোধ ললো।

এক অজ্ঞাত জীৱনৰ প্ৰতি কি যে মোহ মোৰ। প্ৰকৃততে মই নিজে নাজানো কি পালে মই সুখী হম। এক অজান ইচ্ছাৰ পাচত ওৰে জীৱন লৰিলো। লৰি-লৰি মই ক্লান্ত হৈ পৰিছো। মনলৈ আহিল ক্লান্তি। প্ৰচণ্ড মানসিক আঘাতে মোক যেন ৰোগমুক্ত কৰি সৰল পথত তুলি দিলে। মই নিজকে সুস্থ কৰো বুলি জোৰ কৰি ভাবিলো। মই বিচাৰিছো অকণ নিৰাপদ আশ্ৰয়। মোক বিশ্ৰাম লাগে। ৰৰপিতাইৰ চিন্তা দূৰ কৰিব লাগিব।

মোৰ জীৱন পথত মই লগ পোৱা বহুতৰে মুখবোৰ অস্পষ্ট ভাবে চকুত ভাঁহিল। মাথোন স্পষ্টভাবে জিলিকি ভাঁহি বৈ গল দেৱজিত। দেৱজিত মোৰ বন্ধ কোঠাত আজীৱন লুকাই থাকিব মই মনতে কলো। আগৰবাৰো বিয়া ঠিক হলত দেৱজিত মোৰ মনত পোন হৈ থিয় দিছিল। বিয়াত মত দি বৰ ডাঙৰ অন্যায় কৰিলো যেন লাগিল।

* * *

মোলৈ বুলি গৌৰাঙ্গয়ে গঢ়াই অনা অলঙ্কাৰৰ বাকচ প্ৰতিভাই মোৰ চকুৰ আগত দাঙি ধৰিলে। ৰঙা বগা বাখৰৰ জিকমিকনিত মই গৌৰাঙ্গৰ উদাৰ গুখ মনটি অতললৈকে দেখা পাইছিলো।

লাহেকৈ অলঙ্কাৰৰ বাকচটো জপাই দি প্ৰতিভাক কলো - 'তহঁতে মোৰ ভালৰ বাবে ইমান ভাব—কিন্তু মই কি পালে সুখী হম তাকেই নাজান। গৌৰাঙ্গক কিহে পাইছে হকে-বিহকে টকা এসোপা খৰছ কৰিবলৈ।'

প্ৰতিভাই মোৰ এই কথাৰ কোনো উত্তৰ নিদি ইফালে সিফালে চাই সক সক মাতেৰে কলে—'শুনিছো ল'ৰাজনে মদ খায়। এইবাবে তেখেতে প্ৰতিবাদ কৰিছিল। কিন্তু পেহাইঁতে ইতিমধ্যে মত দি দিয়া বাবে একো কৰিব নোৱাৰিলে। তুমি বোধহয় নাজানা—তোমাক

তেওঁলোকৰ ফালৰ পৰাহে বিচাৰিছিল। বহুদিনৰ পৰাই দেবুদাৰ লগত কথা-বতৰা হৈ আছিল। 'মদ খোৱা কথা দেবুদায়ে নিশ্চয় জানে।' মই কলো।

'নাজানে সম্ভৱ। তেখেতলৈ লিখিছিল চৰিত্ৰৰ বিষয়ে ভালকৈ খা-খবৰ লবলৈ। পেহালৈও লিখিছিল। কথাটো মিছাও হব পাৰে। আনৰ মুখত ভাল বুলিহে শুনিছো। সিদিনা জয়ন্তই কৈছিল মাথোন।'

'তেন্তে?' মই প্ৰশ্ন কৰিলো।

'তোমাক কৈ ভয়েই লাগিছে। এইবাৰো যদি হুবলগীয়া বিয়াখন হঠাৎ ভঙাই দিয়া—তোমাৰ প্ৰতি সকলোৰে বৰ বেয়া ধাৰণা হব।' প্ৰতিভাই কলে।

'প্ৰতিভা তই ভয় খাব নালাগে। মই মোৰ বাবে বিয়াত মত দিয়া নাই যেতিয়া মোৰ বাবে মই একো কথা নাভাবো, ভয়ো নাখাওঁ।

মোৰ বিযাৰ কামত বজাৰ কৰাৰ পৰা ৰভা দিয়ালৈকে জয়ন্ত ব্যস্ত। জয়ন্তৰ ওখ বলিষ্ঠ চেহেৰা। সতেজ-সতেজ ভাব। কিন্তু গম্ভীৰ। প্ৰতিভাৰ বিযাৰ পাচৰ পৰা দহবাৰ মান ইযাৰ আগতে দেখা সাক্ষাৎ হৈছিল। মা-দেউতা ঢুকাওঁতেও গৈছিল। মই জীনামাহীৰ তাত থাকোঁতেও এওঁৰ মটৰতে প্ৰতিভাহঁত জীনা মাহীৰ ঘৰলৈ গৈছিল। এই জয়ন্তৰ দিহা-পৰামৰ্শ লৈহে যেন পেহা আৰু গৌৰাঙ্গয়ে সকলো কৰিছে। এই জয়ন্তৰ আদেশ ক্ৰমেহে যেন আন আন সকলবো হাত-ভৰি লৰিছে।

বিয়ালৈ আৰু মাজতে পাঁচদিন আছে। চল চাই জয়ন্তই মোক নিৰলে লগ ধৰি কলে—মদ খোৱা দোষটোৰ বাদে দৰাৰ আন একো দোষ নাই।' মই কলো—ধনী ডেকাই মদ খোৱাটো দোষৰ ভিতৰত নপৰে বুলি কয় জীনা মাহীয়ে।

'কিহৰ ভিতৰত পৰে তেন্তে?'

'বিলাসিতাৰ ভিতৰত পৰে।'

'মদ খোৱা মানুহলৈ তোমাৰ বোলে খুব ভয় আৰু ঘিণ লাগে?'

'ভয় লাগে ঘিণ লাগে বুলিছো আৰু কপালৰ লিখা সোপা মোহাৰি নতুনকৈ তাত মই ভাল পোৱা সোপা লিখি লব নোৱাৰো। আগৰ বুঢ়াসকলৰ মতে জন্ম মৃত্যু আৰু বিবাহত কাৰো হাত নাই। তাকে ভাবি কাঠ পুতলা হৈ লগ্নৰ ক্ষণ গণিছো আৰু কি ?'

'মই যদি এই লিখা মোহাৰি দিব পাৰো ?' জয়ন্তই দৃঢ় কণ্ঠে সুধিলে।

ইমান সময় মই কিতাপ এখনত চকু থৈহে কথা হৈ আছিলো— মই যেন জয়ন্তৰ চকুৰ মণিত জয়ন্তৰ হৃদয়ত থকা মানিকৰ ৰশ্মি দেখা পালো। মই আশাৰে প্ৰশ্ন কৰিলো 'কেনেকৈ ?'

'তোমাক বিয়া কৰাই।'

'কোনে ?'

'মই। যদি তুমি অমত নোহোৱা।' জয়ন্তৰ মাতত দৃঢ়তা।

সেই নিশা বিছনাত পৰি মই অতীতলৈ ঘূৰি গৈছিলো। সক-কালত দেউতাৰ মুখত শুনিছিলো অমূল্য মানিকৰ জন্ম সাপ ভেকুলি আৰু শামুকৰ উদৰত হয় বুলি। সেই কথা শুনি ৰাজ্যৰ সাপ ভেকুলি আৰু শামুকৰ উদৰ ফালি চাই মানিক বিচাৰি লৈ আমাৰ দৈন্যতাৰ অন্ধকাৰ দূৰ কৰিম। ৰাজ্যৰ শামুক-সাপ-ভেকুলি বাদ দি শেষত আমাৰ ঘৰৰ আগৰ খাল আৰু আমাৰ পুখুৰীৰ শামুক তুলি তুলি জীয়া শামুক ভাঙি মানিক বিচৰাত ব্যস্ত হৈ পৰিলো। প্ৰতিদিন আশাৰে মানিক বিচাৰি গৈ নিৰাশ হৈ হৈ আমনি লগাত এই কাম বাদ দিছিলো।

তাৰ পাচত দেৱজিত আৰু প্ৰশান্ত দুযোৰে মানুহৰ মনতো মানিক থকাৰ কথা জনালে—তেওঁলোকৰ কাৰ্য্য ভাব আৰু অন্তৰে। হাজাৰত এজনৰ অন্তৰতহে এই অমূল্য সম্পদ পোৱা যায়। সেইজন পুৰুষ হলে তেওঁৰ স্ত্ৰী ধন্য হয়। সেইজন নাৰী হলে তেওঁৰ স্বামী ধন্য হয়।

সেই নিশাই মই শেষ সিদ্ধান্তত উপনীত হলো। জয়ন্তৰ অন্তৰৰ

গভীৰতম প্ৰদেশতো এটি অমূল্য ৰত্ন আছে—এই ৰত্ন মই হেৰুৱাব নোৱাৰো।

পাচদিনা পুৱা চাহ দিওঁতে জয়ন্তই সুধিলে "কি স্থিৰ কৰিলা?"

"ভয় লাগে।"

'মত আছেতো?'

"ও" বুলি মই জযন্তৰ চকুলৈ চাই চকুৰেই সন্মত বুলি বুজালো।

জোৰোণৰ আগদিনা অহা টেলিগ্ৰামখন নোপোৱালৈকে মই ভাবি পোৱা নাছিলো জয়ন্তয়েনো 'তুমি নিচিন্ত হৈ থাকা বিয়া তোমাৰ মোৰ লগতহে হব' বুলি কি কৰিছে—কি ভাবিছে। টেলিগ্ৰামখন আহিছিল 'এই বিয়া নহয়' বুলি। বিয়া ঘৰৰ আনন্দপূৰ্ণ কোলাহল হঠাৎ স্তব্ধ হৈ গল। তাৰ ঠাইত বিৰাজ কৰিলে মৰিশালিৰ নিবৱতাই। সকলো চিন্তাক্লিষ্ট হৈ গম্ভীৰ হৈ পৰিল। মই মনে মনে নিস্কৃতি লভিলো বুলি সকাহৰ নিশ্বাস পেলালো।

জয়ন্তৰ কথাই সত্য হল। আগৰ বিযাৰ তাৰিখতে মই হোমাগ্নিৰ সমুখত জযন্তৰ বাওহাতে কইনা সাজে বহিলো।

মোৰ বিয়া পাতিছিল পেহীৰ ঘৰৰ পৰা। ঘৰত আকৌ কিবা ভূত লম্ভে বুলি পেহীয়ে তেওঁৰ ঘৰত বিয়া পতাৰ কথা উলিয়াই মোক কৈছিল "তাতে ভাল হব।" মই কৈছিলো—''তোমালোকৰ যি ইচ্ছা কৰি থাকা। এতিযা আত্মীয় স্বজন সকলোৱে ওচৰত ভাল হবলৈ চেষ্টা কৰিছো।' বিয়ালৈ মহন্ত উকীলৰ ঘৰৰ সকলো আহিছিল। বিয়া ঠিক হোৱাৰ পাচত দেৱজিতে পেহীলৈ 'মই গৈছো' বুলি লিখিছিল। তেওঁৰ এই চিঠি পাই মোৰ হৃদয় মোচৰ দি উঠিল। মই উপলব্ধি কৰো চিঠিখনতে এই মানুহজনৰ সাক্ষাৎ সহ্য কৰিব পাৰিব জানো এইখন বুকুৱে। তাতোকৈ নেদেখাকৈ থকাই ভাল। দিনৰ দিনেমান নিজক সযতনে লুকুৱাই থৈ হাঁহো মাতো কথা হওঁ। নিশা বিছনাত পৰি ওৰে নিশা কান্দো। শেষত ঠিক কৰিলো দেৱজিতক আহিবলৈ মানা কৰি দিওঁ বুলি। ঠিক সেই মতেই কাম কৰি এখন সৰু চিঠি লিখিলো—

প্ৰিয় দেবুদা,

মোৰে শপত বিয়ালৈ তুমি নাহিবা। মোক জীয়াই থাকিবলৈ দিয়া। তুমি আহিলে হয়তো মই মোক বচাব নোৱাৰিম। মোৰ বুকুখনৰ ওপৰত মোৰ হাত নাই। মোৰ দ্বাৰা আৰু যেন একো নাভূত নাশ্ৰুত কাণ্ড নহয়।'

বিয়াৰ দিনা কিন্তু শেষ মুহূৰ্ত্তলৈকে মনে চঞ্চল হৈ দেৱজিতক দেখা পোৱাৰ বাঞ্ছা কৰিলে। মই স্থিৰ হব পৰা নাছিলো। তাৰ পাচত তিৰোতা সকলে মাহ হালধি সানি নোৱাওঁতে মই মোৰ মনৰ ধূলি-বালি সকলো পৰিষ্কাৰ কৰি ধুবলৈ চেষ্টা কৰিলো। মনত থকা দেৱজিতৰ শুভ্ৰ ছবি হালধিৰ দাগ সানি নিচিহ্ন কৰিব খুজিলো আৰু তাৰ ঠাইত জয়ন্তক বহুৱাবলৈ মনৰ লগত তুমুল সংগ্ৰাম কৰিলো।

* • *

ইয়াৰ পাচৰ অধ্যায়টো মই তোমাক সঠিক ভাবে বুজাব বা বৰ্ণনা কৰিব পাৰিমনে নাই কব পৰা নাই। জয়ন্তৰ ঘৰত ভৰি দিয়াৰ পৰা আজিলৈকে এইছোৱা কাল এটা দুঃসপোনৰ দৰে লাগিছে।

মোৰ বিষয়ে সকলো জানিলে কোনেও মোক দীৰ্ঘদিন জীয়াই থাকিবলৈ আশীৰ্ব্বাদ নিদিয়ে। মা দেউতা আৰু মোৰ অন্তৰৰ পৰাও কোনোবাই—মানে মোৰ প্ৰাণেও যেন মোক আশীৰ্ব্বাদ দি কৈ আছে একেষাৰ কথা। 'মৰ। তই মৰ। দুখক জয় কৰিলি এতিয়া আনন্দৰে জীৱনৰ আশা ত্যাগ কৰ। তই মৰ।'

এইবাৰ দেখোন কলম চলিব খোজা নাই। অলপ সময় কলমটো হাতত লৈ বহি আছিলো। মোৰ এনে লাগিছে মই যেন সকলো মুকলি ভাবে আৰু কব নোৱাৰিম। নিজৰ মনৰ দুৰ্বলতা প্ৰকাশ কৰিবৰ সময়তো এনে হোৱা নাছিল। অলপ বৈ মই অলপ কঠোৰ বা এটা মাথোন সচাকথা কোৱা যন্ত্ৰলৈ ৰূপান্তৰিত হৈ লওঁ।

বুলবা—সেয়া বসন্তই বিদায় মাগিছে। কুলীয়ে শেষ বাৰলৈ গীত গাইছে। মোৰ কোঠালৈ মাজে মাজে সুগন্ধ বহন কৰা বতাহ বৈ আহিছে।

এই ডোখৰতে বহু দিনৰ আগৰ কথা এটা মনত পৰিল। দেৱজিতে সকতে ক'ৰবাত ফুল বা ফুল পুলি পালে মোলৈ লৈ আহে। আমি দুয়ো মিলি আমাৰ ঘৰৰ পাচফালে ফুলনি এখন পাতিছিলো। তেওঁ কই যায—মই সাৰ-জাবৰ পানী দিওঁ। এদিন দেৱজিতে পুলি এটা আনি মোৰ হাতত কই দিবলৈ দিলেহি। মই পুলিটো সযতনে কই নিতৌ পানী সাৰ-জাবৰ দি যত্ন কৰিলো। দিনৰ পাচত দিন গল, মই হতাশ হলো। দেৱজিতক কলো—'গছ জোপা ইমান ডাঙৰ হল, ফুল যে ফুলা নাই ?"

"ফুল নুফুলা গছত হাজাৰ যত্ন কৰিলেও ফুল নুফুলে।" তেওঁ কলে। সেইদিনা দেৱজিতৰ কথাৰ অৰ্থ মই একো বুজা নাছিলো। ফুল নুফুলা গছ জোপা কিয় বুলি ভাবি গছ জোপা কাটি পেলাব খুজি হাতত দাখন লৈ থমকি ৰলো। মই বুজিলো নিজ হাতে যত্ন কৰি ৰোৱা গছ, বিহ গছ বুলি জানিলেও ঘপহকৈ কাটি পেলাবলৈ সত নাযায়।

শুনা এইবাৰ মই দৃঢ় হৈ লৈছো—পূৰ্ব্বে এবাৰ বিযাৰ সাত বছৰৰ আগতে খবৰ কাগজত জয়ন্ত সম্পৰ্কে প্ৰকাশিত বাতৰিটোৰ কথা মই মোৰ বিয়াৰ এবছৰৰ পাচতহে গম পাওঁ। তেওঁৰ অপৰাধ-মূলক কথা আৰু মাতলামিৰ বিষয়ে পেহী, পেহা আৰু গৌৰাঙ্গই জানিছিল। প্ৰতিভাই নাজানিছিল। তাই জনাহলে মোৰ কাণত কথাষাৰ নিশ্চয় পৰিলহেঁতেন। জযন্তই বিয়াৰ প্ৰস্তাৱ দিলে। সকলোৱে সমৰ্থন কৰিলে। পাচত গম পাওঁ জীনামাহীয়ে এই বিয়া যি কোনো প্ৰকাৰে হবৰ বাবে যথেষ্ট চেষ্টা কৰিছিল। গৌৰাঙ্গই অমত হৈ দুটা এটা মাত মাতিছিল—শেষত তেওঁ মনে মনে থাকিল। জীনামাহীহঁতে দৃঢ়ভাবে তেওঁক কৈছিল "ইমানতে কিবা এটা নকৰিলে তাই কুলৰ কলঙ্ক হব। সকলোৱে নাক কাণ কাটিব। তাইক নজনা নিচিনা মানুহ নাই" ইত্যাদি।

সম্প্ৰদানৰ শেষতো জয়ন্তৰ ঘৰত ভৰি দিয়াৰ আগতে যদি কোনো-বাই মোক জয়ন্তৰ মতিগতিৰ বিষয়ে কলেহেঁতেন ॥

বুলবা তুমি নিশ্চয় ভাবিছা তাৰ পাচত সকলো ভাগ্যৰ লিখন বুলি মানি লোৱাত বাদে একো উপায় নাই বা নাথাকে আৰু সকলো মানি লোৱাই উচিত বুলি। কিন্তু তেতিয়ালৈকে উপায় বহুত আছিল। জয়ন্তৰ ঘৰত ভৰি দিয়া আগলৈকে মোৰ সকলো কৰিব পৰা মনোবল অটুত আছিল। হয়তো জনা মুহূৰ্ত্ততে ক'ৰবালৈ পলাই গলোহেঁতেন। নহলে পাচফালে থকা ডাঙৰ পুখুৰীটোত বুকুত শিল বান্ধি ডুবি সকলো সমস্যাৰ সমাধান কৰি দিলোহেঁতেন। জয়ন্তৰ ঘৰত ভৰি দিয়াৰ পাচত তেনে একো ভাবিব নোৱাৰা হলো। নোৱাৰা হোৱাৰ কাৰণ হল এজনী সৰু ছোৱালীৰ মায়া।

ষ্টেজ বা চিনেমাতহে এনে ঘটনা সম্ভৱ বুলি ভাবিছ নে কি? তোমালোকে যিয়েই নাভাবা লাগিলে–গল্পই বোলক বা নাটকেই বোলক বাস্তৱত যি ঘটে সেইবোৰেইতো গল্প উপন্যাসৰ সৃষ্টি কৰিলে। নাটক চিনেমা কৰি দেখুৱা হয়। নিজৰ সুখ-দুখ হাঁহি কান্দোন আশা নিৰাশাৰ বাস্তৱৰ ছাঁ ইয়াত দেখা পায় বাবেহে মানুহে ঘণ্টাৰ পাচত ঘণ্টা বহি দৃশ্যৰ পাচত দৃশ্য উপভোগ কৰে। এইবোৰ যিয়েই কি নহওক আচল কথালৈ আহো - বৰ বাহিৰা কথা কোৱা হৈছে।

মই কি বিচাৰিছো আৰু এই স্বামীৰ পৰা কি পাম, এই কথা ভাবি কাৰো মূৰ ঘোলা কৰাৰ প্ৰয়োজন নহল। মানুহে মানুহৰ দুখ-কষ্ট বা বেয়া কিবা এটা হোৱা'টা বাঞ্ছা নকৰিলেও মানুহ সদায় সাজু থাকে মানুহৰ দুৰ্দশা চাবলৈ। পুতৌ কৰি 'আহা। বেচেৰা' বুলিবলৈ।

* * *

নিৰস মুখৰ আমন-জিমন চেহেৰাৰ এজনী ধুনীয়া মৰম লগা সৰু ছোৱালী মই জয়ন্তৰ ঘৰত দেখা পাওঁ। এই সৰু ছোৱালীজনীয়ে

যেতিয়া জয়ন্তক দেউতা বুলি মতা শুনিলো মই তেতিয়া উচপ্ খাই উঠিছিলো।

সেই দিনটো আছিল বিশেষ দিন বিশেষ নিশা। এই নিশাটো এজনী কুমাৰী ছোৱালীৰ জীৱনলৈ এবাৰহে আহে। এই নিশা ফুলশয্যাৰ নিশা। সামান্য এজনী সক ছোৱালীৰ অৱস্থিতিয়ে মোৰ পৃথিৱীখন ওলট-পালট কৰি দিলে।

মই জয়ন্তক কৈছিলো—'আপুনি এটি সন্তানৰ পিতৃ যে এই কথা লুকুৱাইছিল কিয়? পাপ বা অন্যায়হে মানুহে যত্ন কৰি ঢাকি ৰাখে।"

"তাইতো তোমাক একো জগৰ লগোৱা নাই। তাইৰ কথা উলিয়াইছা কিয?" উত্তৰ স্বৰূপে জয়ন্তই কলে।

'একো জগৰ লগোৱা নাই বাবেহে কৈছো'। মই কলো।

"তেন্তে?" জয়ন্তই প্ৰশ্ন কৰিলে।

"আগতে জনাহলে এই ধাক্কাটো নাখালোহেঁতেন। তাইৰ মা হৈ আহি তাইক নিজৰ চিনাকি দি চিনাকি হৈ ললোহেঁতেন। মৰম কৰি কব পাৰিলোহেঁতেন 'মই তোমাৰ মা, মোক মা বুলি মাতিবা।' 'আচল মা হুজনীতো হব নোৱাৰে।' হাঁহি হাঁহি জয়ন্তই কলে – 'নকল মা। থিয়েটাৰৰ মা। মানে তুমি মাকৰ মৰমৰ পাৰ্ট নিখুঁত কৈ কৰিবলৈ 'ৰিহাৰ্চেল' কৰি আহিব পাৰিলাহেঁতেন। নহয?" "এহাতে মাতৃয়েও সন্তান ত্যাগ কৰে।" মোৰ উশাহ ঘন হৈছিল খণ্ডত। সেই ভাব লুকুৱাই দাঁত চেপি ধৰি অলপ বৈ কলো— 'আনহাতে বন্ধ্যা নাৰীৰ মাজতো প্ৰচুৰ মাতৃত্ব দেখা যায়। সন্তান জন্ম হলেই মাতৃ হয়নে? আনহাতে পৰৰ সন্তানকো মাতৃত্বৰে পালন কৰা দেখা যায়। এইবোৰ যিয়েই কি নহওক ডাঙৰ কথা হল আপুনি স্বপ্ননযনাক চিনি নোপোৱাকৈয়ে নিজৰ জীৱনৰ লগত বান্ধি ললে।' 'এইবোৰ মই একো বুজি নাপাওঁ।" জয়ন্তই কলে—'মানে মই কাকো চিনিবলৈ চেষ্টা নকৰো। মাথোন ভোগ আৰু আনন্দৰে নিজক পূৰ্ণ কৰি ৰাখিব লাগে বুলিহে জানো। তুমি ধুনীয়া বাবে তোমাক বিয়া কৰাই নিজৰ হাতলৈ আনিবৰ মন গল, আনিলো।

ইমানেই। তোমাৰ বিয়াখন শেষ মুহূৰ্ত্তত ময়েই যে ভঙালো তাকো নিশ্চয় জানা।' মোক ভাল পায নহয়—মোক ধুনীয়া দেখিছে যে বিয়া কৰালে এই কথা শুনি এক অজান আতঙ্কত মোৰ বুকু কঁপি উঠিল। বাহ্যিক সৌন্দৰ্য্য যে ক্ষণস্থায়ী এই কথা মই সদায় সচেতন। মই জয়ন্তৰ চকুৰ মণিত মানিকৰ ৰশ্মি দেখিছিলো। অমৃত বুলি গৰলত মুখ দি অসহনীয় যন্ত্ৰণাত তৃষ্ণাতুৰ প্ৰাণে ছটফটাবলৈ ধৰিলে। স্বামীৰ পৰশত শিহৰণ উঠা দেহ মন ওলট-পালট হৈ গল। মই জ্বলি-পুৰি মৰি সেই মুহূৰ্ত্ততে এটা মৰাশলৈ ৰূপান্তৰিত হৈছিলো। জয়ন্তয়েও তাকেই কৈছিল—'তুমি যেন এটা 'ডেড্‌বডি' বুলি।

পাচদিনা পুৱা। মোৰ ওচৰতে বৈ থাকি মোৰ মুখলৈ চাই থকা জয়ন্তৰ ছোৱালীজনীক ওচৰলৈ মাতি, বুকুত সাৱটি মৰমৰে সুধিলো —'কি নাম তোমাৰ ?"

'জয়া।' সৰু মাতেৰে তাই কলে।

'সুন্দৰ নাম। কোনে ৰাখিছিল এই নাম ?' মই কলো। মোৰ কথা সুবুজিয়েই নে কি বুলি তাই মোৰ মুখলৈ অবাক চাৱনিৰে চাই থাকিল।

'কি চাইছা ? মই তোমাৰ মা।' মই কলো।

'তুমি মা নোহোৱা।' লাহেকৈ মূৰ জোকাৰি তাই কলে—'তুমি দেউতাৰ কইনা।'

'মই তোমাৰ মা। কইনা নহওঁ।' মই কলো। তাই প্ৰতিবাদৰ সুৰত কলে—'মই কইনা চিনি পাওঁ। ধুনীয়া নতুন কাপোৰ পিন্ধিছা। ইমানবোৰ সোণৰ বালা পিন্ধিছা। ওৰণি লৈছা। সেন্দুৰ লৈছা। তোমাক মানুহবোৰে বহুৱাই লৈ চাই আছিল কালি।'

'দুষ্ট ছোৱালী। মই কইনা চইনা নহওঁ। নতুনকৈ আহিছো বাবেহে চাইছিল'—মোৰ কথা শেষ হোৱাৰ আগতেই তাই কলে 'তুমি কইনা নহলেও মোৰ মাও নোহোৱা। মোৰ মা মৰিল। মাক মানুহবোৰে পুৰি ছাই কৰি দিলে।' মই অবাক হৈ জয়াৰ মুখলৈ চাই থাকি—তাই মাকৰ মৃত্যুৰ বিষয়ে কৰা বৰ্ণনা শুনি ভাবিলো—এই

কথা তাইক কোনে বুজালে এইদৰে—! কিয় বুজালে—? মই কথাৰ সুৰ পাতলাই কলো —'মৰিলো যদিনো ক'ৰ পৰা ওলালো ?'

'ইমান দিননো তেন্তে ক'ত আছিলা—? পেহী আইতা দেউতাহঁতে কয় —মোৰ মা মৰিল।'

এই সৰু ছোৱালীজনীক মই যে তাইৰ মাক এই কথা কোনো ৰকমে বিশ্বাস জন্মাব নোৱাৰিলো। মা বুলি মাতিবলৈ কলে কয় 'পাচত মাতিম' বুলি। আন সম্বোধন ধৰিও নামাতে।

হাতত সাৰে ভৰিত সাৰে কিবা এক ৰহস্য যেন মোৰ পাচে পাচে ঘূৰি ফুৰিছে মোৰ এনে লাগে। জয়ন্তৰ ভনীয়েক বাপুৰে মোৰ লগত কথা-বতৰা নহযেই। যিমান দূৰ পাৰে আতৰি থাকিবলৈ চেষ্টা কৰে। অগত্যা নোৱাৰাত মাতে যদিও—কেনে এটা সুৰৰে মাত মাতে, কথা কয়। শাহুৱে কটুকথা বা কোনো বেযা ব্যৱহাৰ নকৰে যদিও এনে লাগে যেন মানুহ গৰাকী অনবৰত মোৰ ওপৰত বিতুষ্ট হৈ থাকে। দেওৰ এজন আছে বুলি শুনিছো কিন্তু দেখা পোৱা নাই। শ্বিলঙত নে ক'ৰবাত চাকৰিত আছে। এটা বিৰাট পৰিযালৰ মাজত মই শূন্যতা অনুভব কৰো। এই শূন্যতা দূৰ কৰিবলৈ জযাক লৈ ব্যস্ত থাকো।

জযাক ইযাৰ আগৰ বছৰ দাৰ্জিলিঙৰ বোৰ্ডিঙত থৈছিল। এতিয়া তাইক মই মোৰ লগত ৰখাৰ কথা জযন্তক কলো। কিন্তু জযন্তই মোৰ এই প্ৰস্তাৱ অন্য ধৰণেৰে লৈ ভাবিলে - মই তাইৰ মাহীমাক—তাইৰ লগত টকা খৰছ 'হোৱাতো মই সহ্য কৰিব নোৱাৰো। এনে কথা শুনিও মই জযাক মনে মনে শিকাই দিলো 'মই নাযাওঁ, ইযাতে থাকিম' বুলি কবলৈ। তাই গুচি গলে এই ঘৰটোৰ বিৰাট শূন্যতায়ে মোক গিলি পেলাব।

* * *

মাজে মাজে জয়ন্তই ডুব মাৰে। কেতিযাবা এসপ্তাহ কেতিয়াবা এমাহ বা কেতিয়াবা দুই এদিনৰ পাচতে ওলাযহি। মানুহজনৰ ভাগৰ

নাই। এলাহ নাই। তেওঁৰ সক গাড়ীখনো ঠিক তেনে। এই সৰ মাৰো এই চেকুৰ ধৰো এই ভাবতে যেন সদায় সৰ্ব্বক্ষণ প্ৰস্তুত থাকে। 'ষ্টাৰ্ট' দিবৰ সময়ত মটৰখনে এদিনো যদি আমনি কৰিলহেঁতেন!

জয়ন্তক বিচাৰি ঘৰলৈ মানুহ আহে। প্ৰায়েই একে কিখন মুখকে দেখো। তেওঁলোকক লৈ জয়ন্তই এটা কোঠাত দুৱাৰ জপাই বহে। এই কোঠাটো জয়ন্তৰ মুখত অফিচ কোঠা বুলি শুনিছো। ইমান দিনে এই কোঠাটোৰ মই ভিতৰ ফালটো দেখা নাই। জয়ন্তই চাবি বন্ধ কৰি ৰাখে। সৰা-মেলা-চাফা কৰা কাম কৰে বিহাৰীয়ে। বিহাৰী —এজন অনাঅসমীয়া লোক। মই জয়ন্তৰ ঘৰত ভৰি দিয়াৰ দিনাই জয়ন্তই কৈছিল—'মোৰ ককাইক যিদৰে সন্মান কৰি চলিলাহেঁতেন সেইদৰে বিহাৰীক সন্মান কৰি চলিবা। বিহাৰীৰ কথা মানি চলিবা। ইয়াৰ ইফাল-সিফাল যাতে নহয়।'

মই জয়ন্তৰ অফিচ কোঠাটোৰ ফালে এদিন বাৰান্দাইদি আগবাঢ়িছিলো। এনেতে বাৰান্দাতে থকা বিহাৰীয়ে বাধা দি কলে—"বাবুজী ভিতৰত আছে। সেইফালে নাযাব।' ভিতৰত মানে অফিচৰ ভিতৰত।

এইঘৰত বিহাৰীৰ কাম কি, স্থান ক'ত, আহিছে ক'ৰপৰা, আছে কিয—পায় কি—একো বুজি নাপাওঁ। দেখি আহিছো, ৰান্ধনীয়ে ভাত দিয়ে যি খাবলৈ ভালপায - যিমান খায—যেতিয়া যি অৰ্দাৰ দিয়ে সকলো মানি। শুবলৈ দিছে জয়ন্তৰ কোঠাৰ গাতে লগা কোঠাত। মই এদিন বিহাৰীক সুধিছিলো—'এই মানুহবোৰে ঘণ্টাৰ পাচত ঘণ্টা নিশাও অফিচ কোঠাত বহি কি কৰে? এওঁলোক ক'ৰ মানুহ? কাম কি এওঁলোকৰ?' মোৰ কথা শুনি বিহাৰীয়ে কলে 'বাবুৰানীজী এইবোৰ মই কব নোৱাৰিম।' কব নোৱাৰিম মানে কোৱাত বাধা। নকয়। এই মানুহবোৰক প্ৰত্যেকটোকে কোপ দৃষ্টিৰে মোৰ সংসাৰলৈ চাই থকা একো একোটা শনিগ্ৰহ যেন লাগে। এই গ্ৰহবোৰেই যেন জয়ন্তক কাম কৰা আৰু টকা ঘটা এটা পাথৰৰ যন্ত্ৰ কৰি সৃষ্টি কৰি লৈছে।

প্ৰায়েই জয়ন্ত এমথা বন্ধু-বান্ধবক খাবলৈ মাতে। এই মথা মানুহ তেওঁৰ অফিচ কোঠাত নবহেগৈ বা যি কোনো সময়ত নাহে। তেওঁলোকক অভ্যৰ্থনা কৰা আন আন সামগ্ৰীৰ লগত থাকিব লাগিব মোৰ হাঁহি মুখ — আৰু গান। গান গাবলৈ অনুৰোধ নহয়। আদেশ হয়। ( জয়ন্তৰহে ) 'গোৱা। আৰু এটা। সেই গানটো গোৱা।'

এদিনৰ কথা জয়ন্তই নিশা ক'ৰবাত সুৰাপান কৰি আহি বিছনায়ে কাপোৰে বমি কৰাত কলো — 'যিহলৈকে ভয় কৰিছিলো মোৰ কপালত সিযেই লিখা আছিল।' উত্তৰ স্বৰূপে জয়ন্ত জপিয়াই মোৰ ওচৰত পৰিলহি। দুৱাৰ খোলাই আছিল। গটা মাৰি মোক বাহিৰ উলিযাই কলে গৌৰাঙ্গ বাপেৰৰ ওচৰলৈ যাগৈ। তোলৈ তাৰ কিবা মৰমৰ অন্ত পৰিছেনে। মদ নোখোৱা দেৱতাৰ হাতত আকৌ তোক তুলি দিব। নহলে নিজে ৰাখি থব। সেই ইচ্ছাইতো কৰিছিল সি। দুৱাৰ বন্ধ কৰি জয়ন্ত শুই পৰিল। মই সেই নিশা ওৰে নিশা বাৰান্দাতে কটালো।

* * *

ফুলবা—বাহিৰত বতাহ। বতাহৰ কোবত বকুলজোপাৰ দাল ঠালবোৰ লৰিছে। ফুলবোৰ সৰি নিশ্চয় তল ভৰি পৰিছে। গোলাপৰ পাহীবোৰ সৰি সৰি গছৰ চাৰিওফালে মাটি ঢাকি ধৰিছে নিশ্চয়। দেৱজিতে নিকুমৰ হাতত মোলৈ কিবা ফুলগুটি অলপ দি পঠাইছিল। মই গুটি খিনি সিচি দিছিলো। মাটি ফাকি দুপতীয়া কুঁহি কুঁহি পাতেৰে সৈতে এই গুটিবোৰ গজিছে। এই ফুলৰ গন্ধ আৰু ৰূপ মই উপভোগ কৰিবলৈ নাপালো। গুটি সিচাৰ পাচদিনাৰ পৰাই মই গছ গজিছেনে নাই চাবলৈ আৰম্ভ কৰিছিলো। প্ৰতিদিন পুৱা গধূলি দুপৰীয়া মই গুটি সিচা মাটিখিনিৰ ওচৰত বহিছিলোগৈ। মোৰ ভাব হৈছিল বোধহয় গুটিবোৰ নগজিব। তাহানিখন ফুলপুলি বুলি ফুল নফুলা গছ পুলি এটা দিয়া কথা মনত পৰিছিল।

তোমাৰ তালৈ কালিলৈ পুৱা এই ফুলপুলি কেইটা কাঞ্চাৰ হাতত পঠাই দিম বুলি ভাবিছো। জয়ন্তই যদি কেনেবাকৈ জানে যে এই ফুল গুটি দেৱজিতে পঠোৱা তেন্তে জয়ন্তই এই পুলিবোৰ কাটি মাৰি শেষ কৰি দিব। মই আলফুলে ৰখা যত্ন কৰি তোলা ফুল গছ তেওঁ বহুত দিন -কি ভাবি জানো কাটি মাৰি নষ্ট কৰি দিছে। কিয় যে তেনে কৰে !!

ক'ত এৰিছিলো জানো—কি কবলৈ লৈ কি কলোগৈ। এতিয়া আচল কথা শুনা—জয়ন্তক সদায় মই ব্যস্ত ভাবে ক'ৰবালৈ যোৱা আৰু ব্যস্তভাবে কৰবাৰ পৰা অহা দেখি আহিছো। সৰ্ব্বক্ষণ মানুহজন ব্যস্ত থাকে। ক'লৈ যে যায়—? ক'ৰ পৰা যে আহে !! কিহৰনো ব্যৱসায় কৰে—। সকলোতকৈ ডাঙৰ প্ৰশ্ন হল ইমান টকা ক'ৰ পৰা আহে।

এদিন মই জয়ন্তক কৈছিলো—'আপোনাৰ বহুত টকা।'

'বহুত নহলেও তোমাক অন্ততঃ শ টকীয়া নোটৰে সংকাৰ কৰিব পাৰিম।' গহীনাই জয়ন্তই কলে।

'ইমান টকা ক'ত পায—?' মই সুধিলো।

'বিচাৰিব জানিলেই পোৱা যায়। মইতো বুৰ্ব্বক নহওঁ তোমাৰ দৰে। খাবলৈ নাপায় মৰে বুৰ্ব্বকবোৰ। যি নিজৰ ভোগ বিলাসৰ বাবে ডকা-হুকা দি আজ্জি ভোগ নকৰে—তাহাতি বুৰ্ব্বক নহয় কি -? আজিৰ দিনত টকা নাই ক'ত ? বুৰ্ব্বকেহে চকু মুদি বহি থাকে, খাবলৈ নাপায় মৰে।'

"মানে আপুনি ডকাইত -?"

"ভদ্ৰভাষাত ব্যৱসায়ী। ইংৰাজীত 'বিজিনেচ্' কৰা বুলি কলেতো শুনিবলৈ আৰু ভাল হয়। ডকাইত ডকাইত যে কৰিছা, মোক তুমি তোমাৰ ঘৰৰ হীৰা মুক্তা ডকাইটি কৰিবলৈ যাওঁতে প্ৰথম দেখা পাই পৰিচয় হৈছিলা নেকি ?"

"ডকাইত বুলি কলে ভয লাগে নেকি ?"

"কালৈ ? সমাজলৈ নে পুলিচলৈ ?"

"পুলিচলৈ।"

"পুলিচলৈ !! ইঁছুৱালা মোক" বুলি জয়ন্তই হো হোকৈ হাঁহি ঘৰ কঁপাই দি কৈছিল—'আজিলৈকে মই এনে এটা সমস্যাত পৰা নাই টকা দি যি সমস্যা মই সমাধান কৰিব পৰা নাই।'

অলপ বৈ আকৌ আপোন মনে কৈ গল - ৰজা বুলিলে—কেৱল দেশ শাসন কৰা বা শাসনকৰ্ত্তাকে নুবুজায়—লগতে ধন বস্তুৰ ভঁৰাল এটা থকাও বুজায়। ৰজা নোহোৱা দেশত ধন বস্তুৰ ভঁৰাল থকা ৰজা হব খুজিলে বা জানিলে সকলোৱেই হব পাৰে। মাথোন এইখনক ( নিজৰ বুকুত আঙুলি থৈ ) প্ৰথমে ভেজাল কৰিব লাগিব। ন্যায় আৰু সত্যক আতৰাই থব লাগিব।'

'আমাৰ ভিতৰত হোৱা বিচাৰবোৰ অবিচাৰ হব পাৰে—কিন্তু ঈশ্বৰ আছে।' মই কলো। জয়ন্তই লাহেকৈ সুধিলে ক'ত আছে—?' তাৰ পাচত আকৌ কলে—'আজি শ শ লোকে খাবলৈ নাপাই উপবাসে থকাক তেওঁ নিশ্চয় তেওঁৰ বাবে ব্ৰত দিয়া বুলি ভাবে। তোমাৰ কৃষ্ণযেতো মাছ গাহৰি আদি হৈ এক এক কাৰণত ন-বাৰ জন্ম লৈছিল কলিত কল্কি অৱতাৰ হৈ সকলোকে কাটি-মাৰি শেষ কৰাৰ কথা আছিল নহয়—নাছিল জানো? এতিয়াও কলি যুগ হোৱা নাইনে তেওঁ স্বৰ্গ এৰি পৃথিৱীলৈ আহিবলৈ মন কৰা নাই। কথা দি কথা পেলাইছে?'

"তেওঁ অৱতাৰ লবলৈ এতিয়াও বাকী আছেনে।" মই কলো— 'দেশে দেশে যুদ্ধ-বিগ্ৰহত মৰিছে মানুহ। ডকাইতৰ হাতত মৰিছে মানুহ। জটিল জটিল নতুন নতুন ৰোগত মৰিছে মানুহ। নগা সমস্যাত মৰিছে। সীমাৰ সমস্যাত মৰিছে। ভাষা সমস্যাত মৰিছে। খাদ্য সমস্যাত মৰিছে। আতা খাই মৰিছে। গাখীৰ খাই মৰিছে। সন্তানক আহাৰ দিব নোৱাৰি আত্মহত্যা কৰিছে। এহাতে মহামানৱ সকলে শান্তিৰ বাণী প্ৰচাৰ কৰি ফুৰিছে আনহাতে এক এক সমস্যাত কটা-মৰা—বন্দুক মেচিনগান আদিত অহৰহ অশান্তিৰ বতাহত মানুহ মৰিবই লাগিছে। এইদৰেই ভগৱানে বিকটৰূপে অৱতাৰ লৈছে বুলিয়েই ভাবিছো।'

আবৰ দিনৰ এনিশাৰ কথা। বহু ৰাতিলৈকে স্বামী তেওঁৰ কেইজন মান বন্ধুৰ লগত অফিচ কোঠাত সোমাই দুৱাৰ মাৰি কি এক আলোচনাত ব্যস্ত। মই জযাক বুকুত সাৱটি শুই আছো। টোপনিয়ে চকুৰ পতা টানি টানি ধৰিছে। মই চকু খুলি থাকিবলৈ চেষ্টা কৰিছো— অৰ্থাৎ টোপনি খেদাৰ চেষ্টা। টোপনি আহিলে জযন্তৰ খং উঠিব — শোৱাৰ বাদে আৰু একো কাম নাই বুলি। দুৱাৰ খুলি শুবও নোৱাৰি। দুৱাৰ মাৰি শুবও নোৱাৰি। অৱশেষত মই বিছনাত আঠুৱাৰ ভিতৰত বহি থাকিলো। ব্যস্তভাবে জযন্ত কোঠালৈ সোমাই আহিল। তেওঁৰ লোৰ আলমাৰি খুলি এবেগেত মান হব কি নহব, তেনে সৰু কিবা ক'লা বস্তু এটা কোটৰ ভিতৰ জেপত ভৰালে। ওলাই যাবৰ সময়ত মোক মাত দি কলে —'টোপনি নে কি-? দুৱাৰ মাৰি থোৱাহি।'

অলপ পাচত মটৰ ষ্টাৰ্ট দিয়া এটা মৃদু শব্দ মোৰ কাণত পৰে। সেই সময়ত মোৰ এনে লাগিছিল—বিষাক্ত বায়ুৱে যেন মোৰ দম বন্ধ কৰি দিয়াৰ উপক্ৰম কৰিছে। মই ওলাই আহি পদূলি পালোহি। ঘূৰি আকৌ বাৰান্দা পালোহি। জযন্তৰ অফিচ কোঠাৰ ফালে আগ বাঢ়িলো। কোঠাত তলা-মৰা। মই দুৱাৰত ভেজা দি থিয দিলো। ঈশ্বৰ-প্ৰভু তোমালোকে মোক কি দেখুৱালা মনতে মই কলো। জেপত ভৰোৱা বস্তুটো পিষ্টল নহলে কি। মই তেন্তে এজন নৰঘাতকৰ পত্নী॥ মানুহেই যদি নামাৰে, ব্যৱহাৰেই যদি নকৰে, তেন্তে সেইটো লগত লৈছে কিয? এনে পথে অহা ধন ৰত্নৰে মই ৰাজৰাণী হৈ ভোগ বিলাসত আছো। মোৰ হৃদয বাৰে বাৰে কঁপি উঠিল। মোৰ এনে লাগিছিল স্বামীক এই পথৰ পৰা ঘূৰাব নোৱাৰিলে দেউতাই মোক ডিঙি চেপি হত্যা কৰিব। অন্যায়ৰ বিৰুদ্ধে যুঁজিবলৈ দৃঢ হৈ মই দৃঢ স্বৰে জযন্তক এদিন প্ৰশ্ন কৰিলো 'ইমান টকা কোন পথে আহে—? ব্যৱসায—? কিন্তু কি সেই ব্যৱসায়? তোমাৰ যি কেইটা মই ব্যৱসায় দেখিছো—আনেও দেখিছে সেই ব্যৱসায়ত ইমান টকা আহে বুলি হাজাৰ বাৰ বুজালেও মই নুবুজো। মোক কবই লাগিব।'

'কাৰ ওপৰত প্ৰভুত্ব চলাবলৈ আহিছ—তই কোন ওলালি মোক আদেশ কৰোঁতা—?' জয়ন্তৰ কঠোৰ স্বৰ। মই লাহেকৈ কলো—'মই আপোনাৰ বিবাহিতা স্ত্ৰী। ৰক্ষিতা নহওঁ। ই মোৰ কৰ্ত্তব্য।'

'কি কৰ্ত্তব্য—?'

'আপুনি অসৎ পথে গৈছে—ঘূৰাবলৈ চেষ্টা কৰা কৰ্ত্তব্য।'

'যদি নাহো।'

'নাহিব পাৰে। অসত্য অন্ধকাৰলৈ মোৰ ভয় লাগে। মই মোৰ কথা কৈছো। দেউতাহঁতে কেতিয়াও কাকো ঠগা নাছিল। ঠগ বিশ্বাসঘাতক এইবোৰ পাপ, পিতৃ-মাতৃয়ে কৰিলে, ফল ভোগে সন্তানে।'

অলপ বৈ মই আকৌ কলো—'ছিঃ এজন নৰঘাতকৰ পত্নী কৰিবৰ বাবেহে মোক জীযাই ৰাখিছিলা ভগৱান।' মই আৰু কিবা কব খুজিছিলো—ঠিক এনেতে জয়ন্তই 'মৰ—তই এতিযাই মৰ' বুলি মোৰ গালত এটা প্ৰচণ্ড চৰ মাৰিলে। মই কিবা কবলৈ বিচাৰিলো কিন্তু নোৱাৰিলো। মোক এইবাৰ গটা মাৰি পেলাই বুকুৰে পিঠিয়ে গোৰ সোধাবলৈ ধৰিলে। ওপৰা ওপৰিকৈ কেইবাটাও থিয় গোৰ মোৰ উদৰত পৰিল। সেই মুহূৰ্ত্ততে পৃথিৱীখন ক'লা হৈ আহিল। অৰ্থহীন হৈ আহিল। কিন্তু ইযাৰ মাজতে মই দেখো—জযা লৰি আহি মোক সাৱটি ধৰিছেহি। দেউতাকক কাবৌ কৰি কৈছে—'মাক নামাৰিবা। মা ইমান ভাল।'

জ্ঞান পাই দেখো মই হাস্পাতালত। উদৰত খামোচ মাৰি ধৰা যন্ত্ৰণাত মই মোৰ অজ্ঞাতে চিঞৰ মাৰি দিলো। তাৰ পাচত মই নিজক চম্ভালি ললো। যন্ত্ৰণাত নিচিঞৰি দাঁত চেপি ধৰিলো। অলপ সময়ৰ পাচত বেদনাটো অলপ কমিল। মই চকু মুদি গণনা কৰিলো—

আহাৰ

শাওণ

ভাদ মাঘ। আঠ মাহ। নমাহ সাত দিনতহে সন্তান ভূমিষ্ঠ

হয় হবলা। উদৰত খামোচ মাৰি ধৰা বেদনাটোত আকৌ মই দাঁত চেপি ধৰিলো। তলৰ ওঁঠটো জোৰেৰে কামোৰ মাৰি দিলো। এইবাৰ এই বেদনাটোৰ পৰা মই অকণো অব্যাহতি নাপালো। মই ভয় খাই এক অজানিত আতঙ্কত ঈশ্বৰৰ নাম লৈ কান্দি দিলো। অস্ফুট স্বৰে ভগৱানক কলো - ভগৱান মাৰি নিয়া মোক। মৰিবলৈ মই ভয় কৰা নাই। সোনকালে মাৰা। উঃ কি জঘণ্য কাণ্ড। কি অসহ্য যন্ত্ৰণা।

ইয়াৰ তীব্ৰতা ক্ৰমাৎ বেচি হৈ যাবলৈ ধৰিলে। শৰীৰৰ প্ৰত্যেকটো যোৰা যেন স্থুলকি যাব। মই চকু ঘূৰাই চাৰিওফালে চালো। জয়ন্ত বা তেওঁৰ পৰিয়ালৰ কাকো দেখা নাপাই মনতে নিজকে কোৱাদি কলো এযা হল মন্ত্ৰৰ বন্ধন। সমাজক সাক্ষী কৰি সমাজক দিয়া ফাকি মাথোন। 'স্বামী দেৱতা' বোলা কথাযাৰৰ অৰ্থ শূন্যও হব পাৰে কেতিযাবা। হোমাগ্নিক সাক্ষী কৰি জয়ন্তই মোক নিচেই আপোন কৰি বান্ধিছিল মন্ত্ৰৰে। জয়ন্ত মোৰ স্বামী দেৱতা। স্বামীৰ অৰ্থ প্ৰভু বুলিহে জানো। দেৱতা মানে দয়া যেন লাগে। কিন্তু এয়া কি বুজিছো। স্বামীৰ পৰাই পাইছো এই যন্ত্ৰণা। এনে যন্ত্ৰণা দিও যদি অকণ দয়াৰ চকুৰে চালেহেঁতেন। মোৰ হৃদয় মোচৰ দি উঠিল। মা-দেউতা পেহী প্ৰতিভাহঁতলৈ মনত পৰিল। বৰপিতাইৰ মুখখন বাৰে বাৰে চকুত ভাঁহিবলৈ ধৰিলে। দেৱজিতলৈ মনত পৰাত মোৰ উশাহ ঘন হল। তেওঁলৈ উঠা খঙত দাঁত চেপি ধৰি মনতে কলো—ফাকি ফাকি— সব ফাকি। চকু মুদি দিলো। অলপ পাচত চকু খুলি দুৱাৰ মুখলৈ চালো। কোনো অহা নাই। জয়াৰ কথা মনত পৰাত গধুৰ বুকুখন অলপ পাতল হোৱাৰ দৰে লাগিল। তাই আজি মোক 'মা' বুলিলে। বেদনাদায়ক আনন্দই এইবাৰ মোক সচাকৈয়ে কন্দুৱালে। মই মনতে কলো —'জয়া। মা মোৰ। মই তোৰ বাবে জীয়াই থাকিম। কেৱল তোৰ বাবে। এই ঘৰৰ বিষাক্ত বায়ুৱে তোক স্পৰ্শ কৰিব নোৱাৰাকৈ খুব সাৱধানে তোক ডাঙৰ কৰিম। তোৰ বুকুৰ অমৃত যাতে অমৃত হৈয়েই থাকে। মই ভাবিলো —গৈযেই মই জয়াক দাৰ্জিলিঙলৈ পঠাই দিম।

ওচৰত কৰ্ত্তব্যত ব্যস্ত থকা নাৰ্ছ গৰাকীক সুধিলো—'সিহঁটাৰ কি কৰিব—? উদৰত এই ৰং বোৰ কিয় সানিছে– কিয় বান্ধিছে এইদৰে ?'

'চিজাৰিযান হব।'

'মানে—? উস্ মৰিম—মই মৰিম এতিয়া।' যন্ত্ৰণাত কাতৰ হৈ কলো। 'আপুনি বৰ বেচি ভাবিছে। কেতিয়াও নমৰে।' নাছ গৰাকীযে নিৰ্ভয দি কলে। মই নাৰ্ছ গৰাকীক অকণ পানী খুজিলো। তাৰ পাচত সুধিলো 'সি বাচি থাকিবতো সিহঁটাৰ ?"

নাৰ্ছ গৰাকীযে অবুজ ভাবে মোৰ মুখলৈ চালে। মই কলো—

'মই মোৰ সন্তানটোৰ কথা কৈছো।'

'কেনেকৈনো পৰিলে ?" সিহঁটাৰে মোৰ কথাৰ উত্তৰ নিদি মোক সুধিলে মোৰ এনে দুৰ্ঘটনাটো কেনেকৈ হ'ল। মই নাৰ্ছ গৰাকীৰ পৰা গম পাওঁ মই হঠাৎ পিচল খাই পৰাত এনে হল বুলি মোৰ শাহু নে স্বামীযে ডাক্তৰক কৈ গৈছে বুলি।

এতিযাও যন্ত্ৰণা অবিৰাম চলি আছে। দহ-পোন্ধৰ মিনিটৰ অন্তৰে অন্তৰে বৈ বৈ, ক্ৰমাৎ খৰকৈ। আৰু খৰকৈ। মই বৰ অৱশ হৈ পৰিলো। যন্ত্ৰণাৰ বাবে উ.—আস্ কৰিবলৈও শেষত শক্তি নোহোৱাৰ দৰে হ'ল।

'ইথাৰ' দি অজ্ঞান কৰোঁতে, প্ৰথম জ্ঞান পোৱাৰ সময়ত বোলে মানুহে নিজৰ গোপন কথা কবলৈ ধৰে। সেয়ে মই খুব সাৱধানে মনটো পৰিষ্কাৰ কৰাৰ চেষ্টা কৰি মই ভালপোৱা এটি গীতৰ কথা মনলৈ আনিলো। মনে মনে ঈশ্বৰৰ নাম ললো। তাৰ মাজতে জযাৰ কথা মনলৈ আহিল। 'ইথাৰ' দিওঁতে মোৰ এনে লাগিছিল মোক যেন হত্যা কৰিবলৈ নাক মুখত সোপা দি ধৰিছে। কোনোবাই মুখত যেন পানী ছতিয়াইছে। মই প্ৰতিবাদ কৰিব খুজিছিলো, নোৱাৰিলো। ঔষধৰ গন্ধত নিশ্বাস বন্ধ হোৱাৰ ভাব—কিন্তু সি মৃত্যুৰ অনুভূতি নহয়। ক'লৈ যেন গুচি গৈছো। আৰাম লগা নিদ্ৰাই চকু টানি ধৰিলে। মই পাতলহৈ আহিলো ক্ৰমাৎ আৰু পাতলহৈ

আহিলো। সক হৈ আহিলো আৰু সক হৈ আহিলো। শেষত মই এটি মাত্ৰ অণুমাত্ৰ বিন্দু হৈ কোঠাৰ পৰা ওলাই দৌৰ মাৰিলো। বায়ুৰ লগত মিলি বিলীন হৈ নগৈ আকাশ আৰু পৃথিৱীৰ সীমা যেন দেখা দূৰ দিগন্তৰ পৰা দৃষ্টি ৰাখিলো বিছনাখনত। ডাক্তৰ নাৰ্ছ সকলৰ ওপৰত। কিন্তু মোৰ দৃষ্টি শক্তি ইমান শক্তিহীন হৈ গৈছিল যে মই একো মনিব নোৱাৰিলো। কাৰোবাৰ মাত এটি মোৰ কাণত পৰিল। সেইজনে ৰিঙিযাই যেন কৈছে দহলৈকে এক দুই মাতকচোন। মই চাৰিলৈকে মাতোতেই মোৰ এনে লাগিল বহল পৃথিৱীখন কোচ খাই আহিছে। শেষত এটা অণুমাত্ৰ বিন্দু হৈ গ'ল। এসময়ত সেই বিন্দুটোও অন্ধকাৰত হেৰাই গ'ল।

নিশা দহমান বজাত চকু মেলি মই চাৰিওফালে চালো। আপোন মনে দুই এটা কথা কৈছিলো—জযাৰ নামো লৈছিলো নে কি? বমি বমি ভাব হল। টোপনিয়ে চকু টানি ধৰি থকাৰ দৰে লাগিল। পিযাহত ডিঙি শুকাইছিল। পানী খুজিবলৈ ওচৰত কাক পাওঁ চালো। পেটটো চুই চালো—বন্ধা আছে। টিং ঘৰত পানী পৰাৰ শব্দ শুনি জানিলো—বৰষুণ দিছে। ইথাৰৰ জালত আকৌ চকু টানি ধৰিল। কিমান সময় জানো পাৰ হল। এবাৰ চকু খুলি দেখো সিছ্টাৰে আৰি থোৱা চেলাইনটো ঠিক মতে গৈছেনে পৰীক্ষা কৰি চাইছে। সন্তানটো ভালে আছেনে বুজাৰ আশাৰে সিছ্টাৰ গৰাকীৰ মুখলৈ চালো। একো বুজিব নোৱাৰি সুধিলো—'কি সিছ্টাৰ ল'ৰানে—ছোৱালী? সকলো মাতৃযেই হযতো আশা কৰে প্ৰথম সন্তান ল'ৰা হোৱাটো?'

সিছ্টাৰে একো নমতা দেখি মোৰ বুকুখন কেনেযে লাগিল। মই সুধিলো 'সিছ্টাৰ সি ভাল আছেতো?" —এইবাৰো তেওঁ একো নামাতিলে। ব্যস্তভাবে আতৰি গৈ অলপ পাচত হাতত 'চিৰিঞ্জ'লৈ সোমাই আহিল। মোৰ হাতত বেজিটো ভৰাই দিওঁতে কলে 'চকু মুদি শুই থাকক।'

পিচদিনা পুৱা চকু মেলি চাই বও দুৱাৰৰ ফালে—মনত পৰিছিল

মালৈ। মাযে মই সক থাকোঁতে কাৰণে অকাৰণে মোক বকিছিল। অকণমান কিবা এটা ইফাল সিফাল হলেই গালি দিয়ে—কটুকথাৰে। প্ৰায়েই কৈছিল—'তই মোৰ ছোৱালী নহয়।' এই কথাষাৰ সদায়েই সহজ ভাবে লৈ আহিছিলো - , কিন্তু মাতৃ হৈ মই উপলব্ধি কৰিলো—মাতৃযে নিজৰ সন্তানক কেতিয়াও 'তাই মোৰ ছোৱালী নহয়' বুলিব নোৱাৰে। মোৰ মনত সন্দেহ হল—'মই তেন্তে কাৰ গৰ্ভত স্থিতি লৈছিলো। মাৰ কথা বিশ্বাস হল বহুত পলম কৈ : অস্ফুট স্বৰে নিজকে কলো- সেযেহে দেউতাই মোক মৰম কৰা বাবেও প্ৰায়েই ঘৰত অশান্তি হৈছিল—মায়ে দেউতাক যিহকে তিহকে কৈছিল। পেহীকো লগাই দিছিল মোক বকাবকি কৰিবলৈ।

নাছ এগৰাকী কোঠালৈ সোমাই অহাত মোৰ ভাব তল পৰি গল। মই ব্যস্ত ভাবে সন্তানৰ কথা সুধিলো। দুখ কৰি নাৰ্ছ গৰাকীযে কলে—আমি দুখীত, বচাব পৰা নগল।

*        *

তিনিবাৰ মই সন্তানৰ মাতৃ হওঁ। প্ৰথম দুটা সন্তান মাথোন মোক দুখ দি যাবৰ বাবে আহিছিল। দ্বিতীয় সন্তানটোও শেষ অৱস্থাত গৰ্ভতে মৰিল। তৃতীয়টো বৰ্ত্তমানলৈকে আছে।

'এই চৰিত্ৰহীনা জনীৰ লগত থব নোৱাৰি' বুলি বাপেকে জযাক ক'ৰবাৰ বোৰ্ডিঙত থৈ আহিলে। ক'ত থলেগৈ সুধিলেও নকয়। এই ঘৰখনত প্ৰতিদিন নতুন নতুন আঘাত পোৱাত প্ৰথমে বৰ হতাশ হৈছিলো। কিন্তু শেষলৈ সকলো আঘাত অত্যাচাৰ মোৰ বাবে সহজ হৈ পৰিল। কথাই কথাই শোক পোৱা আৰু চকুলো ওলোৱা বন্ধ হল।

জয়া যোৱা দিনা আকৌ নতুনকৈ আঘাত পালো। চকুৰ পানী শেষ নোহোৱা অৱস্থা হল। ছোৱালী জনী সৰ্ব্বক্ষণ মোৰ লগতে থাকিবলৈ বিচাৰে। পেহীযেকে মাৰে। আইতাকে গালি দিয়ে।

দেউতাকে কেতিয়াবা চুলিত ধৰি চোচোৰাই নিয়ে। কেতিয়াবা তাই কয় 'মা দেউতাই তোমাক ইমান মাৰে—বলা আমি ক'ৰবালৈ পলাই গুচি যাওঁ।'

এই জনী জয়াক জোৰ কৰি মোৰ পৰা আতৰাই নিয়াত মই কিমান আঘাত পাব পাৰো সেই কথা কাৰো ওচৰত প্ৰকাশ যাতে নাপায় তাৰ বাবে সজাগ থাকিলো।

ইযাৰ কেইমাহ মানৰ পাচত ননন্দজনীৰ বিয়া হৈ গল। তাই শাহুৱেকৰ ঘৰত। দেওৰজন চাকৰিত—শ্বিলঙত। মোৰ লগত থকা অসম্ভৱ বুলি মোক ঠিকমতে খং দেখুৱাই শাহু সৰু পুতেকৰ ওচৰলৈ গ'লগৈ। স্বামীযে প্ৰায়েই কোৱা হল 'মোৰ ঘৰৰ মানুহবোৰক তই কুকুৰ খেদোৱাদি খেদালি' বুলি।

বিছনাত পৰি চকু মুদি টোপনি আহিবলৈ চেষ্টা কৰি পৰি থাকিলো। জয়ন্ত ওলাই যোৱা এসপ্তাহ হল। কাহানিকৈ ঘূৰে তাৰো ঠিক নাই। সন্ধান মোৰ ওচৰত গভীৰ টোপনিত নিমগ্ন। তাৰ মূৰত হাত ফুৰাই দিলো। কপালত চুমা দি কলো সোণ—মোৰ জুই জ্বলা জীৱনলৈ তই কিয় আহিছিলি। এদিনো তোক মই অকণ মৰম কৰাৰ কথা মনত নপৰে। তযো মাতৃ স্নেহ নাপাই অতৃপ্ত হৈ আছ।'

এই বিৰাট ঘৰটোৰ কোনোবা এচুকত মিণ্টুৰ লগত খেলি থাকে মোৰ তিনি বছৰীয়া সন্তান সন্ধানে। আৰু মই মোৰ বিছনাত পৰি থাকি ঘূৰি যাওঁ অতীতলৈ। কিছুমান স্মৃতি অমৃত মধুৰ। কিছুমান অতি তিক্ত। দেৱজিতৰ সতে সম্বন্ধ জড়িত স্মৃতি হল অম্লমধুৰ।

কোনোবা এদিন জয়ন্তই থোৱা ঠাইত কি এটা বিচাৰি নাপাই 'তই মানুহজনী কিয় আছ' বুলি মোলৈ খেদা মাৰি আহিল। মই তেওঁৰ বস্তুটোক বিচাৰি আছিলো। জয়ন্তৰ প্ৰচণ্ড চৰত মই বহি গলো। এইবাৰ তেওঁ 'ভাও দেখুৱাব নালাগে' বুলি ছুটা থিয় গোৰ সোধালে। মোৰ খুব বঢ়িয়াকৈ মনত আছে তুমি সেইদিনা আমাৰ ঘৰলৈ আহিছিলা। আঙুলিৰ চাব বহি থকা মোৰ মুখলৈ একেথৰে চাই থাকি তুমি কৈছিলা

'আভা তই হাঁহিছ ? নাহাঁহিবি। তোৰ হাঁহি দেখি মোৰ অসহ্য

লাগিছে।' তোমাৰ স্নেহসনা এই কথাত মোৰ চকুপানী ওলোৱাৰ উপক্ৰম হল। চাহ একাপ আনোগৈ বুলি ততাতৈয়াকৈ তোমাৰ চকুৰ আগৰ পৰা আতৰি গৈছিলো।

মই তোমাৰ হাতত চাহকাপ তুলি দিওঁতে তুমি সুধিছিলা—'তোক সি কিবা সন্দেহ কৰিছিলনেকি?' মই কৈছিলো—'এহাতে যদি নাচ নাচ' বুলি নচুৱাই, আনহাতে কিয় নাচিলি বুলি ধৰে, উপায় নাই। কি অসহ্য যন্ত্ৰণাসহ মই তেওঁৰ বন্ধু-বান্ধবৰ আগলৈ ওলাওঁ—হাঁহো—মাতো এই কথা কোনে বুজিব।

এনিশাৰ কথা—

হঠাৎ নিশা সাৰ পায় সন্ধানে কান্দিবলৈ ধৰিলে। তাৰ বয়স তেতিয়া মাথোন দহ মাহ। তাৰ কি হৈছে সি কব বুজাব নোৱাৰি মাথোন কান্দিছে-চিঞৰিছে। তাক লৈ বিছনাৰ পৰা নামি আহিলো। গুণ গুণাই নাম গাই তাক শুৱাবলৈ চেষ্টা কৰিলো। তথাপি তাক শান্ত কৰিব নোৱাৰি পাক ঘৰলৈ গলো। জুই জ্বলাই পেটটোত মিঠাতেল মোহাৰি সেকি চালো সৰিযহৰে মুখলগা ভাঙিলো। তথাপি সি কান্দিবলৈ নেৰাত বিছনাত শুৱাই দি, ওচৰতে মই বহি থাকিলো। অলপ পাচতে উগ্ৰ মূৰ্ত্তি ধৰি জয়ন্ত ওচৰত থিয় হলহি। আঠুৱাখন আজুৰি চিঙি এহাতেৰে সন্ধানক টান মাৰি আনি 'মৰ আপদ' বুলি মাটিত থেকেচা মাৰি থলে। তাৰ পাচত ডাইনীৰ উৎপাতত শোৱাৰো শান্তি নাই বুলি মোক চুলিত ধৰি বাহিৰলৈ টানি আনি—গটা মাৰি পেলাই পিঠিত এটা গোৰ সোধাই দুৱাৰ মাৰি শুই থাকিলগৈ। সন্ধানে ইকালে কান্দিবলৈ এৰাত তাৰ কিবা হল বুলি মোৰ বুকুখন কেনেকুৱাযে লাগিছিল। ভয়ত মই ঠক্‌ঠক্ কৈ কঁপিছিলো। অৱশেষত মই অস্ফুট স্বৰে ভগৱানক প্ৰশ্ন কৰিলো—'মইতো কাৰো ঘৰত জুই জ্বলোৱা নাছিলো মোৰ ঘৰ কিয় জ্বলিছে?' বন্ধ দুৱাৰখন ঠেলি চালো। খিড়িকীখন টানি চালো। তাৰ পাচত সন্ধানে কি কৰিছে অনুমান লবলৈ বেৰত কাণ দি চেষ্টা কৰিলো। মাজতে এবাৰ তাৰ হেঁকটি শুনাৰ দৰে লাগিল। বহুত সময় কন্দা বাবে

ডিঙিত নিশ্বাসৰ খুন্দা লাগিছে। মই আকৌ ভগৱানক উদ্দেশ্য কৰি অফুট স্বৰে কলো—ভগৱান মানুহ জনৰ হৃদয়ত অকণমান দয়া দিয়া। সন্ধানক যেন বিছনাত তুলি গাত লেপখন দি শুৱাই দিয়ে।

পুহ মাহ। কুঁৱলীৰে পৃথিৱী ঢাকি ধৰিছে। মই আকাশলৈ চালো। তৰা ভৰা আকাশ। তৰাবোৰৰ মাজৰ সকলোতকৈ উজ্জল তৰাটোৱে মোলৈ চাই থকাৰ দৰে লাগিল। মোৰ এনে লাগিল সেয়া যেন দেউতা। সদায় সত্য আৰু ধৰ্ম্মত থকা দেউতা তৰা হৈ আকাশত জিলিকি আছে। এই তৰাটোৰ ফালে চাই থাকি মই কলো—'মোৰ একো দুখ হোৱা নাই। দেউতা মোৰ বাবে দুখ নকৰিব।'

আন এদিন

মাজ ৰাতি মদৰ জাল যোৱাৰ পাচত জয়ন্তই মোক মাতিলে—'আভা?' 'কি—?' মই সাৰেই আছিলো—মাত দিলো।

'আহা।'

'নালাগে।'

'আহা।'

'ভাল লগা নাই।'

তাৰ পাচতেই ঘটিছিল ঘটনাটো। জয়ন্ত উগ্ৰমূৰ্ত্তি ধৰি মোৰ বিছনাৰ ওচৰলৈ আহিল। তাৰ পাচত মোক টান মাৰি বিছনাৰ পৰা মাটিত পেলাই গোৰ দুটামান দি কলে—'মোৰ প্ৰতি অৱহেলা কিয় মই সকলো জানো। গুলাই যা মোৰ ঘৰৰ পৰা।'

মই কলো—'এইটো দেহাতে আজি ৰাতিপুৱা তিনিদাল বেত চিঙিছিলা। তাৰ যন্ত্ৰণা দূৰ হোৱাই নাই। ছিঃ ঘিণ লাগে। অৱহেলা নহয় ঘৃণা। তোমাৰ স্পৰ্শত মোৰ দেহত মিঠা শিহৰণ নবয়। পোৰণিহে উঠে।' 'জ্বলি পুৰিনো কিয় ইয়াত থাকিব লাগিছে' বুলি, এইবাৰ মোক হাত এখনত ধৰি দুৱাৰ খুলি বাহিৰলৈ টানি চোচোৰাই আনিলে। চোচোৰাই আনোতে দুৱাৰ দলিত মূৰত খুন্দা খোৱাত মূৰত ভালকৈয়ে দুখ পালো। এটা মৰা শ চোচোৰাই অনাৰ

দৰে আনি মোক চোতালত পেলাই অলপ ইফাল সিফাল কৰি কিবা এদাল বিচাৰি আনি—সেই দাল চিগি ডোখৰ ডোখৰ হৈ ধৰিব নোৱাৰা হোৱালৈকে—কোবাই তাৰ পাচত আতৰি গৈ দুৱাৰ বন্ধ কৰি শুই থাকিলগৈ।

এনে সময়ত মোৰ শৰীৰৰ যন্ত্ৰণাতকৈও মনৰ যন্ত্ৰণা বেছি প্ৰবল হয়। মোৰ ওপৰত জয়ন্তই অত্যাচাৰ কৰোঁতে হোৱা সন্ধানৰ বিষণ্ণ মুখখনে, তাৰ ভয় বিহ্বল দৃষ্টিটোৱে মোৰ হৃদয় ক্ষত-বিক্ষত কৰে। তাৰ গোটেই মুখমণ্ডলতে এটা অসহ্য যন্ত্ৰণা আৰু অসহায় ভাব ফুটি উঠে। কান্দি থাকিলে সি তৎক্ষণাত কান্দিবলৈ এৰি বহুল বহুলকৈ চকু দুটা মেলি ভয় বিহ্বল ভাবে মোৰ মুখলৈ চাই থাকে। কেতিয়াবা জয়ন্তই 'তোকো নেৰো' বুলি তালৈও খেদা মাৰি আহে।

কৃষ্ণপক্ষৰ এই নিশা মই এন্ধাৰ চোতালত থিয় হৈ থাকি জয়ন্তৰ ওপৰত প্ৰতিশোধ লোৱাৰ কথা ভাবিলো। প্ৰতিশোধ লব পাৰো নিজক হত্যা কৰি। কিন্তু লগে লগে সন্ধানৰ কথা মনলৈ অহাত চিন্তা কৰিলো তাক বাৰু ক'ত অকণ শান্তিৰে ডাঙৰ কৰিবগৈ পাৰিম?

* * *

নিসঙ্গতা মোৰ ভাল লগা হল। কেতিয়াবা হয়তো নিঃসঙ্গতাযে মোক গ্ৰাস কৰিব খোজে। এনে সময়ত মোৰ এনে লাগে মই যেন হেৰাই গৈছো। মই যেন লক্ষজনৰ মাজত সোমাই নিজক বিচাৰি লমগৈ। মোক সঙ্গ লাগে। মোক বন্ধু লাগে। এদিন সঙ্গ বিচাৰি সন্ধানক বিচাৰি আহি দেখো—সন্ধানে মিণ্টুৰ ডিঙিত সাৱটি পকাতে মিণ্টুৰ লগত শুই আছে। তাৰ টোপনি। মিণ্টু সাৰে আছে।

এদিন দেখো—কুকুৰা এজনী কাপোৰৰে মেৰিয়াই কোলাত লৈ কুকুৰা জনীক কথা কৈ আছে। অনেক কথা। মিণ্টুৰ কথা। মোৰ কথা। দেউতাকৰ কথা। খেলৰ কথা। গানৰ কথা। কেতিয়াবা সন্ধানক বিচাৰি গৈ দেখোগৈ মিণ্টুক শিকলি এদালেৰে বান্ধি শিকলি

দালত ধৰি তাক লৈ বাৰীত ঘূৰি ফুৰিছে। এদিন দেখোগৈ কটাৰি এখন লৈ সি একান্ত মনে খৰি এদাল কাটি আছে। কাঠ দালেৰে সি এটা বন্দুক সাজিছে। ওচৰতে বহি থকা মিণ্টুক কৈছে—'মই বন্দুক সাজিছো। মই এইটো বন্দুকেৰে দেউতাক মাৰিম। কিয়নো দেউতাই সদায় সদায় মাক মাৰে।

এদিন ভৰদুপৰীয়া মিণ্টুৰ চিঞৰ শুনি গৈ দেখো কোঠাৰ দুৱাৰ বন্ধ। মই নিঃশব্দে দুৱাৰখন অকণমান মেলিলো। সন্ধানে চকী এখনত মিণ্টুক বান্ধি লৈ কোবাইছে। সি বিৰক্তিৰে কৈছে—'ডাইনী তই মোক খালি। খাবলৈ আহিলি বেশ্যা ক'ৰবাৰ। যা-বাহিৰ হ।' তাৰ পাচত কোঠাত য'ত যি পালে খণ্ডেৰে গুৰিযাই দলিযাই পেলাবলৈ ধৰিলে। তাৰ পাচত 'নমৰ। মৰিবলৈও নেদেখ' বুলি মিণ্টুক কোবাবলৈ ধৰিলে। মিণ্টুক কোবাইছিল যদিও কোববোৰ জোৰেৰে মৰা নাছিল। মই মাত দিলো –'সন্ধান কি কৰিছ?" মোৰ মাত শুনি সি মোৰ ফালে চাই হাঁহি দিলে। তাৰ মুখত হাঁহি দেখি মই অবাক হলো। মই অবাক হৈ নিজকে মনতে কলো তেন্তে এযা সি খণ্ডৰ অভিনয কৰিছিল। দেউতাকৰ ভাও লৈছিল। সি কলে 'মোৰ কিতাপ এখন হেৰাইছে। ভাইক চাই দিবলৈ কৈছো– চাই দিয়া নাই। কি যে ভাবি থাকে এইপাতে। মাতিছো মোৰ লগত শুবি আহ - নাহে। দিছো ভালকৈ সেই কাৰণে।'

ওচৰত চম্পাক দেখি কলে 'চম্পা মিণ্টুক খুলি দে।' তাৰ পাচত সন্ধানক হাতত ধৰি লৈ আহিলো। সি পাচলৈ ঘূৰি চাই মিণ্টুক কলে—'আহ মিণ্টু মায়ে সাধু কব। সি মোৰ লগত বিছনাত উঠিল। মিণ্টু বিছনাৰ ওচৰতে পকাত বহিল। মিণ্টুলৈ চাই সন্ধানে কলে – 'বহি থাক।' তাৰ পাচত মোক সুধিলে 'মা বেশ্যা মানে কি?'

'বেযা।' মই লাহেকৈ কলো।

'দেউতাই তোমাক বেযা বুলি নকৈ বেশ্যা বুলি কয় কিয়? তুমি জানো বেয়া মানুহ। মানুহবোৰে তোমাক যে ভাল পায়—? তুমি যে কৈছিলা বেয়া মানুহক মানুহে বেয়া পায় বুলি।'

'সন্ধান তোক মই কিমান কওঁ দেউতাৰৰ খং উঠিলে আতৰি যাবি আৰু দেউতাৰে খং উঠিলে কোৱা কথাবোৰ নকবি বুলি। তই মোৰ কোনো কথা নুশুন।'—মই কলো।

'দেউতাৰ ৰাতিহে বেচিকৈ খং উঠে। মই ৰাতি ক'লৈ যাম? ভয় নালাগেনেকি?'—সন্ধানে কলে। মই সন্ধানৰ মূৰত হাত বুলাই দি কলো আজিৰ পৰা তুমি মিণ্টুৰ লগত এইবোৰ নকৰিবা। বেয়া কথা নকবা। বেয়া কথা কলে মানুহে তোমাক বেয়া ল'ৰা বুলি কব।'

'দেউতাই কিয় কয়?" সন্ধানে কলে—"তাৰ মানে এইবোৰ বেয়া কথা বুলি দেউতাই নাজানে। দেউতাকো তুমি শিকাই দিবা।'

বুলবা—সন্ধান ডাঙৰ হলে—বেশ্যা কাক কয় নিজেই বুজিব। যাক লৈ মই জীৱন সাৰ্থক কৰাৰ সপোন দেখি যমৰ যাতনা ভুগি জীযাই আছো সেই পুত্ৰৰ ওচৰত মই কি ৰূপে পৰিচিত হম॥ নাই—এই ভযঙ্কৰ আঘাতটো পাবলৈ মই প্ৰস্তুত হব নোৱাৰো। ইযাৰ পৰা ৰক্ষা পাবলৈ হলে—তাক দেউতাকৰ ওচৰৰ পৰা আতৰাব লাগিব। নহলে মই তাৰ ওচৰৰ পৰা আতৰিব লাগিব।

* * *

মই মন কৰো—মই যদি জয়ন্তৰ প্ৰযোজনৰ আহ্বান প্ৰত্যাখান কৰো—তেন্তে পাচত তেওঁ সকলো কথাতে বিৰক্ত হয়, সন্ধান বা মোক সহ্য কৰিব নোৱাৰে। অকাৰণতো তেওঁ যেতিয়া খং-ৰাগ কৰি হুলস্থূলৰ সৃষ্টি কৰে তেতিয়া তেওঁক এজন উন্মাদ লোক যেন ভাব হয।

এদিন এজন মনোবৈজ্ঞানিকক সুধিলো—'সেইবাবেই বাৰু এনে হয়নেকি—?' অৰ্থাৎ দৈহিক ক্ষুধা অভুক্ত হৈ ৰলে—' "নিশ্চয় পাৰে।' চাইকাট্ৰিচিয়ান ডাঃ বৰুৱাই কলে। মই এটা দীঘল নিশ্বাস এৰি হতাশ ভাবে কলো—'তেন্তে কোনো দিনেই মোৰ গৃহৰ জুই নুনুমাব।'

'আপুনি পূৰ্ণ যুৱতী। তেনে বয়সতো হোৱা নাই। দেখাত সুন্দৰ স্বাস্থ্য—কিয় তেনে হয়নো—?' ডাঃ বৰুৱাই সুধিলে।

'মই কেনেকৈ বুজাম সেই ভয় যন্ত্ৰণাৰ কথা। সৰ্ব্বক্ষণ ভয়ে ভয়ে থাকো। টোপনিতো ভয়। শান্তি নাই।' 'আপুনি তেখেতক সহ্য কৰিব নোৱাৰাৰ কাৰণ নিশ্চয় আছে। তেখেতে মদ খাই বা অত্যাচাৰ মাৰ-ধৰ কৰে বাবেও আপোনাৰ তেখেতৰ প্ৰতি ঘিণ বা খং ভাব থাকিব পাৰে। সেযে আপুনি ভয় ভয় ভাবে থাকিব লগীয়া হয়—নহলে ' কিবা কবলৈ লৈ ডাঃ বৰুৱা বৈ গল। মই কলো—'কওঁক কি কব খুজিছে—'। 'আপোনাৰ মন হয়তো—, ধৰক আন কাৰোবাক আপুনি এৰি আহিছে যাক মনে প্ৰাণে ভাল পায়—।'

'হব পাৰে।' মই সৰুকৈ কলো। তাৰ পাচত কলো—এই কথা সত্য হলেও আৰু এক কাৰণ আছে।

'কওক।'

'মোৰ অলপো ভাল নালাগে এনে ৰুক্ষ গোৱাৰ মানুহ। অভিমান নিজেও কৰিব নাজানে, লোকৰো নুবুজে। আনৰ হৃদয়ৰ সূক্ষ্ম অনুভূতি বেদনা আদি যেন একো নুবুজে তেওঁক দেখিলে এনে লাগে। সেই মুখত কেতিয়াও মিঠা হাঁহি এটি ওপজি নুঠে। গানৰ এটা লাইন এটা কলিও আজিও গুণ-গুণাই হলেও গোৱা শুনা নাই। সুছবি এটাও যদি মুখত কেতিয়াবা ফুটিলহেঁতেন। নিজৰ বিবাহীতা স্ত্ৰীক বন্ধু ভাবে লব নোৱাৰে—ভোগৰ সামগ্ৰী বুলি ভাবে।

মানুহজনৰ পৰিচয় পোৱাৰ লগে লগে অন্তৰ হতাশে ভৰি পৰিল। ফুলশয্যাৰ নিশাই মই তেওঁক বুজিছিলো আৰু লগে লগে মই এটা 'ডে'ডবডি'লৈ ৰূপান্তৰিত হৈছিলো। তেওঁৰ পৰা পাচত যেতিয়া আৰু আঘাত পাওঁ নিৰাশ হওঁ, তেতিয়াৰ পৰা মোৰ ৰোগটো বেচি হল। মানে—কি যে কম আপোনাক - মানে নিশাবোৰ বৰ ভয়ে ভয়ে আছে—। মই তেওঁৰ পৰা আতৰি থকাৰ চেষ্টা কৰো—, ইটো সিটো মূৰৰ বিষ পেটৰ বিষৰ ভাওঁ ধৰো।'

ডাক্তৰ বৰুৱাই মোৰ মুখলৈ চাই আছিল। তাৰ পাচত লাহে লাহে কলে—'মদ খালেই জানো মানুহ বেয়া হয়। বাহিৰৰ ৰূপ-টোৱেইতো আচল ৰূপ নহয়। মদ খোৱা মানুহ কেতিয়াবা বৰ উদাৰ

হোৱা দেখা যায়। মাৰ-ধৰ কৰা বাবেই হৃদয়হীন বুলিতো কব নোৱাৰি। খণ্ডত মানুহে সকলো কৰিব পাৰে।'

'কিন্তু কিয় অকাৰণত খং উঠে?' মই সুধিলো—। ডাঃ বৰুৱাই কলে 'অকাৰণ বুলিব নোৱাৰে--নিশ্চয় কাৰণ থাকে।' মই অলপ উত্তেজিত হৈছিলো—খং ভাবে প্ৰতিবাদ কৰি কলো--'কাৰণ নাই।' ডাঃ বৰুৱাই মোৰ মুখলৈ চাই অকণমান হাঁহিলে। তাৰ পাচত ৰহাৰ পৰা উঠি ভিতৰ ফালৰ বন্ধ দুৱাৰখন খুলি কাষোবাক মাতিলে। সম্ভৱ ওচৰতে আছিল—দুকাপ চাহ অনাৰ কথা কোৱা শুনিলো। আকৌ চকীখনত বহি সক মাতেৰে সুধিলে - 'তেখেত ঘৰত আছে? আপুনি ইয়ালৈ অহা জানেনে নাজানে?'

'নাই।' মই কলো। অলপ ৰৈ কলো 'আপুনি কি অৰ্থত এই কথা সুধিছে মই বুজিছো—তেওঁ মোক তিলমানো সন্দেহ নকৰে। বৰং মই ঘৰৰ ভিতৰত সোমাই থাকিলেহে খং কৰি কয়—অলপ ফুৰা-চকা কৰিবলৈ। কোনো দিন মই ক'লৈ যাওঁ—কাৰ লগত কথা পাতো, হাঁহো, এইবোৰ বিচাৰ নকৰে।'

বৰ শুদ্ধ অন্তৰৰ। নিজৰ অন্তৰেৰে মানুহে আনক চাই—যি নিজে সৎ তেওঁ আনৰ অসৎ কিবা থাকিলেও দেখা নাপায় সহজে।' ডাঃ বৰুৱাই কলে। 'তেওঁৰ মনত যে একো নাই মই জানো—কিন্তু কিয় যে হঠাৎ হঠাৎ এনে হয় তেওঁৰ লগত থকাই অসম্ভৱ হৈ পৰে। উন্মাদৰ দৰে মোৰ দেহত প্ৰহাৰ কৰে। বিশেষ ডাঙৰ কথা হল—ল'ৰাটো ডাঙৰহৈ আহিছে। তাৰ বৰ কষ্ট হয়।' 'তেখেতক এদিন মোৰ ইয়ালৈ লৈ আহিব চোন' ডাঃ বৰুৱাই কলে। মই কলো -'তেওঁ হয়তো নাহিব। কব 'মোৰতো একো অসুখ হোৱা নাই।'

সক ল'ৰা এটাই চাহ দুকাপ আনি আমাৰ সমুখৰ মেজত দিলেহি। ডাঃ বৰুৱাই চাহ একাপ মোৰ ফালে আগবঢ়াই দি কলে—'খাওক।' মই চাহ কাপ হাতত লৈ ডাঃ বৰুৱাক কলো 'আপুনিয়েই পাৰিলে আমাৰ তালৈ যাবচোন এপাক। তেওঁ থকা সময়ত। মই ফোন কৰি জনাম।'

"সেইটো হব বাক।" ডাঃ বৰুৱাই কলে—'বাক এটা কথা নহয় —তেখেতৰ প্ৰতি আপোনাৰ ধাৰণা কি? বাহিৰত কোনোবা কিজানি—'

"থাকিব পাৰে।' ডাঃ বৰুৱাৰ কথা শেষ নৌ হওঁতেই মই কলো। তাৰ পাচত কলো 'কিন্তু সেইটো কাৰণ নিশ্চয় নহয়। মইতো তেওঁৰ তেনে কথা তেওঁক কোনো দিন সুধি চোৱা নাই। হলেও মই মাত নামাতো। দুখ বা আঘাতো নাপাম। প্ৰতিবাদো নকৰো।'

—'আপুনি নিশ্চয় কোনোদিন উপযাচি তেখেতক ফুৰা বা চিনেমা চোৱা আদিলৈ লগ ধৰা নাই?'

"নাই"

'তেওঁৰ ঐশ্বৰ্য্যত আনন্দ প্ৰকাশ নকৰে?'

'নাই"

"পুৰুষৰ ভাগ্যতহে ধন-ধান। আচলতে পুৰুষ লক্ষ্মী হলেহে ঘৰ উঠে—নহয় জানো?"

"হয়"

"আপুনি নিশ্চয় তেখেতক লক্ষ্মীৱন্ত পুৰুষ বুলি, কথাৰে বা কাৰ্য্যৰে অকণমান শ্ৰদ্ধা বা শলাগ নলয়?'

'ওহো। তেওঁৰ ধনবোৰ ক'ৰ পৰা যে আহে—ভাবি মই অবাক হওঁ, আৰু ভাল নালাগে।"

"বিয়াৰ পাচৰ পৰাই পৃথক বিছনা?"

"ও।"

"আপুনি সদায় হাঁহি মুখে থাকে। ঘৰৰ চাকৰ-বাকৰ, নিজৰ সৰু ল'ৰাটো বা বন্ধু বান্ধৱ, আত্মীয় স্বজন সকলোৰে লগত হাঁহি মাতি কথা পাতে।"

"ও।"

"তেখেতে দেখে?"

"দেখে।'

"তেখেতৰ লগত কিন্তু কোনো দিন পাতল হৈ অকণমান ধেমালি কৰা নাই, আৰু ধেমালিৰ সুৰত কথা কোৱা নাই ?'

"নাই।'

"তেখেতৰ সমুখত আপোনাক আনে প্ৰশংসা কৰে ৰূপ গুণৰ ?"

"কৰে।"

"তেখেতক কিন্তু কোনো দিন আপোনাৰ সমুখত তেনে কোনো প্ৰশংসা আনে নকৰে।"

"মনত নপৰে।"

বুলবা। মই যি কাৰণত ডাঃ বৰুৱাৰ তালৈ গৈছিলো সেই কথা অৱশেষত মই ডাঃ বৰুৱাক কওঁ নকওঁকৈ কৈছিলো। অৰ্থাৎ মই জয়ন্তৰ সেই শক্তিযেই নোহোৱা কৰিবৰ বাবে, দৰব আদি কিবা আছেনে সুধিবলৈ গৈছিলো। মোৰ কথা শুনি তেওঁ গহীন ভাবে কলে— 'আপুনি অন্যায় ভাব আনিছে মনলৈ। মই বাৰু তেখেতক লগ পাম।' মই ডাঃ বৰুৱাক বাধা দি কলো 'নাই তেওঁক লগ পাব নালাগে'। "কিয় ?" ডাক্তৰ বৰুৱাই সুধিলে।

"মই আপোনাৰ লগত এইবোৰ আলোচনা কৰা যাতে তেওঁ নাজানে।" "মই বন্ধু ভাবে যাম। যোৱাত কিবা বাধা আছে ?" বেচ ভাল লাগিল আপোনাৰ লগত পৰিচয় হৈ। মোৰ স্ত্ৰী নন্দাৰ লগত পৰিচয় কৰাই দিয়া আজি নহল। তেওঁ নিশ্চয় এইবাবে মোক খং কৰিব। তেওঁৰ মতে আপোনাৰ নিচিনা সু-অভিনেত্ৰী দ্বিতীয় এজনী অসমত নোলাব।"

মই হাঁহি কলো—'মঞ্চত—ছবিত অভিনয় কৰাৰ বাঃ বাঃ দিছে। কিন্তু ই কোনো কথাৰ কথা নহয়। আজিৰ পৰা গৃহ-সংসাৰত অভিনয়ৰ মাজতেই ডুবি থকাৰ চেষ্টা কৰোগৈ। কিবা উপায়েৰে ঘৰৰ জুই সুমুৱাই যে মোৰ উদ্দেশ্য। ল'ৰাটো ডাঙৰ হৈ আহিছে - এইদৰে আৰু নহব।' গম্ভীৰ মুখে ডাক্তৰ বৰুৱাই কলে—'আপোনাৰ অভিনয়ে যদি এখন গৃহ সুখকৰ কৰে—তেন্তে আপুনি অভিনয়কে কৰকগৈ। জয়ন্তৰ লগত হাঁহক, ধেমালি কৰক। স্পৰ্শৰে অকণমান মৰম দিয়ক—হওক লাগিলে

অভিনয় – তেখেতেতো সুবুজিব। মই কিন্তু ডাক্তৰ ভাবে নহয় বন্ধু ভাবে কৈছো। সেয়াহে হব সাৰ্থক অভিনয়' - মই হাঁহি কলো 'বিধাতাই বাঃ বাঃ দিব।'

*　　　*　　　*

দেউতাৰ মৃত্যুতিথি সেইদিনা। এই তিথিটোত মোৰ কাকো মাত-বোল কৰিবৰ মন নাযায। ফুৰা-চকা, খোবা-মেলাও কৰিবৰ মন নাযায। এঠাইত চুপ মাৰি বহি থাকি যেন দেউতাৰ মৃত্যুতিথি পালন কৰিম মৌন ব্ৰতেৰে।

সন্ধ্যা সময়ত জয়ন্তই মোৰ অনিচ্ছাসত্বেও মোক জোৰ কৰি তেওঁৰ বন্ধু এজনৰ ঘৰৰ পাৰ্টি এটালৈ লৈ আহিল।

আমাক দেখি জয়ন্তৰ বন্ধুজনে আদৰ সাদৰ কৰি আগবঢাই নিলেহি। মানুহজন দেখাত কথাত ব্যৱহাৰত বেচ বিলাসপ্ৰিয় লোক যেন লাগিল।

এজন মিলিটেৰী অফিচাৰ এখন মেজৰ পৰা উঠি আহি আমাৰ ওচৰত বহিলহি। জয়ন্তই তেওঁক মোৰ লগত পৰিচয় কৰি দিলে। তেওঁ অভিবাদন জনাবলৈ তেওঁৰ সোঁ হাতখন মোৰ ফালে আগবঢাই একৰকমে হাঁহিলে। একান্ত ভদ্ৰতা ৰক্ষাৰ বাবে ( নহলে জয়ন্তই অভদ্ৰ বোলে ) মই মোৰ সোঁহাতখন আগবঢালো। তেওঁ মোৰ হাতখন তেওঁৰ হাতৰ মাজত লৈ চেপি ধৰিলে। তাৰ পাচত কেই জোকাৰমান মাৰি এৰি দিলে। দুখপোৱা হাতখন মেজৰ তলত ভৰাই বহুত সময়লৈকে জোকাৰি আছিলো।

এই পাৰ্টিত নৃত্য গীত আদিৰ লগত হুইস্কি ব্ৰাণ্ডি আদি চলিছিল। মিলিটেৰী অফিচাৰজনে মদৰ পিয়লা মোৰ ফালে আগবঢাই দিলে। মই 'মাফ কৰিব' বুলি আপত্তি জনালো। কিন্তু তেওঁ মোৰ সমুখত মদৰ পিয়লা ধৰি থাকি "প্লিজ – প্লিজ " কৰি থাকিল। মই কলো 'এইবোৰত মোৰ অভ্যাস নাই।' তেওঁ কলে—

'অভ্যাস কৰিলেহে অভ্যাস হ'ব। অভ্যাস কৰক।'

'এনে অভ্যাস নহলেও হ'ব।' মই কলো।

'কিয় তেন্তে মানুহে মদ খায়?' তেওঁ মোক প্ৰশ্ন কৰিলে।

'ডাঙৰ মানুহ কিছুমানে আমোদ কৰি খায়। মদ খোৱাতো তেওঁলোকৰ বিলাসিতাৰ ভিতৰত পৰে।' মই কলো।

'সক মানুহে?' তেওঁ সুধিলে।

'বহুত কাৰণত খাব পাৰে।' মই কৈ গলো—'সঙ্গ দোষত পৰিও খাব পাৰে। কিবা দুখ-শোক পাহৰি থাকিবলৈ চেষ্টা কৰিও খাব পাৰে। গুণ্ডাবোৰে অৰ্থাৎ দুষ্ট স্বভাৱৰ সাহসী মানুহবোৰে মাৰ-পিত কৰাৰ মন হলে বা সাজু হলে আৰু সাহ বিচাৰিও খাব পাৰে। চোৰ ডকাইতে তেওঁলোকৰ কামত সাহ আৰু উৎসাহ বিচাৰিও খাব পাৰে বা অন্যায কাম কৰিবলৈ ওলাওঁতে মনত খুত্ খুত্ ভাব হলে সেই ভাব তল পেলাবলৈও খাব পাৰে। কোনোৱে বোলে স্বাস্থ্য ভালে থাকিবলৈ মদ খায়। সঠিক ভাবে মই এই বোৰ নাজানো। আমাৰ বংশ পৰিযালত মদ খোৱা মানুহ নাই।' খণ্ডতে তেনেকৈ কৈ মই আনফালে মুখ ঘূৰালো। মানুহজনে গহীন সুৰৰে কলে—'আপুনি যদি নাজানে শুনক—মযো সক সংসাৰত থাকিবলৈ হলে এটা দৰ্শন Eat drink and be merry যহ্ দুনীয়া শৰাব খানা। আমাক লাগে কি? সুখ আনন্দ আমোদ। প্লিজ' আকৌ সেই বিৰক্তিকৰ অনুৰোধ কৰাত অসহায ভাবে মই জযন্তৰ ফালে চালো। 'প্লিজ' বুলি মদৰ গিলাচ মোৰ হাতত লগাই দি মানুহজনে কলে 'ওমৰ-চাকি আৰু লাল চিৰাজী। গাভৰু চাকি লাল চিৰাজীত দুনিয়া পাগল হৈ যায়। য়হ্ দুনিযা শৰাব খানা। প্লিজ?'

মই আকৌ জয়ন্তৰ মুখলৈ চালো কিন্তু তেওঁৰ পৰা যি আশা কৰিছিলো তাৰ বিপৰীতটোহে হল। জয়ন্তই চকু পকাই ধৰি আদেশৰ সুৰত কলে -

'খোৱা। নহলে অসন্মান কৰা হ'ব।'

'লোকৰ সন্মান ৰক্ষা কৰিবলৈ সন্মান জনাই নোখোৱা বস্তুও খাব লাগে ?'

'ও এইখন ভদ্ৰ সমাজ।' জয়ন্তই কলে।

'ভদ্ৰ সমাজৰ ভদ্ৰতা ৰক্ষা কৰি নহয়– মই খাইছো কেৱল তোমাৰ ৰঙা চকুলৈ ভয় কৰি' বুলি মই মানুহজনৰ হাতৰ পৰা মদৰ পিয়লাটো টান মাৰি ললো। "আমি স্বামীক এইদৰেই পূজা কৰো' বুলি একে সোহাই গিলাচৰ পদাৰ্থখিনি পিলো। মই মুখ বিকটাই দিয়া দেখি মানুহজনে হো-হো-কৈ হাঁহি দিলে। তাৰ পাচত আৰু অলপ বটলৰ পৰা মোৰ খালী পাত্ৰত মদ ঢালি দিলে। ডিঙিত তপত সীহ এডোখৰ সোমোৱাৰ দৰে লাগিছিল। শৰীৰৰ সকলো তেজ যেন ওপৰ ফালে উঠি আহিল এনে লাগিল। মই দ্বিতীয় বাৰ দিয়া পদাৰ্থখিনি মুখত দি চকু দুটা জোৰেৰে মুদি দিয়াত মানুহজনে হেঃ-হেঃ কৈ হাঁহি আকৌ মোৰ পাত্ৰত মদ ঢালি দিলে।

ইতিমধ্যে জয়ন্ত আৰু মানুহজনৰ নিচা হৈছিল। মানুহজনে মোক গান গাবলৈ কলে। মই মদ খোৱাৰ আগতেও বহুতে মোক গান গাবলৈ অনুৰোধ কৰিছিল। গান গাবৰ ইচ্ছা নোহোৱাত মই তেওঁ-লোকৰ অনুৰোধ ৰক্ষা কৰিব পৰা নাছিলো।

কিবা এটা অদ্ভুত অনুভূতি হল। প্ৰাণখুলি হাঁহিম যেন। বহাৰ পৰা উঠি মই থিয় হলো। মই হাঁহি মুখে আগবাঢ়িলো। বহুত পুৰুষৰ চকুলৈ চালো। হিয়াত যদি মাণিক আছে চকুত তাৰ ৰশ্মি দেখিম—মোৰ এইভাব। মই অস্ফুট কণ্ঠৰে নিজকে কলো—'মোক এজন পুৰুষ বন্ধু লাগে। মাথোন তেওঁৰ বহল মনৰ বন্ধুত্ব লাগে। সঙ্গ লাগে। মোক একো নালাগে—মই মাথোন তেওঁক ভাল পাব পাৰিলেই হল।'

দুৱাৰ মুখত থিয় হৈ বাহিৰ ফালে চাই থকা ল'ৰাজনক উদ্দেশ্য কৰি মাত দি কলো—'আপুনি মন মাৰি আছে যে ?" ল'ৰাজনে ঘূৰি মোৰ ফালে চালে। মই কলো 'আনন্দৰ নাম জীৱন। নিৰানন্দ জীৱন মিছা। নিৰানন্দৰ নাম মৃত্যু। আপুনি জীয়াই থকা নাই।

আপোনাৰ দৰে অলপ আগলৈকে ময়ো বুৰ্ব্বক আছিলো। মই জনা নাছিলো আমি মৃত্যুৰ লগত যে যুঁজিব পাৰো— মৰণক মাৰিব পাৰো। মায়া মৰু সংসাৰত থাকিবলৈ হলে—সময়ত এই দৰ্শন মানিব লাগিব Eat drink and be merry'

"মইতো মনমাৰি থকা নাই। মোৰ এইবোৰত অভ্যাস নাই" বুলি ল'ৰাজনে ধুনীয়াকৈ হাঁহিলে।

"হাঁহিলে আপোনাৰ গালৰ ডিম্পোল কেইটা ওলাই পৰে। হাঁহিলে আপোনাক সুন্দৰ দেখায়। ঠিক যেন কৃষ্ণ। তাতে আপুনি বগাও নহয় ক'লাও নহয়। কৃষ্ণ বোধহয় আপোনাৰ দৰেই আছিল। ক'লা সৌন্দৰ্য্য। ক'লা চুলি। ক'লা চকু। ক'লা কৃষ্ণ। ক'লা যমুনা। আপুনি বাৰু বাঁহী বজাব জানেনে? বাঁহীৰ মাতত মই মৰি যাব পাৰো। নিশা দূৰত বাঁহী বজোৱা শুনিলে মোৰ এনে লাগে- দূৰ দিগন্তৰ পৰা একান্ত আন্তৰিকতাৰে মোক যেন কোনোবাই মাতে। সেই সুৰভৰা অমৃত হৃদয়ৰ সন্ধানত ওলাই যেন লৰ মাৰিম। কেতিয়াবা তেনে সময়ত মোৰ এনে লাগে মই যেন কৃষ্ণ প্ৰিয়া ৰুক্মিণী। প্ৰেয়সী ৰাধা। কৃষ্ণ ভক্তা মীৰাবাঈ। কি যেন অভিশাপতহে মই পৃথিৱীত। সেয়ে মই অশান্ত। সেয়ে আজিও মই লৰিছো প্ৰিয়তমৰ সন্ধানত। মোৰ প্ৰিয় মনোহৰ কৃষ্ণ।'

তাৰ পাচত অলপ বৈ কলো— বাহী বজাব জানিলেও বাঁহী বজাব নালাগে। বাঁহীৰ মাতত কান্দোন উথলি উঠে। ঠিক তেনেকৈ কি বাদ্য যন্ত্ৰৰ মাতত বাৰু হাঁহি উপচি পৰিব? মোক আনন্দ লাগে যাৰ নাম জীৱন। জীৱনৰ ধৰ্ম্ম জীযাই থকাত। পৃথিৱীৰ শ্ৰেষ্ঠ আশীৰ্ব্বাদ হল 'জীযাই থাক' বুলি দিয়া আশীৰ্ব্বাদ। জীৱন ধন্য হয় জীযাই থকাত। আনন্দৰ নাম জীৱন। কওঁক তেনে কিবা বজাব জানে?"

"গাব বজাব মই একোৱেই নাজানো। সেই ফালৰ পৰা চাবলৈ হলে—মই বৰ দুৰ্ভগীয়া।' দুখ কৰি ল'ৰাজনে কলে। মই কলো— 'কোনো কথা নাই। শিল্প সাহিত্যৰ প্ৰতি শ্ৰদ্ধা থাকিলেই হল। ক'ৰবাত যেন পাইছিলো সঙ্গীত সাহিত্য আদিত ইযে নথকা— মানে অভিজ্ঞতা

নথকা লোকক মানুহ বুলিব নোৱাৰি। তাহানিখন সংস্কৃত পঢোতে ক'ৰবাত এই কথাষাৰ পাইছিলো যেন। মোৰ কথা নহয়।' তাৰ পাচত মই আপোন মনে কাক যেন উদ্দেশ্য কৰি গালো—

শিল্পী তুমি আঁকিবানে ?
মোৰ মনৰ কথা লিখিবানে—?
তুলিকা বোলেৰে ৰঙা নীলা ৰঙেৰে—
শিল্পী তুমি অঁাকিবানে—?

অলপ বৈ দীঘল নিশ্বাস এৰি আপোন মনে কলো। ছবি এখন অঁাকিছিলা। পোচাক দিছিলা ৰঙা। কিন্তু কি মাৰাত্মক দেখিলা? ফোঁটটো দিছিলা বগা। শুভ্ৰতাৰ প্ৰতীক। মোৰ শুভ্ৰতা ৰক্ষা অৱশ্যে মই নিজে কৰি আহিছো। ফোঁটটোৱে নহয়। মই কিন্তু—

অনেক অঁাকিলো ছবি
ৰঙে ৰঙে ৰঙীন কৰি

তুমি এখন ছবি অঁাকিছিলা। মই অনেক ছবি তোমাক লৈ অঁাকি চাইছিলো। তুমি হেন পতি লভি ধন্য হম। তোমাৰ সন্তানৰ মাতৃ হৈ—অৰ্থাৎ এটি সু-সন্তানৰ মাতৃ হৈ গৌৰৱ কৰিম। তুমি যে কিমান ভাল—পৃথিৱীৰ সপোনবোৰ সেউজীয়া। নিজক লৈ কোনেও জুই ৰঙা সপোন ৰচনা নকৰে। তাপ কোনেও নিবিচাৰে। শান্ত বতাহ। ফুলৰ সুগন্ধ সেযা স্বপ্ন আকৌ মই গালো—

কিন্ কিন্ বৰষুণ পৰে
নিশাৰ ৰজনীগন্ধা ফুলে -
মন ভৰি উঠে
কিবা দিযাৰ বাসনাৰে॥
—শিল্পী তুমি অঁাকিবানে—?

শিল্পী তুমি ছবিখন অঁাকিলা ভুলকৈ। ৰঙা ফোঁট যদি দিলাহেঁতেন গাৰ আভৰণৰ ৰঙা সাজ লাহে লাহে বগা হৈ আহিলহেঁতেন—কিন্ কিন্‌কৈ বৰষুণ পৰিলে মনটো মোৰ তোমাৰ কাষলৈ লৰ মাৰে। মই তেতিয়া পৰি থাকো জয়ন্তৰ কাষত। জয়ন্তই এই ভয়ঙ্কৰ খবৰটো পালে।

মোক কাটি ছুডোখৰ কৰি—তেন্তে মোৰ সাংঘাতিক চৰিত্ৰৰ বাবে কলঙ্কৰ ক'লা দাগ্ লব। কিন্তু তুমি যদি ৰঙা কৌট দি মোক নিজৰ কাষত আৱদ্ধ কৰি ৰাখিলাহেঁতেন, তেন্তে দেহ মন মোৰ একে ঠাইতে থাকিলহেঁতেন। মই সহজ হলোহেঁতেন। সবল হলোহেঁতেন। নিশা যেতিয়া ৰজনীগন্ধা ফুলৰ গন্ধ আহে—মোৰ মন ভৰি উঠে তোমাক সকলো দি মই নিঃশেষ হৈ যোৱাৰ আনন্দত।

মই ল'ৰাজনৰ মুখলৈ চাই থাকি ভাবিলো—মোৰ কিবা ভুল হল। তাৰ পাচত কলো—'মই মোৰ ছায়া সঙ্গীকহে কৈছিলো এই কথা'। কৈযেই মই আতৰি আহিলো। অলপ দূৰ আহি থমকি ৰৈ আকৌ ঘূৰি গৈ সুধিলো 'আপোনাৰ পৰিচয়?'

'মিলৃলি আহ্মদ।' ল'ৰাজনে হাঁহি এটিৰে কলে—'থাকো ইযাতে, মানে ওচৰতে।"

'আক মোৰ নাম স্বপ্ননযনা, পূৰ্ণিমা। আভা। আৰু মাথোন এজনে মাতে ভামনি বুলি।'

'আপোনাক মই চিনি পাওঁ। আজি কথা বতৰাৰে পৰিচয হৈ সুখী হলো। দূৰৰ পৰা আপোনাক বৰ অহঙ্কাৰী বুলি ভাবিছিলো।'

'মোক দেখি যাৰে যি মন যায ভাবিব পাৰে। কাৰো ভাবত কোনেও হাত দিব নোৱাৰে, কি কয ?" বুলি উত্তৰলৈ বাট নাচাই আতৰি গলো।

সেই নিশা ঘৰলৈ ঘূৰি আহি আগ ফালৰ বাৰান্দাতে পৰম পৰিতৃপ্তিৰে শুলো। পাচদিনা পুৱা চম্পাই মোক গাত হেচুকি জগাই দিযেহি। তাই খুব ভয খাইছিল সেইদৰে পৰি থকা দেখি। বহুত দিনৰ পাচত গভীৰ নিদ্ৰাত শুই উপলব্ধি কৰিলো—নিদাৰুণ শোকত, দুখত আঘাতত সেয়েহে বহুত মানুহে মদ খায়। মই যেন জীয়াই থকাৰ সম্বল পালো।

*　　*　　*

মদৰ গন্ধটিক মোৰ বন্ধু বন্ধু লগা হ'ল। মই মদ খাবলৈ ললো। জয়ন্ত নথকা সময়ত জয়ন্তৰ আলমাৰিৰ মদ উলিয়াই খাওঁ। কেতিয়াবা মদ খাই সকলো পাহৰি পৰি থাকো। কেতিয়াবা এনে হয় মদৰ নিচাত শান্তিৰ ৰাজ্য এখন স্থাপন কৰাৰ কথা ভাবো। মই তাৰ ৰাণী হৈ স্বপ্ননয়নাক পাহৰি যাওঁ। মিণ্টু, সন্ধান, চম্পা, কাঞ্চা, মালী আদি মোৰ প্ৰজা। বিহাৰী থাকে দূৰে দূৰে। বিহাৰীক মোৰ প্ৰজা যেন নালাগে। বিহাৰীক দেখিলে মোৰ শত্ৰু যেন ভাব হয়। ভয় ভয় ভাব আছে মনলৈ।

ৰাণীৰ গাদীত বহি কাঞ্চাক মাতি আনি উঠ বহ কৰিবলৈ কলো। সি উঠ-বহ নকৰাত কলো—'মই ৰাণী, মোৰ আদেশ মানিবই লাগিব। মই দহলৈকে গাই যাম। তই দহ বাৰ উঠ্ বহ্ কৰিবি।' মই দহলৈকে বুলি পঞ্চাশলৈকে গাই গলো। কাণত ধৰি সিও ভয়ে ভয়ে পঞ্চাশলৈকে উঠ্ বহ্ কৰি যায়। মাজতে যদি সি বৈ দিয়ে মই আকৌ একৰ পৰা আৰম্ভ কৰো। এদিন উঠ্ বহ্ কৰোৱা সময়ত 'কাণত ধৰি ল' বুলি কবলৈ পাহৰিছিলো। মনত পৰাত আকৌ কাণত ধৰাই একৰ পৰা আৰম্ভ কৰিলো। সিদিনাৰ পৰা সি কাণত ধৰিবলৈ নকলেও কাণত ধৰি লোৱা হ'ল।

কাঞ্চাক (সৰু ল'ৰা) উঠ্ বহ্ কৰাই গোটেই পুৰুষ জাতিটোকে উঠ্ বহ্ কৰালো বুলি তৃপ্ত হৈ তাক পঠাই দি শেষত আপোন মনে হাঁহি কওঁ—"বেচেৰাবোৰ"।

কেতিয়াবা চম্পাক মাতি আনি নাচিবলৈ কওঁ। তাই নাচিব নাজানো বুলি কলে কওঁ—"মই এইবোৰ বুজি নাপাওঁ। তই নাচিবই লাগিব।" ময়ো নাচিব নাজানো। সেই বুলি মোকতো কোনেও নেৰিলে। সংসাৰ ৰঙ্গমঞ্চত মোক তাহাঁতি দহ বছৰ বয়সৰ পৰা নচুৱাইছে। যিবোৰৰ এই নাচৰ অভিজ্ঞতা নাই তাহাঁতলৈ মোৰ ঈৰ্ষা হয়। তইঁত বৰ ভাগ্যৱতী চম্পা। চম্পা তই নাজান শব্দ নোহোৱা হৃদয়ৰ যন্ত্ৰণা বৰ ভয়ঙ্কৰ। বৰ অসহনীয়। পৃথিৱীৰ ইমান ভয়ঙ্কৰ আঘাত হৃদয়ত দিলেও আনে তাৰ শব্দ নুশুনে। বন্ধু মোৰ কোনো

নাই। কোনে মোৰ হৃদয়ৰ আঘাতৰ শব্দ শুনিব ? সেয়েহে মই মদৰ সতে বন্ধুত্ব পাতিছো। মোৰ বন্ধুটিয়ে মোক কয়—'এক জাম পীলে। আৰাম লেলে। মত লাগাৱজী দেৰি। পৃথিৱী না মেৰী আউৰ না তেৰী। দুনীয়া শৰাব খানা। সকলোৱেই ইয়াত নিচা খোৰ। হয়নে নহয় ?"

"হয়।' লাহেকৈ চম্পাই কলে।

"কেতিয়াও নহয়।' মই প্ৰতিবাদ কৰি কলো 'পৃথিৱী সুৰাৰ মহল নহয়। সুৰৰ মহল। জীৱনৰ পাৰে পাৰে বাউলী সুৰত কাৰ যেন অচিন গীতিকা শুনো। সেই সুৰধ্বনিৰ আজিও মই পম খেদি গৈযেই আছো। এই যাত্ৰাৰ অন্ত নাই। প্ৰেমিকৰ বাসনা—প্ৰেয়সীৰ স্বপ্ন—ই যুগমীযা। সৃষ্টিৰ উন্মাদসনা কামনাৰ শিখা পৃথিৱীত জ্বলে। এই শিখাত পদুমো ফুলে। মদাৰো ফুলে। পৃথিৱীত পানীও আছে জুযো আছে। জযন্তই মোক পুৰি ছাঁই কৰি দিলে। কি চাই আছ হা-কৈ ? মই তোক নাচিবলৈ কোৱা নাছিলো জানো ? তই ভাবিছ মই মদ খাই মাতালামি কৰিছো। মই কি কৈছো আৰু কি কৰিছো নিজেই নাজানো। মই সুস্থ চম্পা। তোক নাচিবলৈ কৈছো নাচ।'

"বৌদেউ আপুনি এইবোৰ কিয খাই ?" ভযে ভযে চম্পাই কলে।

"বন্ধু মানুহক কিয লাগে ? জীৱন আনন্দৰ বাবে। আনন্দৰ নাম জীৱন। নিৰানন্দৰ নাম ৰ্ঠা। জীৱনক যথাসাধ্য আনন্দ আৰু সমাৰোহেৰে সমৃদ্ধ কৰি গঢ়ি তুলিব খুজিছিলো। এতিযাও তাকেই কৰিব খুজিছো। জীৱন বৃক্ষত হাঁহি আৰু সুৰৰে সাৰ দিছিলো। দুখ নালাগে। কান্দোন নালাগে। জীৱন বৃক্ষত ফুল ফুলিব। মোৰ জীৱন ফুল-ফুল হাঁহি-হাঁহি হব। জীৱন ধন্য হব। কিন্তু সি জানো হল ? মোৰ জীৱন বৃক্ষত জুই জ্বলিল। আধাফুলা ফুলৰ কলিবোৰ পুৰি ছাঁই হৈ গল। জুইৰ স্পৰ্শ পৰা মুহূৰ্ত্ততে দাউ দাউকৈ জ্বলি উঠা জুই কুৰা বহুত দিন মই অন্তৰৰ গোপন কক্ষত হাঁহিৰ ঢাকোনেৰে

লুকুৱাই ৰাখিছিলো। হাঁহিৰে কান্দোন ঢাকি ৰখাৰ কষ্ট তই উপলব্ধি কৰিব পাৰনে? জুই নুমুৱাবলৈ মই এতিয়া উপায় পালো। মই এয়া মদ খোৱা নাই। জ্বলা জুই নুমুৱাবলৈ পানী ঢালিছো। পানী ঢালিলে জানো জুই নুনুমায়?

কেতিয়াবা এনে অৱস্থাতে জয়ন্তই দেখেহি। ফলত মাৰ্ ধৰ অত্যাচাৰ চলে। শৰীৰৰ যন্ত্ৰণাত লৰ-চৰ কৰিব নোৱাৰা হওঁ। বিষত জ্বৰ উঠে। কেতিয়াবা চুলিত ধৰি চোচোৰাই নি পদূলিত পেলাই থৈ আহি কয়—'মানুহে জানক মই কেনেকুৱা মদপী তিৰোতাৰে সংসাৰ কৰিছো।'

মানুহে জানিলে। স্ব-চকুৰে দেখিলে। মই যে এজনী মাতাল দুশ্চৰিত্ৰা তিৰোতা কথাটো চাৰিওফালে প্ৰচাৰ হল। আমাৰ ঘৰটো এটা দুৰ্ণামৰ ঘৰ হল।

সদায় দেখা সাক্ষাৎ হৈ থকা মানুহবোৰেও মোলৈ বক্ৰভাবে চাই বক্ৰভাবে হাঁহিবলৈ ধৰিলে। কোনো কোনো ঘনাই আহিবলৈ ললে। জয়ন্তক বিচাৰি অহা সকল ঘৰত জয়ন্ত নথকা সময়ত জয়ন্তক বিচাৰি আহে। ওচৰ চুবুৰীয়া এজন প্ৰায়েই তেওঁলোকৰ কুকুৰা আমাৰ বাৰীত সোমাইছে নেকি চাবলৈ আহে। কেতিয়াবা তামোল খুজিবলৈ ভিতৰ সোমাই আহে। এদিন এজনে মই তামোলৰ বটাটো মেজত থব খোজোতে হাতৰ পৰা বটাটো লৈ আঙুলিটো টিপি বাজোনে নাবাজো বজাই চাইছিল। এইবোৰেই প্ৰমাণ কৰিব খোজে সকলো পুৰুষ একে, মোৰ এই ভাব। কোনো কোনোৰ ক্ষেত্ৰত মোৰ এই ভাব অৰ্থহীন। ধৰা দেৱজিতৰ হৃদয়ৰ বোলা বা চৰিত্ৰৰেই বোলা গভীৰতা অতল স্পৰ্শী। তেওঁৰ হৃদয়ত আছে এটি মণি। হীৰা বা প্ৰৱাল-লাৱণ্য। দেৱজিতৰ দৰে সংযম শক্তিৰ পুৰুষেই প্ৰকৃত পুৰুষ। তেনে পুৰুষৰ হৃদয়ত থকা মণি বা মাণিক্যটি অন্তৰৰ অতল স্পৰ্শৰ পৰা তুলিবলৈকে মোৰ দৰে নাৰীয়ে কৌশলৰ বৰ্ম পিন্ধি হলেও জাপ দিয়ে (মযো কৌশলৰ বৰ্ম পিন্ধি জাপ দিছিলো।) যি তুলিব পাৰে তেওঁ হয় ভাগ্যৱতী। হয় সতী আৰু পুণ্যৱতী।

*                    *                    *

এনিশা গাত লৈ থকা স্কাৰ্ফ খন পকাই লৈ গোহালি ঘৰৰ চতিত ওলমিছিলোগৈ। সেই দিনা জয়ন্তই মোৰ বান্ধৱী এঞ্জনীৰ আগতেই কিবা এটা কথাত এটা প্ৰচণ্ড চৰ মাৰিছিল। তেওঁৰ এই ব্যৱহাৰত সেইদিনা ইমানেই শোক আৰু অপমানিত হৈছিলো যে অপমৃত্যুৰ পদতলত এই অপমানিত জীৱনটো নিঃশেষ কৰি দি মই শান্তি লভিবলৈ বিচাৰিছিলো। কুণ্ডলি পকোৱা কিছুমান ধোঁৱাৰ লগত মিলি যেন মই ওপৰলৈ উঠি গৈছিলো। মোৰ এনে লাগিছিল ক্ৰমাত মই যেন শূন্য আৰু ধোঁৱাত মিলি গৈছিলো।

চম্পা সেইদিনা সন্দেহ কৰি মোৰ পাচত যে আছিল মই জনা নাছিলো। নিশা বাহিৰলৈ প্ৰায়েই উঠি যাওঁ। বাৰান্দাত গৈ নিশা টোপনি নাহিলে প্ৰায়েই বহি থাকোগৈ। প্ৰথমে চম্পাই বাহিৰত বহি আছো বুলিয়েই ভাবিছিল। কিন্তু অলপ সন্দেহ হোৱাত বিচাৰি উঠি গৈ গোহালিত ওলমি থকা অৱস্থাত আবিষ্কাৰ কৰিলে। মোক কোনে ভিতৰৰ বিছনালৈ আনিলে ? ডাক্তৰ আনিছিলনে কি ? মই এইবোৰ আজিও একো নাজানিলো।

মই পাচত এই বিষয়ে কাকো একো সোধা নাছিলো। উপযাচিও কোনেও মোক একো কোৱা নাছিল।

মানুহৰ দৃষ্টিৰ আঁৰত থাকিবলৈ দুৱাৰ খিড়িকী মাৰি কোঠাত সোমাই থাকিবলৈ ললো। মদ আৰু নাখাওঁ বুলি প্ৰতিজ্ঞা কৰো। কেতিয়াবা অতীতলৈ ঘূৰি যাওঁ।

অদ্ভুত বিচিত্ৰ মন আছিল মোৰ। সক কালৰ পৰা দেউতাৰ মুখত নীতি ধৰ্ম্ম কথা কাহিনী শুনি শুনি মোৰ মনে একাগ্ৰচিত্তেৰে ঈশ্বৰ কৃষ্ণক ভজিছিল। কৃষ্ণৰ প্ৰেমে মোক পাথৰ কৰিছিল। কোনোবা পুৰুষৰ চকুত চকু পৰিলেও সেই সময়ত মোৰ অশুচি অশুচি ভাব হৈছিল। (মোৰ ধ্যান ভাঙিলে দেৱজিতে) মই এদিন আবিষ্কাৰ কৰিলো

—ঈশ্বৰক ভজি' মই পাথৰ হৈ গৈছো। মানুহক ভজিবলৈ ললো। মানুহক ভজি কলঙ্ক হল।

জয়ন্তৰ ব্যৱহাৰ আৰু ব্যৱহাৰৰ স্মৃতি ইমান তিক্ত যে এই জুই এই স্মৃতিৰ পৰা ৰক্ষা পাবলৈ নাখাওঁ বুলি শপত খায়ো আকৌ মদৰ বটল গিলাচ উলিয়াই লওঁ।

জয়ন্তই আলমাৰিত চাবি লগালে। মই নিজে অনাই খাবলৈ ললো। টকা পইছা সকলো কাঢ়ি নিজৰ হাতলৈ নিলে। মোক পইছা চুবলৈ নিদিয়া হল। এইবাৰ সমস্যাই দেখা দিলে। মই শলিতা, মদ তেল। তেল আৰু শলিতা দুয়োৰো সংমিশ্ৰণতহে জুইৰ উদ্ভব—চাকি জ্বলে। মোৰ জীৱন চাকি জ্বলি থাকিবলৈ হলে মদ নইলেই নহয়। এদাল দামী হাৰ সোণাৰীৰ ঘৰত কম দামতে বেচি দিলো। কাঞ্চাৰ হতুৱাই মদ অনাই বাকচত ভৰাই থলো। নিশা জয়ন্তৰ আহ্বানলৈ অপেক্ষা নকৰি মই নিজে আগবাঢ়ি গৈ তেওঁৰ পৰা ছুটী লৈ আহি গা ধোৱা ঘৰত সোমাই খাই আহি শুই থাকোহি।

এনেকৈ এটি এটিকৈ সকলো অলঙ্কাৰ বেচিলো। ধৰাও পৰিলো। 'চৰিত্ৰহীনা জনীয়ে ল'ৰাটোৰ মূৰ খাব' বুলি সন্তানক নি ক'ৰবাত থলেগৈ।

"মা গলেহে যাম' বুলি সি কন্দাত তাক কোবাই কোবাই মটৰত তুলিছিলগৈ। অসহায় ভাবে সি মোৰ মুখলৈ চাই কান্দি কান্দি কৈছিল 'আহা মা। তুমিও আহা।' মই তাৰ পাচে পাচে লৰি আহি—জয়ন্তক ভৰিত পৰি কাকুতি কৰি কৈছিলো—সন্তানৰ শপত। মোৰ এটা মাত্ৰ সন্তান তাৰ শপত খাই কৈছো মই আৰু কেতিয়াও মদ নাখাওঁ, মোক ভাল হবলৈ সুবিধা দিয়া। তুমি যি কোৱা মই তাকেই শুনিম। কিমান আশা মই ভালে থাকিম—তুমি ভাল বুলি কবা। মই ভাল হবলৈকে বিচাৰিছো। চিৰদিনৰ বাঞ্ছা ভাল হোৱা। তাক লৈ নাযাবা।'

মটৰ ষ্টাৰ্ট দিয়াৰ পাচতো মই মটৰত ধৰি এনে কিছুমান কথা শপত খাই গাই থাকিলো। মোক ঠেলা মাৰি আতৰাই পেলাই এসময়ত

মটৰ 'ষ্টাৰ্ট' দি কান্দি কান্দি হাত-ভৰি এচাৰি থকা সন্ধ্যানক দুটা প্ৰচণ্ড চৰ মাৰি পেলাই মটৰ উলিয়াই নি বাটত তুলিলগৈ।

যেতিয়া মটৰখন চকুৰ আগৰ পৰা অদৃশ্য হ'ল তেতিয়াহে মোৰ হুচ হ'ল মোৰ পাচৰ কথাখিনি যে জয়ন্তই শুনিলেই। ওচৰ-চুবুৰীয়া বহুতো আহি আৰু ঘৰৰ মালী ৰান্ধনী আদি সকলোৱে ৰঙ্গমঞ্চৰ দৰে মোৰ জীৱন নাটৰ এই দৃশ্যটি চাই উপভোগ কৰি আছিল।

সিহঁতে এই দৃশ্য উপভোগ কৰি আতৰি যোৱাৰ আগতেই মই এক সিদ্ধান্তত উপনীত হওঁ। মই মনতে ক'লো—কালিলৈ পুৱা তহঁতে শেষ দৃশ্য উপভোগ কৰিবি। তাৰ পাচত আৰু কাহানিও এই নাট—এই নায়িকাক দেখা নাপাবি।

মই মোৰ শয়ন কক্ষলৈ সোমাই গ'লো। মোৰ কোঠাতে সন্ধানৰ পঢ়া মেজ। তাৰ পঢ়া মেজত আইনা বন্ধোৱা সৰস্বতী গোসানীৰ ছবি এখন আছিল। সেইখন মোৰ কপালেৰে খুন্দিয়ালো। খুন্দিয়াই খুন্দিয়াই আইনা ভাঙিলো। আইনাৰ টুকুৰাবোৰ মজিয়াত পৰিল। এইবাৰ মজিযাত পৰা আইনাৰ টুকুৰাবোৰ কপালেৰে খুন্দিয়াই গুৰি কৰিবলৈ ললো। মোৰ উদ্দেশ্য আছিল কপাল কাটি তেজেৰে—কপালৰ লিখা ধোৱা। আইনাই কপাল ফালিল, তেজেৰে পকা মজিয়া ৰঙা হ'ল। কপালৰ তেজে চকু গাল বুকু তিয়াইছিল। কাপোৰৰ অত্ তত্ ৰঙা চেকা লাগিছিল। চম্পাই মোক তুলি আতৰাই আনিবলৈ চেষ্টা কৰাত ক'লো —'গুচ—আতৰ হ। কপালৰ লিখাবোৰ তেজেৰে ধুই নিচিহ্ন কৰিবলৈ দে। তপত আৰু পৱিত্ৰ তেজেৰে মই বিধাতাৰ বিৰুদ্ধে যুঁজিছো। বিধাতাই ভুলতে বহুত দুখ, ক্লেশ, বহুত্ অপবাদ লিখিলে। বিশ্বখনিকৰে ভুলকৈ বহুত ৰূপ দিলে। মোৰ এইকোচা চুলি বোলে গোসানীৰ চুলি। 'চা পিঠি ঢাকি ক'ত পৰিছেগৈ' বুলি খোপা খুলি দিলো। গাৰ এই ৰং বহুতে কয় চকু চুলি ক'লা নোহোৱা হলে মেমে অসমীয়া সাজ পিন্ধিছে বুলি অপৰিচিত জনে ভুল কৰিলহেঁতেন। এইবাৰেও বহুতে মোক চিনি পায় চম্পা।

মোক যদি কোনেও চিনি নাপালেহেঁতেন!! মই যদি জয়ন্তৰ চকুত নপৰিলোহেঁতেন !!!

তন্দ্ৰাই মোৰ চকু টানি আনিছিল। গভীৰ শোক আঘাতৰ পাচত অন্য একধৰণৰ তন্দ্ৰাই মোক অৱশ কৰি দিছিল। মই ভঙা আইনাৰ টুকুৰাত মুখ থৈ শুব খোজাত চম্পাই কলে—"বিছনালৈ বলক। কপালৰ পৰা তেজ গৈয়েই আছে। এইদৰে হলে আপুনি মৰিব।'

"নমৰো।" মোৰ মাত অস্পষ্ট হৈ পৰিছিল। মই কলো—"নমৰো চম্পা। বহুত বুঢ়াবুঢ়ীয়ে মোৰ মূৰত হাত থৈ মোক বহুত দিন জীয়াই থাকিবলৈ আশীৰ্ব্বাদ দি থোৱা আছে।

চম্পাই চূণ-চাধা আৰু কেঁচা বাহৰ চোচ—এই তিনিটাৰে এটা মিক্‌চাৰ কৰি ( তেজ ৰোৱা ) মোৰ হাতে ভৰিয়ে ধৰি মোৰ ক্ষতস্থানত লগাই দিলে। মই ডাক্তৰ আনিবলৈ নিদিয়াত চম্পাইঁতে ভয় খাই কৈছিল—"এই দৰেতো তেজ যাবলৈ হলে বুঢ়াবুঢ়ীৰ আশীৰ্ব্বাদে কাম নিদিব।" তেজ বৰকৈ যোৱাত মই শেষত ভয় খালো। চম্পাক কলো 'তোৰ দৰবৰোৰ সৰহকৈ দি কপালখন বান্ধি দে। মই মৰিম কিয় ? মই কি দোষ কৰিছোঁ।'

চম্পাই তেনেকৈ বান্ধি দিলে। অলপ পাচত মই ধীৰে ধীৰে গৈ কাঞ্চাক টকা পোন্ধৰটা খাবলৈ খুজিলো। সি অবাক হৈ মোৰ মুখলৈ চাই থাকি কি যেন বুজিবলৈ চেষ্টা কৰিলে। তাৰ পাচত ভিতৰ সোমাই গৈ ভৰিত চেণ্ডেল যোৰ ভৰাই, তাৰ বাকচ খুলি টকা কেইটা-মান জেপত ভৰাই লৈ মোক কলেহি "মই আনি দিছো বব।" তাৰ পাচত মোৰ আগে দিয়েই ব্যস্ত ভাৱে ওলাই গল।

কাঞ্চাই আনি দিয়া সৰু ব্ৰাণ্ডি বটল হাতত লৈ মই গাইছিলো—

'যদি জীৱনে কান্দে নাই নাই বুলি—

যদি মুখতে উৰে ধৰণীৰ ধূলি।' গোটেই বটল ব্ৰাণ্ডি খাই চম্পাৰ হাতত বটলটো পাচফালৰ পুখুৰীত পেলাই দিবলৈ দিলো।

* * *

জয়ন্তৰ ওচৰলৈ মদ খোৱা মানুহ আহিলে ভালপোৱা হলো। জয়ন্তৰ সোনকালে নিচা হয়। এই সময়তে মই জয়ন্তৰ আলমাৰিৰ মদৰ বটলৰ পৰা—নিজৰ শয়ন কক্ষত বা জয়ন্তৰ আলমাৰিৰ ওচৰতে বৈ বটলৰ মুখেৰেই ঢোকা ঢোকে পি লওঁ। বটলত কমা যেন নেদেখিবৰ বাবে কেতিয়াবা পানী ভৰাই থওঁ।

পাৰ্টিত চিনাকী হোৱা মিলিটেৰী অফিচাৰ জনে প্ৰায়েই আহে। এওঁৰ লগত জয়ন্তৰ লাখ লাখ টকাৰ কাৰবাৰ। এওঁ আহিলে মোকো লগত বহি খাবলৈ অনুৰোধ কৰে।

এদিন মানুহজনে জয়ন্তক বুদ্ধি কৰি সৰহকৈ খুৱালে। জয়ন্ত তন্দ্ৰাময়ৰ দৰে হৈ পৰাত মই ভিতৰ সোমাই আহিছিলো। পাচে পাচে মানুহজনো ভিতৰ সোমাই আহিল। মই গৈ বিচনাত পৰিছিলো গৈ। একেবাৰে বলাৎকাৰৰ চেষ্টা। মই বিচনাতে থিয় হৈ মানুহজনৰ ওপৰত ঘৃণা আৰু আক্ৰোশত তেওঁৰ তলপেটত এটা গোৰ সোধালো। এই গোৰতে মানুহটো ঢলি পৰিল। মই বিচনাৰ পৰা নামি আহি এইবাৰ য'ত যি পালো মানুহজনৰ গালে দলিয়াবলৈ ধৰিলো। এই হুলস্থুলত জয়ন্তৰো নিচা উৰিল। মেজৰ পৰা হাতত খালি মদৰ বটল এটা লৈ আহি—'তই মানুহটো হত্যা কৰি মোক ফাটেক খুৱাব খুজিছ' বুলি মোৰ মাজ তালুতে মাৰ মাৰি দিলে। অৰ্থহীন হৈ অহা ক'লা আন্ধাৰখিনিত মই যেন হেৰাই গৈছো মোৰ এনে লাগিছিল।

জ্ঞান পাওঁ হাস্পাতলত। মই বেহুচ হোৱাৰ পাচত বোলে জয়ন্তই সেই মানুহটো ডাঙি নি মটৰত তুলি ঘৰত থবলৈ গলাই গৈছিল। সেই সময়তে বিহাৰীয়ে আমাৰ ঘৰুৱা ডাক্তৰ জনলৈ ফোন কৰে। ডাক্তৰ জনে সকলো গম পালে যদিও হাস্পাতালত নাৰ্চ আদিক কলে— 'আলমাৰিৰ ওপৰৰ পৰা বটল বাগৰি পৰিল' বুলি।

মই হাস্পাতালত থাকোঁতে প্ৰতিদিন জয়ন্তই হাস্পাতালত গৈ সন্ধানৰ শপত খাই কৈছিল গৈ 'তোমাৰ গাত আৰু কোনোদিন হাত নলগাওঁ' বুলি।

জীয়াই থকাৰ স্বপ্নে হাস্পাতালৰ পৰা কিছুদিনৰ পাচত ঘূৰি

আছো। ঘৰ পোৱা মাত্ৰকে জয়ন্তই মোক গটিয়াই কোঠাৰ ভিতৰলৈ লৈ গৈ চুলিত ধৰি ঘূৰাবলৈ ধৰিলে। “সেই দিনা মানুহটো হত্যা কৰি মোক কাটেকত ভৰাই দেৱজিত বাপেৰলৈ যাবলৈ পথ বিচাৰিছিলি। ‘সকলোৱে জানে তই যে বেশ্যা’ বুলি মোক চাদৰ এখনেৰে পাচলৈ হাত কৰি বান্ধি পেলাই লৈ বিছনাৰ তলত লুকুৱাই থোৱা বেতদাল উলিয়াই কোবাবলৈ ধৰিলে।

বটলেৰে মুৰ ফালোঁতে বহুত তেজ যোৱা বাবে মই বৰ দুৰ্ব্বল হৈ আছিলো। সিদিনা অলপ পাচতে মই অজ্ঞান হৈ পৰিছিলোনে অলস ভাবে চকু টানি ধৰিছিল। কোনোবা সময়ত জয়ন্ত কোঠাৰ দুৱাৰ জপাই মোক বন্ধা অৱস্থাতে এৰি ওলাই গল। মই চকু মুদি পৰি থাকিলো। সন্ধ্যা হল। কোনোবাই কোঠাৰ লাইট জ্বলাই দিলেহি। কোনোবাই যেন মোৰ হাতৰ বান্ধ খুলিছে উমান পোৱাত দেখো— দেৱজিতে মোৰ ওচৰত বহি মোৰ হাতৰ বান্ধ খুলি দিছে। মই দেৱজিতৰ মুখলৈ অবাক ভাবে চাই ৰলো। এই কোঠা। এই কোঠাৰ পোহৰ আৰু দেৱজিত সকলো সাপোন সপোন লাগিল। মই অস্ফুট কণ্ঠেৰে নিজকে কলো—এনে তৃপ্ত মধুৰ সপোন মই কোনো দিনেই দেখা নাছিলো। এই নিৰাপদৰ অমৃতসনা সপোন দেখাও মোৰ বাবে মহা ভাগ্য। সম্পূৰ্ণ নিৰ্ভৰ কৰিব পৰা এই নিৰাপদ স্থলকে জানো মই বিচৰা নাছিলো। কঁপি কঁপি এটা দীৰ্ঘ নিশ্বাস বাগৰি আহিল। তন্দ্ৰায়ে মোৰ চকুৰ পতা টানি ধৰিলে। মই চকু মুদি দিলো। লগে লগে কপালত হাতৰ স্পৰ্শ অনুভৱ কৰো আৰু – ‘ভামনি’ বুলি মতা অত্যন্ত কোমল চিৰপৰিচিত কণ্ঠস্বৰটি শুনিবলৈ পাওঁ। লগে লগে মই জাপ মাৰি বহি দেৱজিতৰ মুখলৈ চাই কলো— ‘দেবুদা তুমি ?’

“তুমি—মোৰ মুখলৈ চাই আছিলা। মাততহে যে এতিয়া চিনিলা ?” —দেৱজিতৰ অবাক প্ৰশ্নৰ উত্তৰত মই অকণমান হাঁহিৰ নিচিনা কৰি কলো—‘মোৰ চকুদুটাই সুন্দৰক দেখা পোৱাৰ আশাৰে পৃথিৱীৰ চৌপাশে ঘূৰি ঘূৰি মাথোন নিৰাশহে হল। এতিয়া সেয়েহে

আকস্মিক ভাবে তোমাক দেখাত মোৰ সপোন যেন লাগিছিল। তুমি সুন্দৰ— তুমি সত্য। তোমাৰ মৰম সত্য দেখুদা। ভামনি বুলি তুমি মোক নামাতিবা। এই মাত আৰু ইমান আন্তৰিকতা সহ্য কৰাৰ শক্তি আজি আৰু নাই। নোপোৱা পোৱাৰ আনন্দতে মোৰ মৃত্যু হব যেন। মই বৰ্ত্তমান পাই থকা বোৰহে যেন মোৰ প্ৰাপ্য। তাৰ অনিয়মিত হলেই নিজকে মোৰ 'মই নহওঁ' যেন লাগিব।'

মই মনকৰো দেৱজিত খীনালে। ক'লাও পৰিলে। কপালৰ আগৰ চুলি পাতল হল। ক্লান্ত বিষণ্ণ তেওঁৰ মুখে মোৰ বুকুত শব্দহীন এক অতি শক্ত আঘাত কৰিলে। মই উঠি আহি বিছনাখনত বহিলোহি। চকীখনৰ ফালে লক্ষ্য কৰি দেৱজিতক বহিবলৈ কলো। তেওঁ উঠি আহি মোৰ ফালে চাই থাকি কি এক সুৰেৰে কলে "এয়া তোমাৰ কি হ'ল—? মই লৰি আহিছো। জীৱনত এদিন অজ্ঞাতসাৰে যি ভুল কৰিলো, এদিন যি পাযো হেৰুৱালো তাকেই আজি মই অনুশোচনাৰ দগ্ধ হৃদযৰে বিচাৰিছো। তোমাৰ অন্তৰালত লুকাই থকা অব্যক্ত বাসনা মই জানো বুজা নাছিলো? কিন্তু সেই সময়ত কি এক দুৰ্ব্বলতাই মোক গ্ৰাস কৰি দুৰ্ব্বল কৰি থৈছিল। মোৰ ভয় লাগিছিল তোমাৰ মনক প্ৰশ্ৰয় দিবলৈ। আজি মই লোক নিন্দালৈ ভয় নকৰো। মা-দেউতাৰ কথাও ভবা নাই। সেই সাহস মোৰ আছে। মই তোমাক গ্ৰহণ কৰিম। এই জুই-তাপ কলঙ্ক-অপবাদৰ পৰা তোমাক ৰক্ষা কৰি মই জীয়াই থাকিবলৈ বিচাৰিছো'।

মই দেৱজিতৰ চকুত জীয়াই থকাৰ মধুৰ স্বপ্ন- এজাক পোহৰ দেখিছিলো। চকু চাট্ মাৰি ধৰা এই পোহৰ মই মোৰ চকুৰ মণিত লৈ দেৱজিতৰ মুখত দেখিছিলো আন এখন মুখ। সেই মুখ মোৰ বাকচত থকা সোণৰ কৃষ্ণৰ মূৰ্ত্তিটোৰ মুখ মই আনন্দতে হাঁহি-কান্দি দিছিলো। সেই সময়ত মোৰ দেৱজিতক মানুহ নহয় যেন লাগিছিল। তেওঁ যেন কৃষ্ণৰেই এক অংশ। মই লাহে লাহে কলো

'সমাজত কি মোৰ দাম। অপমান, অপবাদ মোৰ বাবে নতুন নহয়। কিন্তু তোমাৰ নাম যশ ধূলিৰ সতে মই মিলাব নোৱাৰো।

তাতে মই যেন সকলো পালো৷ আৰু একো পোৱাৰ বাসনা আজি আৰু মোৰ হৃদয়ত নাই’।

দেৱজিতে মোৰ মূৰত হাত বুলাই দি কলে—‘এয়া অপমৃত্যু, এইদৰে কোনোবা দিনা হয়তো—’ কি কবলৈ লৈ তেওঁ বৈ দিলে। মোৰ চকুলৈ চাই থাকি কলে—“নাম যশ উচ্চশিৰে মোৰ দৰে মানুহক যে সুখ নিদিয়ে মোৰ নিচিনা মানুহে যে এইবোৰকে জীৱনৰ লক্ষ্য বুলি নাভাবে তুমি নিশ্চয় জানা।”

“দেবুদা—” মই কব খোজা কথা কব নোৱাৰি বৈ দিলো। অলপ বৈ কলো—“তুমি শক্তিবান। তুমি সবলী। তুমি দৃঢ়। মই কিন্তু বৰ দুৰ্ব্বল। আৰু”—বুলি মই আকৌ থমকি ৰলো। দেৱজিতৰ কালে নোচোৱাকৈ কৈ গলো—“মই হিন্দু নাৰী। বিয়াৰ আগৰ মনৰ দেহৰ সকলো ধূলি-বালি—বিয়াৰ দিনা মাহ হালদি ঘঁহি ধুই নকৈ জীৱনৰ পাতনি মেলিলো। দেৱতাক সাক্ষী কৰি সমাজ ধৰ্ম্মই ইহকাল পৰকালৰ বাবে সাত-পাকে পকাই জয়ন্তক স্বামীগুৰু ৰূপে বান্ধি দিলে। মই জয়ন্তৰ। দেহাটো এঠাইত এজনৰ হাতত। মনটো থাকে এঠাইত একনৰ পাচত। তোমাৰ নাম, তোমাৰ স্মৃতি মোৰ আত্মাত অম্ল মধুৰ ভাবে মিলি আছে। এনেকৈয়ে থাকিবলৈ দিয়া। মোৰ শিক্ষা, ৰূপ, যৌৱন, গৌৰৱ আদিৰ মূল্য পুৰি ছাঁই হৈ গল। শ দাহৰ অভিজ্ঞতা যদি আছে তুমি নিশ্চয় জানা—সকলো পুৰি ছাঁই হোৱাৰ পাচত স্নায়ুপিণ্ড এটা অৱশিষ্ট থাকি যায়। তোমাৰ লগত মোৰ সম্বন্ধ স্নায়ুপিণ্ডৰ দৰে। সকলো পুৰি শেষ হোৱাৰ পাচতো ই আত্মাত মিলি বৈ আছে।

দেৱজিতে মোৰ মূৰত লাহেকৈ তেওঁৰ গালখন থলে। মই অলপ আতৰি দেৱজিতৰ সমুখা-সমুখিকৈ বহি কলো—‘মই বৰ দুৰ্ব্বল দেবুদা। বাহিৰত সেয়া বৰষুণৰ ধ্বনি। তুমি যোৱাগৈ দেবুদা।’ মই অলপ অন্যমনস্ক হৈ পৰিছিলো বোধহয়। দেৱজিতে কলে—‘মনত শক্তি বান্ধিলেই সকলো সহজ।’ দেৱজিতৰ এইকথা শুনুনা-নুবুজাৰ দৰে কলো “বাহিৰত কিন্‌কিন বৰষুণ—নীৰৱ সন্ধ্যা—এই নিজান কোঠাত

তুমি চলচলীয়া চকুৰে মোৰ কাষত বৈ নাথাকিবা। মোৰ বুকুত তোমাৰ প্ৰতি আছে অফুৰন্ত মৰম। তুমি যোৱাগৈ দেবুদা। স্বাৰ্থহীন স্বৰ্গীয় মৰমৰ দিনবোৰৰ সোৰঁৰণ মোৰ গোটেই জীৱন মধুময় কৰি থৈছে। তোমাৰ স্বাৰ্থহীন ভাল পোৱাৰ মৰমৰ স্মৃতিৰ মধুকে লৈ মই জীযাই আছো। দেবুদা তুমি যোৱাগৈ।"

দাউ-দাউকৈ দেহ-মনত জুই জ্বলি আছে। সন্মুখত দেৱজিত অমৃত সৰোবৰ। জাপ দি পৰিম যেন। কিন্তু মই যে এটি নিস্পাপ সন্তানৰ মাতৃ! সেয়েহে মই দৃঢ় স্বৰেৰে কলো—"তুমি আৰু এই কথা নকবা। তুমি আৰু এই সময়ত মোৰ কাষত নাথাকিবা। তুমি আতৰি যোৱা। মোৰ কপালত দুখ আছে থাওঁক। মই জীৱনক দেখিলো। মই মনুষ্য জীৱন উপভোগ কৰিলো। দুখনো কি সুখৰে সিপিঠি। সুখো দুখৰ ইপিঠি। সুখতকৈ দুখ শ্ৰেষ্ঠ। দুখ সুখতকৈ সম্ভোগৰ। দুখহে মোৰ বাবে তৃপ্তিদায়ক। যদি দুখত আমি বিচলিত হৈ নকৰিবলগীযা কাম নকৰো। বিপথে নাযাওঁ। তেতিয়া আমি দুখক জয় কৰাৰ তৃপ্তি উপলব্ধি কৰিব পাৰো।"

দেৱজিত আতৰি যোৱা মুহূৰ্ত্ততে জয়ন্তৰ কক্ষ কঠিন চেহেৰাটো মোৰ চকুত ভাঁহি উঠিল। ৰাহু জয়ন্তই মোৰ আকাশৰ সকলো পোহৰ গিলি থৈছে। মোক গিলি থৈছে। মোৰ মুক্তি নাই। মোৰ সৰ্ব্বাঙ্গত আঁকি দিছে তেওঁৰ স্বামিত্বৰ অশেষ লাঞ্ছনা। তথাপি স্বামী। সকলো লাঞ্ছনা অপবাদ অপমান নীৰৱে সহ্য কৰি নগলে মোৰ অপযশে বৈ-বৈ সমাজে মোক অসতী আখ্যা দিব।

মই যেতিয়া ভাগি পৰিছিলো—দেৱজিতে আগবঢাই দিয়া অমৃতৰ পিয়লা ত্যাগ কৰাৰ তেতিযা তৃপ্তি অনুভৱ কৰিছিলো। মই অকল-শৰীয়া নহওঁ। আজীৱন দেৱজিত মোৰ ছায়াসঙ্গী হৈ আছে মোৰ পৰম তপস্যাত। দেৱজিত মোৰ আত্মাত অবিচ্ছেদ্য ভাবে বান্ধ খাই আছে। মোৰ ব্যৰ্থ জীৱনৰ বোজা পাতল হৈ আহিল।

*   *   *

পাৰ্টিত চিনাকী হোৱা মদন আলত কৃষ্ণ কৃষ্ণ লগা ল'ৰাজনক মাতি এদিন ফোন কৰিলো। শিক্ষিত বিনয়ী এই ল'ৰাজন দুখন বাগানৰ মালিক। পাচবেলা 'স্কুটাৰ'ৰ ফট্‌ফট্ শব্দ শুনি খিড়িকীৰ পৰ্দা দাঙি চাই দেখো মিল্‌লি আহিছে। মই আঁগবাঢ়ি গলাই আহি মাত দিলো — "আহক"।

বাৰান্দাত থিয় হৈ চাৰিওফালে মিল্‌লিয়ে চকু ফুৰাই কলে— 'ইয়াতে বহো। ফুল-পাত লতাৰে বাৰান্দাখন বেচ সজাইছে'। তাৰ পাচত মোৰ ফালে চাই কিবা কবলৈ লৈ থমকি ৰৈ কলে—"মুখৰ পৰা কিবা এটা সুলকি পৰিব খুজিছিল।"

"সুলকিব খুজিছিল যেতিয়া সুলকিবলৈকে দিব লাগিছিল।"

"বেয়া পালেহেঁতেন।"

'আপোনাক মোৰ বন্ধু বন্ধু লাগিছে। বন্ধুৱে বন্ধুৰ অনিষ্ট হোৱা কাম নকৰে। কিন্তু খং উঠা বা বেযা পোৱা কথা কব পাৰে।' মই কলো। 'এই সপোনত, যেতিযা আপুনি সপোন সুন্দৰীযে—অৰ্থাৎ সপোন সপোন লগা ফুলে ফুলে ভৰা এই বাৰান্দাত যেতিয়া আপুনি পদাৰ্পণ কৰে ফুলত পৰি থকা ভোমোৰাবোৰ নিশ্চয মুখপদ্মত পৰিবলৈ লৰি আহে। কালিদাসৰ শকুন্তলা কুঞ্জবনত বহি থাকোঁতে ভোমোৰাই আমনি কৰা কথা কালিদাসৰ পৰাই আমি গম পাওঁ।'

"আহক ভিতৰতে বহকহি।" মই মিল্‌লিৰ কথাৰ উত্তৰ নিদি তেওঁক ভিতৰত বহিবলৈ মাতি বাটৰ ফালে চাই কলো—'আপোনাক নতুন দেখি তেওঁলোকে চাই চাই গৈছে। ওচৰ চুবুৰীয়াই ভাবিছে। কৌতূহলি চকুৰে চাইছে। সিহঁতক অলপ ভাবিবলৈ দিযক।'

সোনকালেই মই মিল্‌লিক বন্ধুভাবে লব পাৰিলো। তাৰ পাচত দুখক জয়কৰা বিজযিনী ৰূপে মই মোৰ জীৱনৰ আশাবোৰ নিৰাশা হোৱাৰ কথা আনন্দৰে মিল্‌লিক কৈ গলো। এই আনন্দই মোক সজীৱ কৰিছিল। অন্তৰৰ সকলো কথা কোৱাৰ ব্যগ্ৰতায়ে মোৰ ভাৰা বহুতো কোৱালে। মিল্‌লিয়ে শুনি কি ভাবিছে বা শুনিবলৈ ইচ্ছা হয়তো নাই এনে ভাব সেই সময়ত মোৰ মনলৈ নাহিল। মিল্‌লিয়ে

বন্ধুভাবে মোক সঙ্গ দিছিল—ব্যঙ্গ কৰি কেতিয়াবা কথা কৈ আমোদ পাইছিল। এদিন মিল্‌লিয়ে মোক কলে—"জয়ন্ত নথকা সময়ত তুমি মোৰ ওচৰত নিশাও বহি থাকা। অলপতো কুণ্ঠাবোধ কৰিব লাগিছিল" বুলি আক কিবা খোজাত মই কলোঁ—"তুমি কৃষ্ণ—মই তোমাৰ বন্ধু উদ্ধৱ। মোৰ হাততে তোমাৰ মৃত্যু হব। অলপ সাৱধানে থাকিবা।"

মই মিল্‌লিক সকলো কৈছিলো যদিও জয়ন্তৰ অত্যাচাৰৰ কথা গোপনে লুকুৱাই থৈছিলো। মানুহ যে সময়ত ইমান হিংস্ৰ হব পাৰে—ঠিক সিমান হিংস্ৰ নোহোৱা মানুহে সেই কথা বুজিব নোৱাৰে। গতিকে বিশ্বাসযোগ্য নহব বুলি নকলো।

মিল্‌লিয়ে মদ নাখায বাবে মই হতাশ হলো। মই মদ নেৰা বাবে মিল্‌লি হতাশ হ'ল। এদিন মিল্‌লিযে দুখ কৰি কৈছিল 'মোৰ বন্ধুত্বই যদি তোমাৰ এই অভ্যাস একৰাব পাৰিলেহেঁতেন তেন্তে পৃথিৱীত সকলো এফালে ঠেলি মই তোমাৰ বন্ধু হৈ থাকি তোমাক সঙ্গ দিলোহেঁতেন।'

ইয়াৰ পাচত দুদিন অকণো মদ নোপোৱাত আকৌ মিল্‌লিক ফোন কৰি মাতিলো। 'বিশেষ দৰকাৰত লাগে-বৰ্ত্তমান জয়ন্তক জনাব নোৱাৰো বুলি মিল্‌লিৰ পৰা সোনকালেই ঘূৰাই দিম বুলি টকা পাঁচশ ললো।

মিল্‌লিৰ পৰা লোৱা টকাৰে সৰহকৈ কাঞ্চাক পঠাই ব্ৰাণ্ডিৰ বটল অনাই বাকচত ভৰাই থলো। এদিন জয়ন্তই বাকচৰ তলা ভাঙি বটলবোৰ বাহিৰ কৰি আনি নিজৰ আলমাৰিত ভৰালেগৈ। বাকী থকা টকাখিনি জেপত ভৰাই ললে। বাকচত সযতনে ভৰাই থোৱা দেৱজিতৰ চিঠিখন পাই ফালি পেলালে।

মোৰ অসুখ জয়ন্তই চিকিৎসা কৰিবলৈ টকা নিদিয়ে বুলি এবাৰ প্ৰতিভা আহোঁতে টকা অলপ খুজি লৈ বটল কেইটা মান অনাই চম্পাক থবলৈ দিলো। জয়ন্তৰ টোপনি অহালৈ আঠুৱাৰ ভিতৰত বহি অপেক্ষা কৰি থাকো। তেওঁৰ টোপনি আহিলে বাহিৰলৈ যোৱা চলেৰে গৈ খাই আহো। আকৌ ধৰা পৰিলো। জয়ন্তৰ প্ৰহাৰত

শৰীৰৰ যন্ত্ৰণাত কাতৰ হৈ আৰু মুখত নিদিওঁ বুলি শপত খালো। কিন্তু মনৰ অবিহনে প্ৰাণে চট্‌ফটাবলৈ ধৰাত দুদিনৰ পাচত চম্পাৰ কোঠাত সোমাই কলো—মই খাই তোৰ বিছনাত শুই থাকো। তেওঁ নাহিলে মই ফুৰিবলৈ গলো বুলি কবি।

এনে সময়তে অঞ্জুৰ বিয়াৰ নিমন্ত্ৰণী পত্ৰ পালো। জয়ন্তই যাবলৈ নিদিলে। যাবলৈ নিদিয়াত মই ঘৰখনৰ ভিতৰত সোমাই থাকিবলৈহে ভালপোৱা হলো। মানুহৰ ভিৰ সহ্য কৰিব নোৱাৰো। দহজনৰ দৃষ্টিত পৰিলে চট্‌ফটাব লগীয়া হয়। গা খোচা বিন্ধা কৰে।

* * *

বন্ধত জয়া আহিল। আহিয়েই তাই মোৰ গালত 'মা মোৰ' বুলি চুমা দিলে। মই মৰমতে তাইক বুকুত জোৰেৰে সারটি ধৰিলো। উশাহ নাপায় তাই চট্‌ফটাই দিয়াত এৰি দিলো। মোৰ বুকুৰ পৰা ওলাই তাই মোৰ মুখলৈ হাঁহি মাৰি চাই কোপাইছিল। জয়ন্ত আহি তাইক তেনেকৈ দীঘল দীঘলকৈ উশাহ লোৱা দেখি সুধিলে—'কি হল ?"

'মায়ে চেপি ধৰিছিল -উশাহ নাপাইছিলো।'—জয়াই কলে। এই কথা শুনা মাত্ৰকে জয়ন্তই থাপ মাৰি মোৰ চুলিত ধৰি মোক গা ধোৱা ঘৰলৈ টানি লৈ গল। পানী এবাল্টি মূৰে গায়ে ঢালি বাহিৰলৈ চোচোৰাই লৈ আহিল। পদূলিত এৰি দি কলে 'তই তোৰ পথ ল।' বাটেদি যোৱা মানুহে বৈ সেই দৃশ্য উপভোগ কৰিছিল। তেওঁলোকক উদ্দেশ্য কৰি জয়ন্তই কলে 'আপোনালোকে এই ডাইনীজনীক সোধকচোন তাই মাহীমাকে—মোৰ কেচুৱা ছোৱালী জনীক কিয় ভিণ্ডি চেপি মাৰিবলৈ লৈছিল। অকণমান ছোৱালী জনীয়ে কি দোষ কৰিছিল ?'

জয়া মোৰ পাচে পাচে গৈছিল—দেউতাকক খাতিছিল মোক তেনে নকৰিবলৈ। এৰি দিবলৈকে কান্দিছিল। এইবাৰ তাই দেউতাকৰ

কথা শুনি দৃঢ় স্বৰে প্ৰতিবাদ কৰি কলে 'মিছা কথা। মায়ে মোক ডিঙি চেপি ধৰা নাছিল। বুকুতহে জোৰেৰে চেপি ধৰিছিল। মায়ে মোক মৰমহে কৰিছিল।' দেউতাকে তাইৰ কথা শুনি তাইকো গটা মাৰি মোৰ ওপৰত পেলাই দি আতৰি গল।

তিতা গাত সেই দৰে পদূলিলৈ টানি নিয়াত চৰম অপমান বোধ কৰি—সেই নিশা আকৌ আত্মহত্যাৰ চেষ্টা কৰিলো। টোপনি অহা পিলখিনি মুখত ভৰোৱাৰ লগে লগে ভুখন নিষ্পাপ মুখ চকুত ভাঁহি উঠাত মুখত ভৰাযেই পিলসোপা উলিয়াই পেলালো। অস্ফুট সুৰেৰে সন্ধান আৰু জয়াক উদ্দেশ্য কৰি কলো—তইঁতৰ পৰা মোৰ মুক্তি নাই। —ভগৱানক উদ্দেশ্য কৰি ফুটাই কলো মই কি পাপ কৰিছিলো? মোক মায়া মোহত পেলালা কিয়?

মোৰ এই ভয়ঙ্কৰ দিনবোৰৰ কথা কৈ থাকিলে ওলাই থাকিব। চমুৱাই কব খুজিও চমুৱাই কব পৰা নাই।

'পেট বেমাৰী ল'ৰা মই ৰাখিব নোৱাৰো' বুলি এদিন সন্ধানক ঘৰৰ কাম কৰা ল'ৰা এটাৰ লগত শাহুয়ে পঠাই দিলে। তাক পোৱাত মই প্ৰাণ পালো। তাক লৈ মই ব্যস্ত হৈ পৰিলো।

এদিন জয়ন্ত নথকাত মই নিচিন্তৰে খাই বিছনাত পৰি আছো। চম্পাই হাঁহি হাঁহি আহি মাত দিলেহি -'বৌদেউ সন্ধানৰ কাণ্ড চাব আহক' বুলি। মই আহি দেখো মই আধা খাই এৰা বটল গিলাচ নি সি মিণ্টুক চকীত তুলি লৈ মদ খাবলৈ যো-জা কৰিছে। 'খা খা' বুলি মিণ্টুৰ মুখত গিলাচটো গুজি দিছে। মই খঙত গৈ সন্ধানক বাঘ ঢকা দুটা মান দি বটল গিলাচ কাঢ়ি ললো। সি ক্ষন্তেক তলকা মাৰি থাকি—শেষত জাঙুৰ খাই উঠি কলে—'খাম যা। নাখাম কিয়? তুই খাৱ। দেউতাই খায়। মই আৰু মিণ্টুৱে খালেহে জগৰ লাগে'। তাৰ এনে কথা শুনি আৰু কোৱাৰ ধৰণত মই কাণ্ড-জ্ঞান হেৰুৱাই সন্ধানৰ মুখলৈ গিলাচটো মাৰি পঠালো। তাৰ নাকেৰে তৎক্ষণাত তেজ বৈ আহিল। 'আই' ঐ' বুলি সি পৰি গল। বজা তেজ বৈ অহা দেখি মই ভয় আতঙ্কত চিঞৰ মাৰি দিলো—

'কাঞ্চা ডাক্তৰ মাত। চম্পা বেগতে আহ।' ইতিমধ্যে চম্পাই তাক দাড়ি লৈ গৈছিল। মই পকা বেৰত মূৰটো আৰু কপাল খুন্দি খুন্দি ভগৱানক উদ্দেশ্য কৰি কৈছিলো—"মই একো পাপ কৰা নাই। একোপাপ কৰা নাই"।

সেই নিশা সন্ধানক বুকুত হেচি ধৰি শপত খালো- কোনো দিনে মই আৰু মদ নাখাওঁ বুলি। নিশা সন্ধানে সপোনত কলে—'মই খালেহে জগৰ লাগে। খাম যা, চুৰ কৰি খাম।'

*　　　　*　　　　*

ক্ৰমাত মহ অসুস্থ হৈ আহিলো। ভয় ভয় ভাব এটাই মোক। গ্ৰাস কৰি থাকে। অকাৰণতো মই অজান ভয়ত ভিতৰি কঁপি থাকো নিশা টোপনি নাহে। চিল্‌মিলীয়া টোপনি আহিলেও ভয় লগা সপোন দেখো। এনে লাগে মোৰ পাচফালৰ পৰা কৃষ্ণবৰ্ণ বৃহৎ হাত দুখন মোৰ ফালে ঘনে ঘনে আগবাঢ়ি আহে। এই হাতখনে মোক ডিঙি চেপি হত্যা কৰিবলৈ সুবিধা বিচাৰি ফুৰে। পাচফালে চৌবিশ ঘণ্টা যেন বিৰাট ক'লা দৈত্য এটা থিয় হৈ আছে এনে লাগে। এনে ভাব আহিলেই পাচলৈ ঘূৰি চাওঁ। চিল্‌মিলীয়া টোপনিত হঠাৎ হঠাৎ চক্ খাই সাৰ পাওঁ। কেতিয়াবা আৰ্ত্তনাদ কৰি চিঞৰ মাৰি দিওঁ। সাৰ পোৱাৰ পাচত আৰু আৰ্ত্তনাদ কৰি চিঞৰ মাৰি দিম যেন লাগে। কিন্তু ভয়ন্তৰ ভয়ত তেনে নকৰো। শেষলৈ টোপনিয়েই নোহা হল। সি কি যন্ত্ৰণা? টোপনি কেনেকৈ আহিব মাথোন মোৰ এই চিন্তা হল। কৰি, খোজ কাঢ়ি, পৰিশ্ৰম কৰি সকলো কৰি চালো। একোৱে কাম নিদিয়াত শেষত ভগৱানক প্ৰাৰ্থনা কৰি কওঁ—'ঈশ্বৰ। এনেকৈ হলে মই পাগল হৈ যাম।' তাৰ পাচত অস্ফুট স্বৰেৰে নিজকে প্ৰশ্ন কৰো - মই বাৰু পাগল হৈ পৰিছো নেকি? মইতো সকলো কথা পাহৰি গৈছো - আনকি সন্ধানকো যে পাহৰি থাকো। মদ বাৰু মই কিয় খাওঁ? নিচা হোৱা বাবেইনে? মোকনো কি লাগে?

মোকতো একো নালাগে। জয়ন্তৰ ভয়ত যদি থাওঁ,—তেন্তে জয়ন্তৰ উৎপাত অত্যাচাৰ কমিবনে বেচি হ'ব ? বেচিহে হ'ব।

মিল্‌লিক টকা খুজি মদ অনাই আকৌ চুৰকৈ মদ খাবলৈ ললো। জয়ন্ত ঘৰত থকা সময়ত জয়ন্তৰ কামত—দেহটো চোচোৰাই হলেও লৈ ফুৰাওঁ। জয়ন্ত নথকা সময়ত বিছনাত পৰি কেকাই থাকো। কোনো কোনোৱে কয় জয়ন্তই মোৰ দেহৰ ওপৰত অতিপাত মাৰ ধৰ অত্যাচাৰ কৰা বাবেই মোৰ এনে হৈছে। বয়স বঢাৰ লগে লগে বিষ বেমাৰত মই পঙ্গু হৈ আহিম।

মোৰ কেকনি শুনিলে সন্ধান আহি মনে মনে মোৰ ওচৰত বহি থাকেহি। তাৰ সৰু সৰু হাতেৰে মোৰ মূৰ আৰু হাত-ভৰি টিপি দিয়ে। ভয় আৰু আতঙ্ক ভাবে কান্দি কান্দি কয় —'মা তুমি নমৰিবা।' বুলি।

এদিন সি দেউতাকক কলে —"দেউতা মাৰ বেমাৰ হৈছে। মায়ে কান্দি থাকে। মা যদি মৰি যায় ?" তাৰ কথা শুনি বাপেকে বিৰক্তিৰে কলে 'নমৰে যা, পেক্ পেকাই নাথাক। বেমাৰ নহয় ছং।'

অগত্যা সি নিজেই মোৰ দৰবৰ ব্যৱস্থা কৰিলে। মোৰ ওচৰৰ পৰা সি উঠি গৈ বাৰীত সোমাই কিবা গছ পাত আদি আনি খুন্দি তাৰ ৰস অলপ আনি মোক দি কলে—'মা খাই দিয়া। দৰৱ হয়। তুমি ভাল পাবা।' মই তাৰ বিষণ্ণ মুখলৈ চালো। সি বৰ আশাৰে দৰৱ বুলি সেই ৰস খিনি হাতত লৈ মোৰ মুখলৈ চাই আছে। মই লাহেকৈ সেইখিনি হাতত লৈ মনতে কলো—'পৃথিৱীৰ পোহৰ মই কিয় নাপাম ? পৃথিৱীয়ে মোক কিয় নুবুজিব ? বুলি মই ঈশ্বৰৰ নামত কাপৰ জুলীয়া পদাৰ্থ খিনি পি দিলো। এদিন এগৰাকী গাঁৱৰ বুঢ়ীক কিবা বন দৰৱ খুন্দি মোক খুউৱা সি দেখি আছিল। সেয়ে সিদিনা সি কিবা আনি মোক খুন্দি খাবলৈ দিছিল। মই সেই সময়ত কিহৰ ৰস বুলি তাক সোধাৰ প্ৰয়োজন বোধ কৰা নাছিলো। মোৰ ধাৰণা হৈছিল দেৱশিশুৰ হাতত বিহো হয়তো অমৃত হব। মোৰ এনে কিছু -লোকে শুনিলে হয়টো ধাৰণা কেতিয়াবা মনলৈ আহে।

নুলবা। মোৰ অন্ধ বিশ্বাস অন্ধকাৰত থাকিল। সন্ধানে দিয়া দৰৱত্ত মই সুস্থতা বোধ নকৰিলো। এইবাৰ মোৰ ঈশ্বৰলৈ মনত পৰিল। পোৱাৰ বাসনাৰে জীৱনটো পাৰ কৰি মনুষ্য জীৱনটো ব্যৰ্থ কৰাৰ দৰে লাগিল। ধৰ্ম্ম নীতি বিচাৰক ভৰিৰে যেন 'ডাষ্টবিন'ত পেলাই থৈছিলো। সেয়েহে মই সুখ ক'ত আছে বিচাৰি নাপালো বুলি অনুশোচনা হ'ল। ঈশ্বৰক প্ৰাৰ্থনা কৰিবলৈ চকু মুদিলো। পৃথিৱীক মৰম দিবলৈ অহাহে ধৰ্ম্ম। লবলৈ অহা ধৰ্ম্ম নহয়।' মনতে মই কলো। কিন্তু ই-কি বুলি মই চকু খুলি দিলো। কোনজনক মই সেৱা কৰিম? ভগৱানৰ উদ্দেশ্যে চকু মুদাৰ লগে লগে শিৱ-দুৰ্গা-কালী-কৃষ্ণ আদি সকলো আহি (এই সকলৰ মই দেখা মূৰ্ত্তি) মোৰ সেৱা লবলৈ হেতা ওপৰা লগালো। এজনক সেৱা কৰিলে এজন বিতুষ্ট হয়। কাৰোবাক সেৱা নকৰিলে হয়তো তেওঁক অপমান কৰা হব। এক দেৱ দেৱীক অসন্মান কৰিলে সকলো দেৱ দেৱীকেই অসন্মান কৰা হয় বুলি নিৰুপায় হৈ শেষত ৰাজহুৱা ভাবে সেৱা জনাই কলো—'মই তোমালোকক সেৱাকৈ মাতিছো। এয়ে মোৰ প্ৰাৰ্থনা'।

গীতা পঢ়িবলৈ ললো। আন ধৰ্ম্ম সম্বন্ধীয় কিতাপো পঢ়িলো। মন মোৰ বান্ধ খাইছিল। এদিন কি এটা কথাত জয়ন্তই গীতাকে আদি কৰি সকলো ধৰ্ম্ম সম্বন্ধীয় কিতাপ পুৰি কলে—'পাপীয়েহে পাপৰ ভয়ত ঈশ্বৰৰ নামত হুলস্থুল কৰে। সন্ন্যাসী হবৰ মন গলে ঘৰত বহি ঘৰ সংসাৰলৈ পিঠি দি নহয় হিমালয়ৰ গুহাত বহি ধ্যান কৰিবগৈ লাগে।'

ক্ৰমাত মোৰ স্বাস্থ্য আৰু বেযালৈ অহাত কিছুদিনৰ বাবে জয়ন্ত বাহিৰলৈ যোৱা সুবিধা লৈ এদিন গুচি আহিলো। জয়াক আৰু কোনোদিন নেদেখিম বুলি বিচলিত হৈছিলো। জয়া মোৰ সতিনীৰ সন্তান এই ভাব মনলৈ নাহে। আহিলেও তাইৰ প্ৰতি থকা মনৰ তানত কোনো বিপৰ্য্যয়ৰ সৃষ্টি নকৰে।

ঘৰত মোক দেখি অঞ্জুম নিকুমহঁতে অলপোৱেই ভাল নাপালে।

মোৰ নাম শুনি লাগুটিত ভৰ দি ৰৰপিতাই ওলাই আহিল। মোৰ কালে চাই থাকি কলে—"এয়া তোৰ কি হল?" মই 'ৰৰপিতাই' বুলি সক ছোৱালীৰ দৰে ফেকুৰি কান্দি দিয়াত ৰৰপিতায়ে কলে—"নাকান্দ আই। মই জানিছো তই কান্দিবলৈকে আহিছ। গোটেই জীৱনটো কান্দিবলৈ পৰি আছে"।

জীৱনৰ মধুছন্দৰে ভৰা জীৱন য'ত কটাই গৈছিলো আজি শূন্য পুৰি। অতীতৰ স্মৃতিত মন হাহাঁকাৰ কৰি উঠিল। মিছাই গোপনে গোপনে মই মালা গাঁথিছিলো। মালাৰ সূতা চিগিল। এই ছিন্ন সূতা কাহানিও যোৰা নালাগে।

হাত ভৰি ধুবলৈ গৈ বহুত সময় পুখুৰীৰ দলঙত বহি থাকিলো। এই পুখুৰীত মৈদাৰ টোপ লগাই কত দিন দেৱজিতে মযে বৰশি বাইছিলো।

চাহ খাবলৈ পাক ঘৰত সোমাই পিৰা এখনত মনে মনে বহি থাকিলো। এই ডোখৰতে মায়ে বহি (যদিও পাক ঘৰটো নতুনকৈ সাজিলে) বকি থাকে। দেউতাক মনত আঘাত লগাকৈ কথা কৈ মায়ে যেন শান্তি বিচাৰে। কেতিয়াবা মই তেনেকৈ বহি থকাৰ প্ৰতিবাদ কৰিলে সকলো খং আক্ৰোশৰ পোটক মোৰ ওপৰত তোলে। এনেয়েও মায়ে কি এক অজান আক্ৰোশৰ মোৰ ওপৰত পোটক তুলিবলৈ বিচাৰি ফুৰে। পেহীৰ বিয়াৰ পাচৰ পৰা মা মোৰ দোষ খোচৰাত ব্যস্ত হৈ থকা হ'ল। আৰু অকণমান ইফাল সিফাল হলে সুবিধা বুজি ভালকৈ এপালি দিয়েও।

সেযা কিমান দিনৰ কথা। দিন মাহ বছৰৰ হিচাপ ভুল হৈ গল। নিদাৰুণ দুঃসহ অপমানৰ জ্বালাত সময় লেখ-জোখৰ জ্ঞানটোও শেষ হল। বছৰ দিন বাৰ মাহ লেখা ই যেন নিষ্প্ৰয়োজন। কি শুভ ক্ষণৰ বাবে বহি বহি দিন গুণি থাকিম।

শুভাই মেট্ৰিক দিব। তাই পঢ়াত ব্যস্ত হৈ পৰিছে। এনিশা তাই পঢ়ি থাকোঁতে মই লাহেকৈ বিছনাৰ পৰা উঠি আহিলো আৰু তাইক কলো 'পৰীক্ষা কেতিয়ালৈ? তাই সুধিলে 'কিয?' মই

কলো 'ময়ো পৰীক্ষা দিম'। ঠিক সেয়ে হ'ল। তিনিমাহ দিনে নিশাই পটি পৰীক্ষা দিলো—খবৰ ওলাল। তৃতীয় বিভাগত হলেও পাছ কৰি নিজেই আচৰিত হলো—কেনেকৈনো পাছ কৰিলো বুলি।

অঞ্জুমৰ পত্নীক আহিযেই মোৰ চেইনদালকে উপহাৰ স্বৰূপে দিছিলো। মাথোন মোৰ হাতত তেতিয়া এটা আঙুঠি আৰু এযোৰ বালা থাকিল। এদিন সেই দুপদ অলঙ্কাৰো উলিয়াই দিলো - সেই দিনা পুৱা বিছনা এৰি উঠি গৈ শুনিছোগৈ তেওঁ অঞ্জুমক কৈছে—'দুটাকৈ পেট বাঢ়িছে। ল'ৰাটোৱে খাই জানো কম-গাল। খৰছ বাঢ়িবই।'

মাজতে এবাৰ ভিনদেউ আহিছিল। তেওঁৰ কথা আৰু মুখ দেখি এনে লাগিল মোৰ অৱস্থাৰ বাবে তেওঁ যেন সুখী। চল চাই কলেও— তুমি ডাইভোৰ্চ কৰা। তোমাক আগতে পোৱাহলে মই তোমাকহে বিয়া কৰালোহেতেন। এতিয়াও থাকিবা আৰু বাইদেউৰ লগত থকা বুলি। বহুতেতো বাই-ভনী দুজনা বিয়া কৰায়। নকৰাই জানো?" তেওঁৰ এই কথা শুনি মই তেওঁক দাঁত কৰচি কৈছিলো—'কলা কুকুৰ। প্ৰথমৰে পৰা তোৰ চকু মোৰ ওপৰত। তই মোক পাম বুলি নাভাবিবি। তাতোকৈ বুকুত চুৰি বহুৱাই মৰিম।

ইয়াৰ কেইদিন মানৰ পাচত অঞ্জুমৰ পত্নীয়ে অঞ্জুমক কোৱা শুনিলো—"ভিনদেউৱেও কৈছে এওঁৰ চৰিত্ৰৰ কথা। তেখেত বোলে আৰু দুদিনমান থাকিলহেঁতেন কিন্তু এওঁৰ পৰা থাকিব নোৱাৰিলে। ছিঃ মুখতে ওলাব খোজা নাছিল তেখেতৰ—নিশাবোলে তোমালোকৰ প্ৰখ্যাত বাইদেউ জনী তেখেতৰ ওচৰলৈ উঠি গৈছিল। এওঁক ইয়াত তুমি যদি থাকিবলৈ দিয়া তেন্তে তেওঁ থাকক মই ঘৰলৈ গুচি যাওঁ। এওঁৰ চৰিত্ৰৰ কথা নাজানে কোনে? এইখন গৃহ সংসাৰ। শুভাইঁতৰ ভবিষ্যতৰ কথা ভবা উচিত।'

সেই দিনা নিশা নিকুম অঞ্জুম দুয়োটাই খোলা-খুলি ভাবেই মোক কলে—"তোৰ উৎপাত বহুত সহিলো। আৰু নহব। এইখন তোৰ ঘৰ নহয়। ইয়াত এইবোৰ নচলিব। কালিলৈ পুৱালৈকেহে তোক থাকিবলৈ দিছো। বুজিলি?"

এইবাৰ আহি পেহীৰ ঘৰ ওলালোহি। পেহীক মই একো নজনাই এমাহ মান থাকিম বুলি কৈ তলে তলে মাখোন কিবা কাম কাজ এটা পাওঁনেকি বিচাৰ লগালো। খবৰ কাগজত কিবা কামৰ সন্ধান পাওঁনেকি প্ৰতিদিন বৰ আগ্ৰহেৰে চাওঁ।

পেহীয়ে এদিন মোক কলে—'শেষত যে তোৰ এনে হব জানিছিলো। এনেকৈ ইঠাই সিঠাই কৈ বাগৰি ফুৰি জীৱন কটাবিনে? ইযাত বা প্ৰতিভাৰ তাত এঠাইত থাকি আকৌ পঢ়া শুনাকে আৰম্ভ কৰ।'

মোৰ স্বাস্থ্য ক্ৰমাত আৰু বেয়া হৈ আহিল। সদায় মূৰ বিষায়। নিশা টোপনি নাহে। মানুহৰ মাত কথা হাঁহি তামচাত খং উঠে। অকাৰণতো এই দৰে খং উঠাত কেতিয়াবা নিশ্চয় পাগল হৈ যাম বুলি ভয় খাওঁ। মানুহৰ আগত নোলাওঁ। এঠাইত মনে মনে বহি থাকো। মাত মাতিবৰ মন নাযায। মদ খোবাও বন্ধ হল। মোৰ চিন্তা হল কেনেকৈ অকণমান এনিশা খাই স্বপ্নহীন নিদ্ৰাত শুব পাৰো।

পেহীক টকা পইছা খুজিবও নোৱাৰো। সেযে এইবাৰ আহি প্ৰতিভাৰ ঘৰ ওলালোহি। 'সেই নৰকলৈ আৰু ঘূৰি যাবৰ মন নাই' বুলি প্ৰতিভাক সকলো খুলি কলো। মই মাৰ খোৱা আৰু মদ খোৱা এই দুটা কথা কোৱা নাছিলো যদিও তাই এই কথা জানে। মোক সুধিছিল—"হযনে আভাবা তুমি বোলে চৌবিশ ঘণ্টা মদতে থাকা। প্ৰায় নিশা বোলে ঘৰতে নাথাকা? ডাঙৰ ভিনদেউৱে সিদিনা এখেতৰ আগত কৈছে। সেইবাবেহে বোলে ভিনদেউৱে তোমাক মাৰ-ধৰ কৰে।"

গৌৰাঙ্গই প্ৰতিভাৰ হতুৱাই কোৱালে—জযন্তই কেতিয়াবা বিচাৰি আহিলেও মই যাতে ঘূৰি নাযাওঁ। জীযাই থাকিবলৈ এটি সুস্থ পৰিবেশৰ প্ৰয়োজন। সন্তানৰ ভবিষ্যতৰ কথা ভাবিব লগীয়া কথা। শিশুৰ চৰিত্ৰ গঠনত আৰ্হিতকৈ আদৰ্শৰহে বেচি প্ৰযোজন। সন্তান তাতে থাকক আৰু মই কোনো এটা হোষ্টেলত থাকি পঢ়া-শুনা আৰম্ভ

কৰি এম, এ ডিগ্ৰী লব লাগিব। নিজৰ ভৰিত নিজে থিয় দিব পৰা হ'লে—কোনো ভয়-চিন্তা নাই।

গৌৰাঙ্গই আৰু এটা কথা জনালে জয়াৰ মাক মৰা নাই। জয়াৰ মাকৰ ঘৰ খিলঙত। সাতটা ককাইৰ তলত এজনী ছোৱালী। জয়ন্তই পত্নীৰ ওপৰত অত্যাচাৰ কৰে বুলি শুনি বৰ ককাযেক আহি কলেহি-- 'ওলা। আমি সাতটা ককাযে তইঁত মাক-জীযেক প্ৰাণী দুটা পুহিব পাৰিম'। ককাযেকৰ এই কথালৈকে যেন বাট চাই আছিল। জয়ন্তই দৃঢ় স্বৰেৰে কলে—"সুদা হাতে আহিছিলি সুদা হাতে যা জয়াক নিব খুজিলে তাইকে কাটি দুডোখৰ কৰিম। এডোখৰহে তই পাবি।"

ভয়তে জয়াৰ মাকে জয়াক মাটিত নমাই থৈ সুদাহাতে ককাযেকৰ লগত ওলাই গৈছিল। জয়া ডাঙৰ হলত মাক মৰিল বুলি কলে। আন আন মানুহকো মাকৰ ঘৰলৈ যাওঁতে জয়াৰ মাক মৰিল বুলি কলে।

জয়াৰ মাক মৰা নাই বুলি শুনি মই আনন্দিত হলো। ভাবিলো গা-টো ভাল পালেই জয়াৰ মাকক লগ ধৰিমগৈ। কিবা উপায়েৰে সেই নৰকৰ পৰা ছোৱালী জনী উদ্ধাৰ কৰি আনিবলৈ কব লাগিব।

প্ৰতিভাই নাম থকা ডাক্তৰ এজনক মতাই পঠালে "আগতে তুমি শৰীৰটো ভাল কৰি লোৱা" বুলি। ডাক্তৰে মোৰ তেনে একো ৰোগ নাপালে। মাথোন ভিটামিন আৰু আইৰণ টনিক খাবলৈ দিলে। মানসিক দুঃচিন্তাৰ বাবে বোলে মূৰৰ বিষ আৰু টোপনি নহা দুযোটা হৈছে।

মোৰ প্ৰয়োজনীয় বস্তু এটা কিনিব লাগিছিল বুলি প্ৰতিভাৰ পৰা টকা এশ ললো। নিজে গৈ একেলগে কেইবা বটলো ব্ৰাণ্ডি কিনিলো গৈ। দোকানীজনে বটল উলিয়াই দিওঁতে মোৰ মুখলৈ চোৱা দেখি কলো—'মানে পাৰ্টি দিম'। এনেকৈ কৈ মনতে নিজকে কলো— খালোৱেই বা, এওঁনো মোৰ কাণ দুখন কাটিবনে? কিহে পাইছিল কি কৰো নকৰো কবলৈ।

প্ৰতিভাৰ ঘৰত থাকোঁতে এদিন এজন ভদ্ৰলোকে তেওঁৰ ছবিৰ

বাবে মোক বিচাৰি আহিল। শূন্যপাত্র যেন ভৰি পৰিব খুজিল। মানুহজনৰ কলমটো লৈ কণ্ট্ৰেক্টত চহী কৰি দিলো।

মোৰ দ্বিতীয় মুক্তিৰ পাচত মোৰ খ্যাতি আৰু বাঢ়িল। কাগজ আলোচনীয়ে মোৰ অভিনয়ৰ উচ্চ প্ৰশংসা কৰিলে। মানুহে আকৌ এবাৰ মোৰ আলোচনা কৰিবলৈ পোৱাত সুখী হল। মই স্বামী পৰিত্যক্তা নষ্ট চৰিত্ৰৰ নাৰী যে এই কথা জনা-জনে নজনা জনক কলে।

ভাবিছিলো বাচি থকাৰ অবলম্বন পাইছো। ইয়াতেই মুঠি মুঠি জীৱন প্ৰাচুৰ্য্য পাম—সাৰ্থক শিল্পী হৈ। অন্ধকাৰ কাৰাগাৰলৈ দুখৰ অমানিশা ভেদ কৰি পোহৰৰ ইঙ্গিত আহিছে যেন। কিন্তু এই ছবিৰ কাম শেষ হোৱাৰ পাচত আকৌ সেই লক্ষ্যহীন জীৱন যাত্ৰা। নিবিড় চিন্তাৰ ক'লা ছাঁহে মোৰ পৃথিৱী ঢাকি পেলালে।

মোৰ জনপ্ৰিয়তাযে মোক আকৌ এবাৰ আঘাত কৰিলে। কোনে মোৰ প্ৰশংসাত গৰ্ব বোধ কৰিব বুলি মোৰ হতাশাৰ গধুৰ নিশ্বাস পৰিল। এক দুৰ্ব্বল মুহূৰ্ত্তত জয়ন্তলৈ চিঠি লিখিলো। ইযাৰ চতুৰ্থ দিনা জয়ন্ত আহি উপস্থিত হৈ কলে—"বলা।" মই যেন কথাষাৰ শুনিবলৈ ৰ বৈ আছিলো।

* * *

কেইদিনমান ভালেৰে গল। জয়ন্তৰ মুখে শুনিছিলো ডা বৰুৱা প্ৰায়েই আহে। সেয়ে মই আশা কৰিব পাৰিছিলো জয়ন্ত ৰোগ মুক্ত হল বুলি আশা কৰিলো মিছা অত্যাচাৰে আৰু হয়তো জীৱন বিষাক্ত নকৰিব।

কিন্তু—?

এদিন জয়ন্তই কঠোৰ স্বৰে মোক প্ৰশ্ন কৰিলে – 'মোৰ ঘৰ কাক চমজাই গৈছিলি? মোৰ লাখ টকাৰ সম্পত্তি হেৰাল। ক্ৰোধৰ মাত্ৰা ঘপহকৈ কেইকাঠি মান বঢাই কলে—'তোক মাতাল উন্মাদিনী বুলি কোনে নাজানে। নাভাবিবি তোক মই এইদৰে পৃথিৱী ভ্ৰমি

ফুৰিবলৈ এৰি দিম বুলি। মই কিবা কবলৈ মুখ মেলিছিলো মাত্র— ঠিক সেই মুহূৰ্ত্ততে মোৰ চুলিত ধৰি তেওঁ মোৰ মুখত এনে এটা ঘোচা মাৰিলে সেই ঘোচাত মই লুট খাই পৰিলো। হোলোকা হোলোকে মুখেদি তেজ ওলাবলৈ ধৰিলে। তেজ দেখি মই অদ্ভুত তৃপ্তি অনুভব কৰি পাগলৰ দৰে হাঁহি দিলোঁ। হাঁহি হাঁহি কলো—"মই তোমাৰ বুকুত মানিক থকাৰ ৰশ্মি দেখিছিলো তোমাৰ চকুত।' আকৌ সেই হাঁহি।

"পাগলীৰ ছ, নেদেখুৱাবি বান্দৰী' বুলি ওচৰতে পাই সন্ধানৰ সক চাটিটো লৈ খেদা মাৰি আহিল আৰু মোৰ মুখে মুৰে তেওঁ খুচিবলৈ ধৰিলে। এবাৰ মই 'চকুটো গল' বুলি আৰ্ত্তনাদ কৰি বাগৰি পৰিলো। তাৰ পাচত পৰাৰ পৰা উঠি খোচ খোৱা চকুটো হাতেৰে হেচি ধৰি খিড়িকীৰ ফালে দৌৰ মাৰিলো। খিড়িকীৰ লোৰ শলাই এইফালে পথ নাই বুলি বাধা দিলে। দুৱাৰৰ ফালে লৰ মাৰিলো—দুৱাৰ মুখত জয়ন্ত বাধা হৈ থিয় হল। 'হে প্ৰভু' বুলি মই পকা মজিযাত বহি পৰিলো, তাৰ পাচত লাহেকৈ দীঘল দি পৰিলো। ধীৰে ধীৰে মই পাতল হৈ আহিলো। কি যেন এক ধৰণৰ তন্দ্ৰায়ে আহি মোক হেচি ধৰিলেহি। মোৰ মুখেদি ওলোৱা তেজ বন্ধ হোৱা নাছিল। চকুৰেদি কিন্তু সিমান তেজ যোৱা নাছিল। কঁপি কঁপি মোৰ দীৰ্ঘ নিশ্বাস পৰিছিল। কিমান সময় মই তেনেকৈ পৰি থাকিলো গম নাপালো। চকু মেলি দেখো দুখপোৱা চকুটোত আৰু নাক মুখত তেজ ব'বৰ বাবেইনে কি—চম্পাই তিতা গামোচা দি বিচনী এখন লৈ বিচি আছে। মোৰ সমুখৰ খিড়িকী খনেদি সন্ধানে অপলক নেত্ৰে মোলৈ চাই আছে। সি যেন নিশ্চল এটা শিলা মূৰ্ত্তিহে। তাৰ বহল চকু কেইটা ৰঙা আৰু ফুলা। শেতা গাল দুখন চকুৰ পানীৰে তিতা। তেতিয়াও টপ্ টপ্কৈ চকুলো সৰিয়েই আছে। অবিশ্ৰাম দীৰ্ঘ সময় চকুলো সৰি থকাত তাৰ বক্ষ তিতি গৈছে। ক্ষত বিক্ষত হৃদয়ৰ কথা দেখি বুজি মই মোৰ দেহৰ যন্ত্ৰণা পাহৰি গলো। হৃদয়ৰ যন্ত্ৰণা প্ৰবলৰ পৰা প্ৰবলতৰলৈ উঠি গ'ল।

মোৰ যেন বিশেষ একো হোৱা নাই এই কথা সন্ধানক বুজাবলৈ মই থিয় হলো। সন্ধানক ওচৰলৈ মাতি গালে মুখে হাত ফুৰাই কলো 'মই নমৰো সোণ। বৰ বেচি দুখ পোৱা নাই। মোৰ বহুত বেচি তেজ বাবেহে তেজ ওলাইছে—ভয় নাখাবি।'

চম্পাৰ পিঠিত হাত থৈ কলো—'চম্পা তই মোৰ সোণটোক চাবি। চকুটোৰ বাবে মই দুদিনমান হাস্পাতালত থাকিব লাগিব পাৰে। ইযাক তই তোৰ লগত শুৱাবি। আৰু এটা কথা মন কৰিবি সি ভোক পিয়াহ লাগিলেও একো খুজি নাখায—আৰু গা বেয়া লাগিলেও মুখেৰে একো নকয।

* *

ডাক্তৰে দাঁতৰ বাবে পনীযা আহাৰৰ বাদে একো খাব নোৱাৰো বুলি কলে। চকুটো অপাৰেচন কৰি বেণ্ডেজ কৰি থলে। মোৰ আনটো চকুৰ দৃষ্টিৰ শক্তিও ক্ৰমাত কমি আহিল।

হাস্পাতালত মানুহবোৰে মোক চাব লগীযা বস্তু চাবলৈ অহাৰ দৰে চাবলৈ আহিবলৈ ধৰিলে। মই আনৰ দৃষ্টিৰ আঁৰত থাকিবলৈ মূৰে গাযে কাপোৰ এখন লৈ টোপনিৰ ভাও ধৰি শুই থাকো। সন্ধানৰ বাবে মনটো হাহাঁকাৰ কৰি উঠিলে মনতে ভগৱানৰ নাম লওঁ। অস্ফুট কণ্ঠে কওঁ—ভগৱান মোৰ ল'ৰাটো তোমাক দিছো। তুমি তাক চাবা। সি একো দোষ কৰা নাই। নিস্পাপ শিশু।

অদ্ভুত মন মোৰ। এই অপমৃত্যু এই পৰাজযক মই অতি সহজ ভাবে মানি লব পাৰিলো। মই মোৰ শিৰত যেন অদৃশ্য কাৰে কৰস্পৰ্শ অনুভব কৰিলো। কোনোবাই যেন অস্ফুৰস্তু সুৰৰে কৈ আছে। তই যি পালি এযা স্বামীৰ দান। স্বামীতকৈ ডাঙৰ সম্পৰ্ক নাৰীৰ বাবে কোনো নাই। স্বামী স্ত্ৰীৰ সম্বন্ধ হাতত লগা চিঞাহীৰ ৰং নহয। চাবোনেৰে ধুলে ই চাফা নহয়।

মনৰ দুঃসহ বেদনা ধীৰে ধীৰে আতৰি গল। মনৰ অতলৰ পৰা

কাৰ যেন মাত শুনিবলৈ পালো—সময় হল। দুখক তই জয় কৰিলি। এই দুখ লাঞ্ছনা যন্ত্ৰণা অপবাদ অপমান যাৰ পৰা পালি সিজনকেই তই ক্ষমা কৰিলি। এইবোৰ এ'কাৰেই তোৰ অন্তৰ স্পৰ্শ নকৰিলে।

সংসাৰৰ প্ৰতি মোৰ প্ৰচণ্ড নিৰাসক্তি হৈ আহিল। মৰণক জয় কৰি আহি মই মনে মনে বিজয় গৌৰৱ অনুভৱ কৰিলো। স্বামীৰ হাতত মৃত্যু হব বুলি জানিও মই স্বামীৰ ওচৰৰ পৰা অৰ্থাৎ মৰণৰ ভয়ত মহ পলোৱা নাছিলো। বোধহয় এই গৰ্ব মোৰ।

চুম্বকে লো আকৰ্ষণ কৰাৰ দৰে এক আত্মাই এক আত্মাক টানি আকৰ্ষণ কৰি অভিন্ন আত্মা হয়। স্বৰ্গ নামৰ প্ৰেমতহে থাকে সেই শক্তি। সেই প্ৰেমত মানুহ পৱিত্ৰ হয়। পুণ্যৱান পুণ্যৱতী হয়। আকৌ মই অনুভৱ কৰিলো মোৰ জীৱনত দেৱজিত অবিচ্ছেদ্যভা'ব বন্ধা আছে।

দেৱজিতলৈ মনত পৰিল। তেওঁ বিয়া নকৰোৱা বাবে সকলো'ৰ প্ৰশ্ন—কিয় বিয়া নকৰায়। তেওঁ কয়—মনৰ পছন্দৰ তেওঁ ছোৱালী দেখা বা পোৱা নাই। ইযো এটা উত্তৰ হলনে। এই পৃথিৱীত ভৰি আছে বিভিন্ন স্বভাৱ চৰিত্ৰৰ ৰূপৱতী গুণৱতী কত নাৰী। তাৰ ভিতৰত মনৰ পছন্দৰ ছোৱালী এজনী পোৱা নাই। ল'ৰা কালৰ পৰা—কবলৈ গলে জন্মৰ পৰাই একে লগে ডাঙৰ হৈছো। মা'যে 'তহঁতৰ বৰককাযেৰ' বুলি কৈ থাকিলেও এসময়ত ভাল লাগিছিল তেওঁ আমাৰ বৰ ককাই নহয় বাবে। তেওঁকতো মোৰ অদেয় একো নাছিল। কিন্তু কোনোদিন তেওঁ সেই সুবিধা লবলৈ বিচৰা নাছিল। মোৰ জীৱনত কোনো গ্লানিৰ কাৰণ তেওঁ ঘটোৱা নাছিল। সে'য়ে মোৰ মনত তেওঁৰ আসন অক্ষয় হৈ আছে। পৱিত্ৰ বেদনাবিধুৰ চিত্ত'ৰ এই খালী আসন বুকুত লৈ গৈ পৰ'লোকত তেওঁক আকৌ লগ পামগৈ। আমাৰ মন—আমাৰ আশা—আমাৰ আত্মা—এইবোৰৰ'ো আৰু মৰণ নাই।

সৌন্দৰ্য্য পিপাসিত প্ৰাণৰ মোৰ বৰ শোচনীয় ভাবে পৰাজয় হল (? স্বামী সুদৰ্শন হোৱা মই বিচাৰিছিলো। জয়ন্ত সুদৰ্শন।

জয়ন্তয়েও মই দেখাত ভাল বুলিয়েই বিয়া কৰাইছিল। এই সৌন্দৰ্য্যৰ মাধ্যমৰো আমি আমাৰ সম্পৰ্ক নিবিড় কৰিব নোৱাৰিলো। আত্মা অভিন্ন কৰিব নোৱাৰিলো। এজন আনজনৰ পৰা সদায় দূৰে দূৰেই থাকিলো।

মই হাস্পাতালত থকা গম পোৱা মাত্ৰকে প্ৰতিভা লৰি আহিল। 'শেষত তুমি চকুটোও হেৰুৱালা' বুলি তাই কান্দি দিলে। মই হাঁহি তাইৰ গাল-মুখত হাত বুলাই দি কলো—'মোৰ বাবে ই আনন্দৰ কথা হৈছে। এই চকু যোৱা বাবে মোৰ আন এটা চকু খোল খাইছে। তাৰে মই সঁচাবোৰ দেখিছো। জান প্ৰতিভা—ইমান দিনে সঁচা বুলি ভাবি অহাবোৰ সকলো মিছা। পৃথিৱীত বহুত কিবা থকা বুলি জানিছিলো। বহুত ৰং দেখিছিলো। পৃথিৱীত একো নাই। মৰুভূমি আৰু মৰীচিকা মাথোন। আমি লৰিবলৈকে আহিছিলো। পোহৰৰ পম খেদি মানুহ লৰি আছে বাবেই মানুহ জাতি জীযাই আছে। বুজিলি ?" কৈ মই আকৌ অকণমান হাঁহিলো। প্ৰতিভাই দীৰ্ঘ নিশ্বাস এৰি কলে—'চিৰদিন তুমি মোৰ ওচৰত অবুজ হৈ থাকিলা। তুমি কোৱা কথাবোৰ মই লগে লগে একো নুবুজো।'

গৌৰাঙ্গ ওচৰতে আছিল। মই তেওঁৰ ফালে চালো—দেখিলো তেওঁ আনমনা হৈ পৰিছে। অলপ বৈ তেওঁ বাৰান্দালৈ ওলাই গল। অলপ পাচত আকৌ সোমাই আহি কলে –"এইবোৰ সকলো আপুনি খুজি লৈছে পৃথিৱীৰ পৰা। এনেকৈ আপুনি যেন কাৰ ওপৰত প্ৰতিশোধ লৈছে। মই নকৈছিলো সি হাজাৰো শপত খাওঁক—শপত ৰক্ষা কৰা শক্তি তাৰ নাই। তাৰ লগত গুচি অহাই ভুল হল।" আৰু কিবা কব খুজিছিল কিন্তু মোৰ ওচৰত আহি ডাঃ বৰুৱা থিয় হোৱা দেখি গৌৰাঙ্গ মনে মনে থাকিল। ডাক্তৰ বৰুৱাই কলে—"কেনে আছে—?" মই কলো –

'কেনে আছে মানে—। মইতো ঠিকেই আছো। মাথোন কেনে যে লাগে—। মাজে মাজে মানুহবোৰ দেখি হাঁহি উঠিব খোজে। যিবোৰ মানুহৰ জীয়াই থকাৰ উৎসাহ আছে। জীয়াই থাকিবৰ বাবে

যুদ্ধ কৰে, অন্ন নাই, বস্ত্র নাই স্বাস্থ্য নাই, ভিক্ষা মাগে জীয়াই থাকিবলৈ ইমান হেপাহ কিয ? খং উঠি যায় কেতিয়াবা এনে মানুহৰ ওপৰত। তেনেকৈ হয়তো মোক দেখি শুনি আপোনাৰো খং উঠে—হাঁহি উঠে নহয়নে ? কিন্তু সেইদৰে ভাবিলে আপোনাৰ ভুল হব। মই জীৱনক উপভোগ কৰিছিলো—মোৰ কাহানিও কোনো দুখ হোৱা নাছিল। মযো নাপালো। তাৰ মানে কোনো দিন জ্ঞানে বা অজ্ঞানে মই প্ৰতিশোধ প্ৰতিহিংসাৰ ভাব মনলৈ অনা নাছিলো। আপুনি মোৰ চকুলৈ চাওঁক চোন ডা বৰুৱা" মই কলো। মোৰ এটা চকু বন্ধা আৰু আনটো চকু খোলা। মোৰ কথা শুনি ডাঃ বৰুৱা অবাক হৈ মোৰ চকুলৈ চালে। মই কলো—"মই বৰ সং আছিলো ডাঃ বৰুৱা। মই বৰ সং।" তাৰ পাচত লাহেকৈ কলো—অৰ্থাৎ তেতিযাও ডাক্তৰ বৰুৱাই মোৰ চকুলৈ চাই থকাত কলো - 'এতিযা চকু ঘূৰাব পাৰো।'

সেই দিনা পাচ বেলা প্ৰতিভাৰ মুখে শুনিলো ডাঃ বৰুৱাই বোলে গৌৰাঙ্গক কৈছিল—মোৰ ওপৰত সতৰ্ক দৃষ্টি ৰাখিবলৈ। মোৰ বোলে আন এটা ৰোগে দেখা দিছে। প্ৰতিভাৰ কথা শুনি মই হাঁহি দিছিলো। মই হাঁহি হাহি কৈছিলো এই পৃথিৱীখন হল পাগলখানা ইয়াত সকলো মানুহ অসুস্থ। কেতিযাবা কোনোবা যদি সুস্থ হয়—অসুস্থ মানুহবোৰে সেইজনক অসুস্থ হোৱা বুলি ভাবে। মোৰ কথা শুনি তাই তাইৰ বহল চকুযোৰ সম্পূৰ্ণ ভাবে মেলি মোৰ মুখলৈ অবাক হৈ চাই থাকি কলে—"মই একো নুবুজিলো—তেখেতেও তোমাক এই কথা কবলৈ মানা কৰিছিল।"

পাচদিনা পেহী আৰু পেহা গুলালহি। মোক লৈ সকলো ব্যস্ত হৈ পৰিল। মই জেনেৰেল ৱাৰ্ডত থকা বাবে পেইং কেবিনৰ খবৰ কৰিলে। প্ৰতিভাই সন্ধানক মোৰ ওচৰলৈ লৈ আহিছিল। সি খীনালে বুলি শুনি, কিমান খীনালে মই তাক চুই চালো। মই যে আনটো চকুৰ দৃষ্টি শক্তিও ক্ৰমাত হেৰুৱাইছো এই কথা মই কাকো জনোৱা নাছিলো। আনকি ডাক্তৰকো। মই সন্ধানৰ মুখখন স্পষ্ট

ভাবে নেদেখি যেন ভালেই পাইছিলো। তাৰ বিষণ্ণ মুখখনে মোৰ হৃদয় মোচঢ় দিয়ে। পৃথিৱীৰ আন কোনো দুখৰ লগত এই দুখৰ তুলনা নহয়। আন কোনো দুখ ইমান শক্তিমন্ত হব নোৱাৰে মোৰ বাবে।

সি যাবৰ সময়ত মোৰ বাবে নকন্দাত মোৰ অন্তৰত লাগিছিল। মোৰ ভাব হৈছিল—মোৰ বাবে তাৰ হৃদয়ে অকণো হাঁহাকাৰ কৰা নাই। কিয়ই বা কৰিব? তাৰ শিৰাই শিৰাই প্ৰবাহিত জয়ন্তৰ হিংস্ৰ বীজ মিশ্ৰিত তেজ। মনতে মই কলো ই হব জয়ন্তৰ দ্বিতীয় সংস্কৰণ। তাতোকৈ তই মৰ। এনে কঢ় কথা কোৱা বাবেও অন্তৰত ঢক্ কৈ লাগিল। লগে লগে ভয়ে ভয়ে আকৌ কলো—'তোৰ তেজত মিহলি হৈ থকা অসত্য আৰু পাশবিকতাৰ মৃত্যু হওক।

গৌৰাঙ্গ বা প্ৰতিভা কোনোবা নহয় কোনোবা দিনে নিশাই সৰ্ব্বক্ষণ মোৰ কাষত থকাত—মোৰ এনে লাগে যেন সিহঁতে মোক পহৰা দিছে। এদিন গৌৰাঙ্গ-প্ৰতিভা দুয়ো একেলগে থকা অৱস্থাত গৌৰাঙ্গক উদ্দেশ্য কৰি প্ৰতিভাক কলো—তহঁতে যি সন্দেহ কৰিছ—সেয়া সত্য নহয়। মুক্তি মই বিচৰা নাই। বিচাৰিলেও নাপাওঁ। অলপ বৈ কলো মোৰ একো কথা নুবুজিলেও সহজে তই মোৰ এষাৰ কথা অন্ততঃ বুজিবি—মই যে সন্তানৰ মাতৃ মোৰ যে এখন মাতৃ হিয়া আছে নিশ্চয় বুজিছ। যিখন হিয়াৰে মই সতিনী কন্যাকো নিজৰ বুলি সাৱটি লব পাৰিছো।

নিজৰ বাবে সন্তান ত্যাগ কৰা মাতৃক কোনেও শ্ৰদ্ধা ভাবে নাচায়। সন্তানৰ বাবে সকলো ত্যাগ কৰা মাতৃৰ বাবেহে লোকে শ্ৰদ্ধাৰ শৰাই আগবঢ়ায়। সন্ধানৰ বাবে মই সকলো কৰিম প্ৰতিভা—মই সকলো কৰিম—লাহে লাহে মই কৈ গলো—জীয়াই থকা ধৰ্ম্ম। মই জীয়াই থকাৰ চেষ্টা কৰিম। আনন্দৰ নাম জীৱন। জীৱন মই বিচৰা নাছিলো—এতিয়া বিচাৰিম। সেই আনন্দৰে মই সন্ধানক আনন্দৰে জীয়াই ৰাখিম। এইবাৰ দেউতাকে কৈছে—'তাক লৈ আৰু এখোজো ওলাব নোৱাৰ। ওলাই যাবৰ মন যায় ওলাই যাবি অকলৈ'।

তাক বচাবৰ বাবেই যদি মই জীয়াই থাকিব লাগে—তেন্তে তাক বচাবৰ বাবেই মই আইনৰ সহায় লম। এনেয়েও সি চাৰি বছৰীয়া শিশু। তাতে অনাচাৰ ব্যভিচাৰ অত্যাচাৰৰ মাজতে—এইবোৰকে দেখি শুনি শিশু ডাঙৰ হলে সি যে সময়ত মানুহ নহৈ অমানুহহে হব। সেই কথা জানো আইন লিখা পণ্ডিত সকলে নজনা কথা? আইন অমানুহক মানুহ কৰিবৰ বাবেহে।

তেওঁ মোক প্ৰতিহিংসাৰে অসতী আখ্যা দি ল'ৰা টনা-টনি কৰিব পাৰে। কিন্তু মোৰ জীৱনত আঙুলিয়াই দেখুৱাব পৰা স্পষ্ট দাগ নাই। প্ৰতিভা তই সন্ধানক তহঁতৰ ঘৰলৈ লৈ যা। হাস্পাতালৰ পৰা বাহিৰে বাহিৰে মই তালৈকে যাম।

*　　　*　　　*

ভাব চিন্তা সুখ-দুখ অনুতাপ অনুশোচনা, মনত বিন্দুমাত্ৰও একো নোহোৱা হৈ আছিল। গৌৰাঙ্গ প্ৰতিভাই মোৰ অভিনয় সোপাকে সচা বুলি ভাবি সন্ধানক লৈ গুচি গল।

ৰাতিপুৱা চকু মুদি বিছনাতে পৰি আছো। এসময়ত জামাদাৰনি আহিল—কোঠাটো সাৰি মচি গল। গামলাত পানী লৈ নাৰ্চ আহিল। মোৰ হাত মুখ পৰিষ্কাৰ কৰি দিলে। তাৰ পাচত আহিল ডাক্তৰ আৰু লগত নাৰ্চ। তেওঁলোক যোৱাৰ পাচত অলপ সময় নীৰৱে পৰি আছো- এনেতে শুনিবলৈ পালো মোৰ কাণে আগবাঢ়ি অহা কাৰোবাৰ পদধ্বনি। চেন্দেলৰ চটপ্ চটপ্ শব্দ। মই বৰ বিৰক্তি অনুভব কৰিলো। চকু মুদি পৰি থাকিলো কিন্তু হঠাৎ মোৰ ভাব হল আগন্তুক হাস্পাতালৰ আয়া বা আন কোনোবা হলে নিশ্চয়- মোক মাত দিলেহেঁতেন বা ইমান সময়ে ঘূৰি গলহেঁতেন। মই চকু মেলিলো। মোৰ অস্পষ্ট দৃষ্টিত ধৰে এটি দীৰ্ঘ দেহ। সাজ পোচাকলৈ মন কৰো—সাধাৰণ 'পেণ্ট চাৰ্ট'। ইতিমধ্যে মোৰ কপালত পৰিছিল—বাঞ্ছিত স্পৰ্শ। মই ভাবি অবাক হলো। মই এই স্পৰ্শত কিয় আনন্দ

উত্তেজনাৰে জপিযাই উঠিব নোৱাৰিলো। মই মাত দিলো—'দেবুদা তুমি—?' লগে লগে মই দীৰ্ঘ নিশ্বাস পৰা শব্দ শুনিবলৈ পাওঁ। তেওঁ মাত দিলে— "ভামনি ?"

তেওঁৰ এই মাতত ঠন্ঠন্কৈ আগে'যে মোৰ হৃদয় ভাগি যাব খোজে, এতিয়া এইসময়ত এই মাত মোৰ বাবে - সাধাৰণ হৈ পৰিল। মই নিজকে অস্ফুট স্বৰে কলো মোৰ বুকুখন ইস্পাতৰ হল দেখোন।

দেৱজিতে চকী এখন মোৰ বিছনাৰ ওচৰলৈ টানি আনি বহিলহি। মই কলো কেতিয়া আহিলা ?

"নিশাৰ মেইলত পালোহি। ইযালে অহা অলপ সময হল। সিছ্টাৰে গামলাত পানী লৈ অহা দেখি অলপ বাহিৰতে অপেক্ষা কৰোঁতে—ডাক্তৰ বৰুৱাক লগ পালো। তেখেতৰ লগত কথা হৈ থাকোঁতেই ইযাত ডাক্তৰ সোমাল। ডাক্তৰ ওলাই যোৱাৰ পাচত তোমাৰ ওচৰ পাইছোহি। তুমি কি বিছনাৰ পৰা উঠিবই নোৱাৰা নেকি ?"

"কিয ?"

"গামলাত পানী লৈ হাত মুখ ধুৱাই দিযাত কৈছো।"

"হযতো পাৰিম। নোৱাৰিবলৈ মোৰতো তেনে একো হোৱা নাই। কিন্তু মন নাযায।"

আকৌ দেৱজিতৰ দীৰ্ঘ নিশ্বাস পৰিল আৰু মই তাৰ শব্দ শুনিলো। মই মনে মনে থাকিলো। কি কথা হম হয়তো মই ভাবি পোৱা নাছিলো। দেৱজিতে কলে—"তুমি বৰ ক্লান্ত হৈ পৰিছা। এইদৰে তো নহব। তোমাক মই থমকি ৰৈ যাবলৈ নিদিওঁ। তোমাৰ অবচেতন মনৰ সিদ্ধান্ত তুমি মানি চলিলে—মোক হত্যা কৰা হব। ওৰে জীৱন নিজৰ কথা ভাবিলা। এইবাৰ মোৰ কথা ভাবা। মই তোমাক আৰু এৰি থৈ যাব নোৱাৰো।'

'সমাজত বাস কৰি সমাজৰ শাসনক অমান্য কৰিলেই সমাজে কলঙ্ক দিব। সেই কলঙ্ক লৈ কি সুখ পাবা দেবুদা ?'

'সুখ পাম। মৃত্যুমুখী এটা প্ৰাণক বচোৱা সুখ। জ্বলি থকা এটি

প্ৰাণক অকণি শান্তি দিয়া সুখ নিশ্চয় পাম। আৰু সমাজ?' কেনেকুৱা এটা গধুৰ গধুৰ ভাব লৈ দেৱজিতে লাহে লাহে কৈ গল তাকে কৰিবলৈ যাওঁতে সমাজে ছাঁই সানিব-সানক। সেই ছাঁইৰ কলা দাগ তেওঁলোকে দেখিব। মই উপলব্ধি কৰিম মোৰ হৃদয় শুভ্ৰ হৈ অহা। এতিযাতো মোৰ হৃদয় কেৱল অন্ধকাৰ।

সমাজে এদিন সকলো পাহৰিব। কোনেও তোমাক বা মোক অপবাদ দি অপমান ওৰেটো জীৱন নকৰে। শেষত তোমাক মোক সহজ ভাবে গ্ৰহণ কৰিব। কঠিন সমাজ—এনে উদাৰো।'

'মই ভাবি চাম'—বুলি মই লাহেকৈ কৈ, মনতে নিজক কলো—তেন্তে-?' 'ও ভাবি চাবা।' দেৱজিতে কলে—'দুস্কৃতি অন্যায় অসহায় দৰিদ্ৰতাৰ বিৰুদ্ধে যুজি সুন্দৰক সজাৰ ব্ৰত লৈ অহা মোৰ বুকু। তুমি নিশ্চয় মোক বুজি পোৱা।'

* * *

ক'ত কেনেকৈ কাৰ পৰা খবৰ পালে নাজানো। মোৰ *বৰ লবলৈ প্ৰশান্ত ওলালহি। তেওঁ কলে গোটেই জীৱন পৰি আছে। এনেকৈ মানুহ জীযাই থাকেনে। তুমি ডাইভোৰ্চ কৰা। এতিযাও তুমি কম ধুনীযা হৈ থকা নাই। তুমি আন কাৰোবাক বিযা কৰাব পাৰিবা। এনেকুৱাতো হৈযেই আছে।

"কিয অকলৈ জীৱন কটাব নোৱাৰিম নেকি?"

"তুমি এজনী পূৰ্ণ যুৱতী।"

'দেহত উত্তেজনা শিহৰণ উৎপত্তি হোৱাত সহায কৰে আমাৰ অজ্ঞাতে হলেও আমাৰ মনে। মনক বাদ দি দেহ অচল অসাৰ—গতিকে মোক আৰু এই অৰ্থত একো কথা নকবা। গোটেই মানুহ জাতিটোৰ প্ৰতি মোৰ আক্ৰোশ ভাব হৈছে। কিয নাজানো। গতিকে তোমাৰ এই পূৰ্ণ অপূৰ্ণ কথাবোৰ বৰ অৰ্থহীন।'

'মোৰ ওপৰতো?'

'উপায নাই। কাৰণ তুমিও মানুহ জাতিটোৰ ভিতৰৰে এজন মানুহ।'

'অৰণ্যত বাঘে হৰিণৰ ওপৰত জপিযাই পৰে। শিয়ালে শহা ধৰে। মানুহৰ অৰণ্যত মানুহ আৰু হিংস্ৰ। বলীয়ে সদায় দুৰ্ব্বলীক হত্যা কৰে।'

'তোমাৰ অভিমান এয়া?'

'নাজানো মোৰ এই ভাব অনুভূতিৰ নাম—অভিমান হবনে কিহৰ? মোৰ মনোবলত ঈশ্বৰে অফুৰন্ত শক্তি দি পঠাইছে। দৃঢ় ভাবে মই যি ভাবো তাকেই কৰিব পাৰো।'

চাবি নম্বৰ পেইং কেবিনৰ দুৱাৰখন প্ৰশান্তই বিশেষ এটা পৰীক্ষাৰ বাবে বন্ধ কৰি মোৰ ওচৰলৈ আহিল। মই কলো—ভিতৰ ফালৰ পৰা দুৱাৰক হুক মাৰিছা কিয। এইখন হাস্পাতাল। মোৰ কথাৰ উত্তৰ নিদি প্ৰশান্তই উন্মাদনাৰ চুমাৰে মোক বুকুত সাৱটি ধৰি কলে, "কোৱা তুমি কোনো শিহৰণ অনুভব কৰা নাই। কোৱা তুমি উত্তাপ, তুমি স্পন্দন তুমি যৌৱন নোহোৱা"।

মোৰ বাবে মই পানী মাথোন। উত্তাপ স্পন্দন যৌৱন মই যদি এইবোৰ হওঁ তোমালোকৰ মনত হে।' মই হাহি সহজ ভাবে কলো—তুমি তোমাৰ সকলোখিনি উত্তেজনা উন্মাদনাৰে শিলামূৰ্ত্তি এটাক সাৱটি ধৰিলেও—শিল—শিল হৈযেই থাকিব। তাত জুই নজ্বলে।

"ইচ্ছা কৰি তুমি শিল্প হৈছা।"

"মোৰ বুকুৰ সূক্ষ্ম ভাব অনুভূতি বাসনাবোৰ তোমালোকে শিল কৰি দিলা' মোৰ বুকুত মই বহু বছৰৰ আগৰ পৰা এডোখৰ পাথৰ লৈ ফুৰাইছো। এই পাথৰ মাথোন এজনৰ স্পৰ্শত গলিব পাৰিলহেঁতেন। কিন্তু বৰ পলম হৈ যোৱাত তেওঁৰ স্পৰ্শতো গলা দূৰৰ কথা নলৰিবই নেকি। মোৰতো সেই সন্দেহহে হৈছে।"

'মাথোন এজনে তোমাৰ বুকুৰ পাথৰ গলাব পৰাৰ কথা কৈছা। কোন সিজন মই নাজানো। কিন্তু সমাজত থাকি সমাজলৈ কাণ মন নকৰাকৈ ঘপহকৈতো একো এটা কৰিব নোৱাৰি। জয়ন্তৰ গ্ৰাসৰ পৰা

তোমাক জোৰকৈ লৈ যাম যেন লাগে। তুমি আতৰি যোৱাগৈ। আমি এইদৰেই থাকিম। লগ পাম মাজে মাজে।”

‘প্ৰশান্ত যোৱা দুৱাৰৰ হুকটো খুলি দিযাগৈ। মই পুৱাৰে পৰা যাৰ অপেক্ষাত আছো তেওঁ অহা সময় পাৰ হৈ গল।”

লৰালৰিকৈ গৈ প্ৰশান্তই দুৱাৰৰ হুকটো খুলি দুৱাৰখন মেলি— বিছনাৰ কাষৰ পৰা চকীখন আতৰাই নি অলপ দূৰত বহিল গৈ। মই মৃদু ভাবে হহাঁ দেখি সুধিলে “হাঁহিছা যে?”

‘সমুখ সমৰত জপিযাই নপৰালৈকে নিজেও নিজৰ শক্তিৰে পৰিচয নাপায।” “তোমাৰ বুকুৰ পাথৰ যাৰ স্পৰ্শত গলিব পাৰে, সম্ভৱ তেওঁ অহাৰ কথা। মই যাওঁ দিযা।” প্ৰশান্তই কলে। প্ৰশান্তৰ ফালে চাই মই গহীন হৈ পৰিলো। তেওঁৰ লুকাযিত স্বভাব আৰু ভীৰুতালৈ খং উঠিছিল যদিও সহজ ভাবেই উত্তৰ দিলো—“সমুখ সমৰত প্ৰযোজন হলে জপিযাই পৰিবলৈ পাচ নপৰা এজন পুৰুষ অহাৰ কথা আছিল। যাৰ বুকুভৰা পবিত্ৰ সাহসলৈ মোৰ শ্ৰদ্ধা হয।”

“তোমাৰ কি হয?”

“মোৰ সৰ্ব্বস্ব।” মই কলো। লগে লগে ভাহি উঠিল এখন কঠোৰ মুখ। দুটা ৰঙা চকু। জীৱনৰ যত মধুৰ মাদকতা এই দুটা চকুৰ অগ্নিযেই পুৰি ভষ্ম কৰিলে। মোৰ ভাগি যোৱা গৃহ নকৈ বন্ধাৰ সুবিধা এই দুটা চকুৱে দিবনে? কেতিযাও নিদিযে। মোৰ পাচে সৰ্ব্বক্ষণ এই দুটা চকু ঘূৰি ফুৰিব। আজীৱন হিচাবি ফুৰা অমৃতৰ পিযলা মোৰ হাতত দেখা মুহূৰ্ত্তত মোৰ জীৱনেই শেষ কৰি দিব। এই দুটা ভযঙ্কৰ চকু জানো মানুহৰ চকু॥

নীৰৱে বহি প্ৰশান্তই কি জানো ভাবিছিল, কিবা-কিবি ৰূঢ় কথা কৈ প্ৰশান্তক আতৰাই পঠাম যেন। কিন্তু মই তেনে নকৰি তেওঁৰ ফালে চাই মাথোন ভাবিলো- আকুল অপেক্ষাৰে এওঁৰ বাবেই এসমযত অপেক্ষা কৰিছিলো, ই যেন ভাবিব নোৱাৰা কথা। প্ৰশান্তৰ প্ৰতি সেযা অৱশ্যে মোৰ প্ৰেম নাছিল। যদিও প্ৰেম বুলিযেই ভাবিছিলো, সি আছিল আসক্তিহে।

স্কুলীয়া ছোৱালী কেইজনীমান সোমাই আহিল। 'পাচত আহিম' বুলি প্ৰশান্ত ওলাই গল। ছোৱালী এজনীয়ে ধুনীয়াকৈ হাঁহি মোৰ কাষে কেতেকী ফুল এপাহ আগবঢ়াই দি কলে—"বাইদেউ আপোনালৈ আনিছো'। —ছোৱালী কেইজনী ওলাই যোৱাৰ আগতেই দেৱজিত সোমালহি। ছোৱালী কেইজনীৰ কাষে এবাৰ এনেযে লক্ষ্য কৰি মোক মাত দিলে—"ভামনি ?' মই কলো—"বহুত দেৰি কৰিলা'।

ছোৱালী কেইজনী যোৱাৰ পাচত দেৱজিতে মোৰ বিছনাৰ ওচৰলৈ তুল এখন আনি ক্লান্ত মনৰে বহি পৰিল। তেওঁ মোৰ মুখলৈ চাই থাকিল আৰু মই অপলক নেত্ৰে চাই থাকিলো তেওঁৰ মুখলৈ। চিনাকী চকু-ওঁঠ-কপাল গাল অচিনাকী অচিনাকী ভাব হল। মই তেনেকৈ চাই থকাত দেৱজিতে মোৰ চকু ঢাকি ধৰি মোৰ চকুৰ ওপৰত তেওঁৰ সো হাতখন থৈ কলে—"ভামনি তোমাৰ চকুটো উলিযাই পেলাব। নহলে আনটো চকুও নষ্ট হব।" মই হাঁহি মুখে সুধিলো 'তোমাৰ খুব বেযা লাগিছে নেকি ?'

"তুমি সেই সোপা খাইছা ?"

'কিয সুধিলা ?'

'এনে খবৰ শুনি তুমি যে হাহিলা।'

'খোৱা নাই বাবেহে পৃথিৱীৰ প্ৰতি মোৰ এই নিৰাসক্তি। দুযোটা চকু গলেও মোৰ আৰু কোনো দুখ নহয। অকণ খালে মাযামযে মোহময সংসাৰ পৰিত্যাগ কৰি মই নিৰ্ব্বাণ লাভ নকৰো। অকণ খালে মই উন্মাদনাৰে বিচাৰো—লাগে। লাগে। কেৱল লাগে। শূন্য পাত্ৰত ভৰাবলৈ অমৃত বিচাৰি ব্যাকুল হওঁ। পূৰ্ণপাত্ৰৰ অমৃত প্ৰাণে বিচৰাজনক দিবলৈ নাপায ব্যাকুল হওঁ। মই তেতিযা কাক বিচাৰো তুমি জানা যদিও মোৰ মুখে শুনা মই তেতিয়া তোমাক বিচাৰো।"

"পৃথিৱীত থাকি পৃথিৱীৰ মায়া মোহত আৱদ্ধ থকাই স্বাভাৱিক। তেনেকৈ যদি তুমি স্বাভাৱিক হোৱা মই নিজ হাতে তোমাৰ হাতত মদৰ পিযলা তুলি দিম।"

'তাকেই কৰিবা। এই কথাটোকে মই তোমাক কালিৰে পৰা কওঁ কওঁ বুলিও কব পৰা নাই। লগতে তুমি খৰিকাজাই ফুল অলপো লৈ আহিবাচোন। ছোৱালী জনীযে কেতেকী পাহ খোঁপাতে পৰি আছে। এবাৰো হাতেৰে চোৱা নহল। গন্ধ অৰণ্যে পাই আছো। কিন্তু ভাল লগা নাই, বেযা লগা নাই। কিবা এটা অন্ততঃ লাগক। মোৰ ভয় হৈছে। সেয়ে মই খৰিকাজাই ফুল অলপ লৈ চাব খুজিছো।

কিন্‌কিন্‌কৈ বৰষুণ পৰি আছিল। তেতিযা সন্ধ্যা। কোঠাত আন কোনো নাছিল। মই চকু মুদি পৰি আছিলো। চেন্দেলৰ চটপ্‌ চটপ্‌ শব্দ মোৰ কাণে আগবাঢ়ি আহি মোৰ শিতানত থমকি ৰল। মই চকু মুদি পৰি থাকিযেই দেৱজিতক সুধিলো—আনিছা ?

'আনিছো।'

"তুযোটা ?"

'নহয়। মই মাথোন অলপ খৰিকাজাই বিচাৰি লৈ আহিছো। চোৱা চকু মেলা। মই তেতিযাও চকু মুদি পৰি থকাত কলে—"চোৱা --এইখন হাস্পাতাল।"

মই এইবাৰ উঠি বহিলো। ফুলখিনি লৈ এবাৰ এনেযে চাই দেৱজিতৰ মুখলৈ থৰ লাগি চোৱাৰ দৰে চাই থাকিলো। এক এক কৰি সককালৰ পৰা ( যিমান দিনৰ পৰা মনত পৰিব পাৰে ) দেৱজিতৰ লগত সম্বন্ধ জড়িত কথাবোৰ মনত পেলাই গলো। দেৱজিতৰ করুণ বিষণ্ণ মুখৰ ওপৰেদি সেই কথা সেই দৃশ্য ভাঁহি গ'ল এটাৰ পাচত এটাকৈ। কোনো সময়ত মোৰ মুখত ফুটিছিল হাঁহিৰ ৰেখা। কোনো সময়ত মই কব নোৱাৰাকৈযে মোৰ ওঁঠ কপি উঠিছিল। চকু চল্‌চলীয়া হৈ পৰিছিল। এনে এক মুহূৰ্ত্ততে মই দেৱজিতক কৈছিলো—'তুমি যদি বেযা নোপোৱা এবাৰ মাত্ৰ মোক বুকুত সাৱটি ধৰিবানে ? এতিযা। এই মুহূৰ্ত্তত।

মই চকু মুদি দিছিলো। চল্‌চলীযা চকু পানী চকুৰ পতাত হেচা খাই গাললৈ বাগৰি আহিল। মই মোৰ কপালত দেৱজিতৰ গৰম

হাতৰ তলুৱাৰ স্পৰ্শ পোৱাত আকৌ চকু মেলিলো। দেৱজিতে মোৰ মুখলৈকে চাই আছে চল্‌চলীয়া চকুৰে। মই তেওঁৰ কালে চাই সুধিলো —'মোক ক্ষমা কৰিব জানো নোৱাৰিবা ?' মোৰ কথাৰ উত্তৰ স্বৰূপে তেওঁৰ চকুৰ পৰা সৰ্‌ সৰ্‌ কৰি চকুলো বাগৰি আহিল। কোলাত লৈ থকা খৰিকাজাই ফুলৰ ওপৰত সেই চকুলো টপ্‌ টপ্‌ কৰি সৰি পৰিল।

* * *

যিদিনা মোৰ বেযাহোৱা চকুটো উলিযাই পেলালে সিদিনা ওৰে দিনটো দেৱজিত মোৰ বিছনাৰ কাষত বহি থাকিল। অপাৰেচন ৰুমলৈ নিযাৰ আগতে তেওঁ মোক এটা মাতো মতা নাছিল। মইহে কথা কৈ আছিলো। মই নিৰ্ব্বিকাৰ। এনাচথেচিয়াৰ জ্বাল যোৱা-নোযোৱাৰ মাজতে দেৱজিতক মাত দিলো -' পুৱাৰে পৰা তুমি ইয়াতে আছা। একো খোৱা নাই তুমি। যোৱা লক্ষ্মীটি—'কেন্‌টিন'তে কিবা মোৰ নাম লৈ পেট ভৰাই খাই আহাগৈ। বাটত বুঢা মগনীয়া পালে তাকো খাবৰ বাবে টকা এটা দি পেট ভৰাই কিবা খাই লবলৈ কবা।"

"তোমাৰ ইমান ধুনীয়া চকুটো গল।" দেৱজিতে দীৰ্ঘ নিশ্বাস পেলাই কলে।

"সুন্দৰৰ পূজাৰ নৈবেদ্য বুকুখনত কেতিয়াবা পিশাচী আন্ধাৰ ঠাই পালে তুমি দুখ কৰিবা। মোৰ জীৱনত মই লগপোৱা তুমি এজন পুৰুষ। অন্য পুৰুষ। তোমাৰ বাবেই মই সৎ তোমাৰ বাবেই মই সতী।

পিপাসিত প্ৰাণ। হাতত অমৃতৰ পূৰ্ণ পাত্ৰ। তুমি অবিচলিত। প্ৰাণৰ তৃষ্ণা দূৰ কৰিবলৈ দেহৰ তৃষ্ণা আতৰাবলৈ—অধিকাৰ নিদিলে তুমি সেই পাত্ৰত চুমুক নিদিয়া। ইমান সংযম। ইমান দৃঢ়। এদিন তোমাৰ এই দৃঢ় চৰিত্ৰলৈ মোৰ খং উঠিছিল। মই বিচলিত হৱলৈ

শাও দিছিলো। 'তাতোকৈ পশু হৈ যোৱা' বুলি কৈছিলো। আজি শ্ৰদ্ধা হয়।

মোৰ ক্ষেত্ৰত কিন্তু সি নহল। দুখৰ স্বাদ ঘোলত। পানী খালেই পিযাহ মৰে। কিন্তু মৰুভূমি অতিক্ৰম কৰি মৰীচিকাৰ পাচত লৰৰি লৰৰি অৱশেষত যি পানী পিবলৈ পোৱা যায় তাৰ তৃপ্তি অন্য। মৰুভূমি অৱশ্যই মই অতিক্ৰম কৰিলোহেঁতেন তুমি কিবা নিচান দেখুৱা হঁলে।"

বুলবা—ইয়াৰ আগতেও দেৱজিতে মোক বচাবলৈ বুলি মোৰ কথাগুনি লৰি আহিছিল আৰু কৈছিল—'চোৱা কিবা উপায়েৰে যদি এই অশান্তিৰ ধুমুহা দূৰ কৰিব পৰা যায়। পৃথিৱীত জীযাই থকাৰ জীৱৰ যি অধিকাৰ - সেই অধিকাৰতে জীযাই থাকা। তোমাৰ পতাঘৰ ভাঙিবলৈ নহয—তোমাক অকাল মৃত্যুৰ পৰা বচাবলৈহে মই লৰি আহিছো।'

আগেযে কোনোবাৰ তেওঁ জযন্তৰ বিপক্ষে এষাৰো মাত মতা নাছিল। এইবাৰ দৃঢ স্বৰে কলে—"মই জীযাই থকাত জযন্তই তোমাৰ ওপৰত আকৌ হাত তুলিবলৈ পাব বুলি তুমি নাভাবিবা। অমূলক ভয ভাব এটা নিশ্চয তোমাৰ মনত আছে। মই তোমাৰ নিজ সহোদৰ হোৱা হলে কাহানিবাই সেই দৈত্যৰ হাতৰ পৰা তোমাক উদ্ধাৰ কৰি লৈ গলোহেঁতেন। এতিযা মই তোমাৰ বুকুৰ সৰ্ব্বস্ব হলেও আইন বুলি কথা এটা আছে নহয। গতিকে তোমাক আকৌ কৈছো। অনুৰোধ কৰিছো। সিও যদি নহয়। জোৰ কৰি লৈ যাম। তাৰ বাবে যি কৰিব লাগে কৰিবলৈ মই প্ৰস্তুত।

মোক ৰক্ষা কৰাৰ ক্ষেত্ৰত দেৱজিতে সমাজ -লোক-নিন্দা আদি একোলৈকে তেওঁ ঘূৰি নাচায-এই প্ৰেমতে ঈশ্বৰৰ বাস। মোৰ মনটো দুফালে টনা টনি হোৱাত হাবু ডাবু খালো। দেৱজিতৰ অমৃত হৃদযত জাপ দি পৰি যেন জীয়াই থাকিম। জীযাই থকাৰ স্বপ্ন দেখি জীয়াই থাকিবলৈ বিচাৰিম। এই ভাব অহাৰ লগে লগে ভয আতঙ্কত মোৰ বুকু কঁপি উঠে। জয়ন্তই জানো সহ্য কৰিব। মই ভাবো—

তেওঁ নিশ্চয়—আমাৰ কাকো জীয়াই নাৰাখিব। তেওঁ সকলো কৰিব পৰা মানুহ। আৰু সন্ধান—সিও সমস্যা।

চোৰ ডকাইত গুণ্ডা আদিৰ সন্তানৰ পিতৃৰ নামত উচ্চ শিৰ তল হলেও, যদি সন্তানে মাতৃ নাম আৰু গৌৰৱ পৱিত্ৰতাৰে স্মৰণ কৰিব পাৰে সেই স্মৃতিত আকৌ উচ্চ শিৰ উচ্চ হয়। দেৱজিতৰ প্ৰাণৰ আহ্বানত মই সহাৰি দিলে—সন্ধানে ডাঙৰ হৈ হয়তো ভুল বুজিব। মোক কব—'কিয় তই মোক দেউতাৰ ওচৰৰ পৰা লৈ আহিছিলি। তোৰ দ্বিতীয় পতিক মই দেউতা বুলি কলেই তেওঁ মোক পিতৃ হৃদয়েৰে চাবনে?' সি মোক ঘৃণা কৰিব। মই বিচাৰো—সি অন্ততঃ চিৰদিন মোক পৱিত্ৰতাৰে স্মৰণ কৰি শিৰ উচ্চ কৰি থাকিব পাৰে যাতে।

দেৱজিতকেই বা মই কি দিম? সকলো পুৰি শেষ হৈ গল। তেওঁক দিবৰ বাবে যদি অন্ততঃ অকণমান শাৰীৰিক শিহৰণেই অৱশেষ বৈ গলহেঁতেন। মোৰ বুকুৰ অব্যক্ত আন্তৰিকতাখিনিকে লৈ জানো তেওঁ সম্পূৰ্ণ হব পাৰিব।

মই মোৰ পথ বিচাৰি ললো—চিৰন্তন পথ। তিলে তিলে অপমৃত্যু হৈ নিদাৰুণ পৰাজয়ক মানি মই সেই নৰকতো (জয়ন্তৰ ঘৰ) নাথাকো বুলি হাস্পাতালতে মই দৃঢ় হলো। এই পথ—শান্তিৰ পথ। সমস্যাহীন পথ। সত্য পথ। মই পৰিষ্কাৰ হৈ যাম। সকলো জ্বালা যন্ত্ৰণাৰ পৰা মুক্তি পাম। কাকো ঠগাও নহব।

ইযাৰ পাচতো মোক কোনোবাই মৰমতে আশীৰ্ব্বাদ দি কবনে 'জীয়াই থাক। আনন্দৰে জীযাই থাক। মূৰৰ চুলিৰ সমান আয়ুস হওঁক' বুলি। সেই আশীৰ্ব্বাদেই বা কাম দিবনে?

মৰণে মোক আশীৰ্ব্বাদ জনাই আহ্বান কৰিছে। এই আশীৰ্ব্বাদ—সত্য আশীৰ্ব্বাদ। অহৰহ সৰ্ব্বক্ষণ মই সেই আশীষ বাণী শুনি আছো—'তই মৰ! তই মৰ॥'

* * *

নষ্ট হোৱা চকুটোৰ ঠাইত কোনোবাই দান কৰা চকু এটাকে দি মোক দৃষ্টি দান দিবৰ বাবে বিজ্ঞানৰ যিমান ক্ষমতা আছে ডাক্তৰে সুন্দৰ ভাবে যত্ন লৈ মোক দৃষ্টি দিলে। মই—আৰু কিছুদিন হাস্পাতালত থাকিব লাগিব বুলি দেৱজিতক কলো—"তুমিতো বাহিৰে বাহিৰে ইয়ালৈ আহিলা। এইবাৰৰ পৰা অন্ততঃ কিছুদিনলৈতো সহজ ভাবে আহিব পৰাৰ আশা নাই। কোনো পিতৃ মাতৃযে নিবিচাৰে —নিজ পুত্ৰই আনৰ পৰিত্যক্তা বিবাহিতা নাৰী গ্ৰহণ কৰাটো। তাতে মই সন্তানৰ মাতৃ।"

দেৱজিতে একো মতা নাছিল। তেওঁ মোৰ মুখলৈ এনেকৈ চাই আছিল, যেন ৰহস্য উদ্ধাৰ কৰাৰ চেষ্টা। মই আকৌ কলো—"তুমি বোলে বৰ ভাল শিক্ষক। তোমাক বোলে ছাত্ৰ-ছাত্ৰী সকলে গুৰু ভাবেই ভাবিবনে বন্ধু ভাবেই ভাবিবনে—সহোদৰ ভাতৃ ভাবেই ভাবিব ভাবি নাপায়। তেওঁলোকৰ মাজত তোমাক চাবৰ প্ৰবল হেপাহ আছিল। এদিন ক্লাচত সোমাই ৰেজিষ্টাৰ কৰি থাকোঁতে তুমি হঠাৎ থমকি ৰবা। অবাক হৈ ক্লাচ-ছাত্ৰ-ছাত্ৰী সকলো পাহৰি বহলকৈ চকু মেলি মোলৈ চাবা। মই কম 'ইযেস চাৰ।' —কৈ থাকোঁতে মই দেৱজিতৰ হাত এখন তুলি লৈছিলো। দেৱজিতে মোৰ মুখলৈ চাই থাকোঁতেই তেওঁৰ হাতখন মোৰ ওঁঠৰ ওচৰলৈ আনি ওঁঠত আঙুলি কেইটা লগাই এৰি দি কলো —"তোমাৰ স্ত্ৰী—তোমাৰ ছাত্ৰী সাজি মনে মনে ক্লাচ কৰিবলৈ যোৱা বাবে ঘৰত আহি খুব বকিবাহি নেকি?" তেওঁৰ ওঁঠত আঙুলি এটা ৰাখি কলো—'সৰু সৰু এই ওঁঠ দুটা - কটু কথা উচ্চাৰণ কৰিবৰ বাবে নহয়। তুমি তেনে কথা কাকো কোৱা মই শুনা নাই। অৱশ্যে নিজৰ মৰমৰ স্ত্ৰীক কেতিয়াবা শাসন কৰি দুই এটা ধমক নিদিলেহে ইযাৰ সৌন্দৰ্য্য হ্ৰাস পাব।'

তেতিয়াও দেৱজিতে সত্য উদ্ধাৰ কৰা দৃষ্টিত মোলৈ চাই থকাত কলো 'তোমাৰ ঘৰটোত—মানে তুমি থকা ভাড়া ঘৰটোৰ কোঠা কেইটা? ফুলনি—ফুল কিবা আছেনে বাৰীত?"

দেৱজিতৰ লগত মই হাঁহিব লগীয়া হৈছিল। ভবিষ্যতৰ কথা

পাত্তিব লগীয়া হৈছিল। আনকি দৰ্মহা কিমান, খৰছ কিমান হয়— ভবিষ্যতলৈ কিবা এটা ৰাখিব পাৰিবনে ইত্যাদি। শেষত কৈছিলো— "পাচত হলেও তুমি মোক দেউতাই দি যোৱা মূৰ্ত্তিটো যেনে তেনে নি দিব লাগিব।'

মই দেৱজিতক কৈছিলো এবাৰ ঘৰৰ পৰা আহিবলৈ। ইতিমধ্যে মই প্রতিভাৰ তালৈ যাম। তাৰ পৰাই ডাইভোৰ্চৰ সকলো ঠিক কৰিম। সন্ধানৰ কথা ভাবিব লগীয়া—তোমাৰ লগত গলে দেউতাকে এটা 'কজ্' পাব।

কালিলৈ মই প্রতিভাৰ ঘৰত দেৱজিতক লগ কৰাৰ কথা। তেওঁ ঘৰলৈ বুলি যোৱাৰ সুবিধা লৈ মই ডাক্তৰক ছুটী খুজি আহি এইডোখৰ পালোহি। জয়ন্তৰ ৰাজপ্রাসাদ সম ঘৰত বহি বহি মই এই কেইদিন কেইৰাতি—তোমাৰ নামত মোক লিপিবদ্ধ কৰিলো। এতিয়া নিশা যদিও ৰাতি পুৱাবলৈ বেচি সময় নাই।

দেউতাই দি যোৱা ৰাধা-কৃষ্ণৰ মূৰ্ত্তিটো চাই চাই মোৰ ভাব হৈছে—কৃষ্ণ প্রেমত ৰাধাৰ কলঙ্ক হল নে ৰাধা ধন্য হল? কলঙ্ক হলেও সেই কলঙ্কত ৰাধা ধন্য হল। দেৱজিতৰ প্রেমত কলঙ্কৰ দাগ লৈ মযো ধন্য হলোহেঁতেন। কিন্তু—?

কিন্তু মোক গ্রহণ কৰি কলঙ্কৰ দাগ লৈ দেৱজিত জানো ধন্য হব? তেওঁ সমাজৰ ব্যক্তি। বিশেষ ব্যক্তি।

মোৰ ভাবিবলৈ ভয় লাগে। মই একো ভাবিব নোৱাৰো আৰু নাভাবো। মোৰ হাতত এযা টোপনি অহা দৰবৰ বটল। ছুৰ্ ছুৰ্ কৰে বৰষুণ আহিছে।

পৃথিৱী বিদায –।

পিলবোৰ মই গিলিছো। সংসাৰ মায়াৰ সূত্ৰ চিঙা বৰ টান। তাকো মই জয় কৰিছো–। কেনেকুৱা লাগিছে মোৰ মই হয়তো জনাব নোৱাৰিম। আত্মহত্যা কৰিলে বোলে আত্মা প্রেতাত্মা হয়। ছুটা পথ। এটা আন্ধাৰৰ আনটো পোহৰৰ। মোক সৌ ক'লা দৈত্যবোৰে আন্ধাৰ পথটোলৈ টানি লৈ যাবলৈ আহিছে নেকি?

কেনেকৈ হাঁহিছে সিহঁতে—। ইমান ভয়ঙ্কৰ হাঁহি। নাই নাই। মই—। মই প্ৰেতাত্মা হব নোৱাৰো। সৌৱা ওপৰত দেউতা। পৃথিৱীখন জোৰেৰে লৰিছে। মই মাজ সাগৰত পৰি- লৰি আছো। মোক কেন্দ্ৰ কৰি পৃথিৱীখন কোচ খাই আহিছে। আকৌ মেল খাই গৈছে। মই ক'ত—? মই দেখোন শূন্যত। পৃথিৱীখন তলত পৰি আছে। মই ধোঁৱা হৈ যাব খুজিছো। কেনিও কোনো নাই। এওঁ—এওঁ—? এওঁক মই ইযাত লগ পালোহি দেখোন। এওঁ মোৰ সত্বাৰ লক্ষ দেৱজিত, মোৰ লগতে আহিল। আৰে—। দেৱজিত সৌ এজন পৃথিৱীত। তেওঁ অধীৰ হৈ পৰিছে। মোক তললৈ হাত বাউল দি মাতিছে। আৰু সৌটো? সৌটো সন্ধান। কেনে যে কৈছে তাৰ মুখখন। সন্ধান—? সন্ধান—মই—মই—? কি কৰিলো? ফোনটো—। নম্বৰটো। মই চকু মেলিব যে নোৱাৰা হৈছো। ইমান গধুৰ—। ইমান অলস—। নাই—নাই। মোক। ক'ত। নম্বৰটো—? নম্বৰ। হেল্লো—

—